# দিনৰ জোনাকী

আৰু

দুখন উপন্যাসিকা

ছাঈদুল ইছলাম

প্ৰকাশক

কল্যাণী বুক ষ্টল

পাণবজাৰ, গুৱাহাটী - ১

৯৮৫৪৭৩১৫৩৮

Dinar Jonaki aru Dukhan Upanashika : A collection of novels written by Shahidul Islam and published by Haren Kalita on behalf of Kalyani Book Stall, Jaswanta Road, Panbazar, Guwahati-1, Price : Rs. 70.00

---

প্ৰকাশক ঃ হৰেণ কলিতা
কল্যাণী বুক ষ্টল
পাণবজাৰ, গুৱাহাটী- ১
৯৮৬৪১-০৯০৯৫

প্ৰথম প্ৰকাশ ঃ ২০১০ ডিচেম্বৰ

মূখ্য পৰিবেশক ঃ এম. আৰ. পাব্লিকেচন
বুকছ্ ভেলি
পাণবজাৰ, গুৱাহাটী-১

অক্ষৰবিন্যাস ঃ বৰ্ণমালা প্ৰিন্টাৰ্ছ
পাণবজাৰ, গুৱাহাটী-১

ডি টি পি ঃ বৰ্ণমালা প্ৰিন্টাৰ্ছ

বেটুপাত ঃ ৰেইনচ্ফট, ধনজিৎ দাস

মূল্য ঃ ৭০.০০ টকা

মুদ্ৰণ ঃ ভৱানী অফছেট্ এণ্ড ইমেইজিং ছিষ্টেমছ্ প্ৰাঃ লিঃ
ৰাজগড় ৰোড, গুৱাহাটী - ৭৮১০০৭

# উছৰ্গা

মৰমৰ বাবা (মৰহুম ডাঃ চিৰাজুৰ ইছলাম)

আৰু

মাই (মৰহুমা চফিউন নিছা ইছলাম)ৰ

পবিত্র স্মৃতিত —

— ইনাম

# সুধী পাঠকজন সমীপেষু

অকণমান পাতনিৰ প্ৰয়োজন আছে।

সকলোৰে জনা সুলেখক ছাঈদুল ইছলাম মোৰ বাবে 'ইনাম'হে। ইনাম সম্বন্ধত মোৰ ভাই হয়। ইনামৰ এখন কিতাপ ওলোৱাটো মোৰ বাবে যেনেকৈ বৰ আনন্দৰ খবৰ তেনেকৈ সেই কিতাপৰ বাবে কিবা অলপ লিখিবলগীয়া হোৱাটো অলপ বিড়ম্বনাৰ দৰে। একোৱেই বেচি ওচৰৰ পৰা শুদ্ধ ৰূপত দেখা টান।

ইনামৰ কথা মই ইমান বেচি জানো যে লিখা আৰু লিখি শেষ কৰা দুয়োটাই টান কাম। এটা কথা প্ৰাসঙ্গিকভাবে কৈ থ'ব খোজো; তেওঁ লিখিবলৈ আৰম্ভ কৰাৰ পৰা আজি পৰ্যন্ত মই প্ৰত্যক্ষ বা পৰোক্ষভাৱে ইয়াৰ লগত জড়িত। এক বিচিত্ৰ যাত্ৰাৰ সাক্ষী।

মোৰ মনত আছে। ইনামে লিখা প্ৰথম গল্পটো তেওঁ যে পঢ়িবলৈ দিছিল। মই সেইটো নি তিলকদাক (শ্ৰীযুত তিলক হাজৰিকা। মই নিজেই তেতিয়া প্ৰায় নতুন লিখক। তিলকদাই উচিততকৈ অলপ বেচি পাত্তা দিছিল।) দি কৈছিলো, "এই ল'ৰাটো মোৰ ভাই হয়। প্ৰথম গল্প। কিন্তু মোৰ ভাৱ হৈছে মোতকৈ বহুত ভাল লিখে।" তিলকদাই গল্পটো 'অসম বাণী'ত ছপাই দিছিল। সকলোৱেই জানে, মোৰ প্ৰথমৰ গল্পবোৰ সমালোচকৰ ভাষাত কিমান (!) 'মেদবহুল' আছিল ইয়াৰ বিপৰীতে ইনামৰ প্ৰথম গল্পটোৱেই আছিল নিটোল, বাহুল্য-বৰ্জিত। "Brevity is the soul of wit" ৰ নিদৰ্শন তেওঁৰ লিখাৰ প্ৰথমৰ পৰাই প্ৰকাশ পাইছিল। এগৰাকী স্বনামধন্য ব্যক্তিয়ে কৰা মন্তব্য - "ছাঈদুল ইছলাম কেৱল লেখকেই নহয়, এজন ভাল লেখক" কথাষাৰ বৰ সঁচা। এওঁলোকৰ পৰিয়ালটোকে ডাক্তৰৰ পৰিয়াল বুলি ক'ব পাৰি। ককাকৰ দিনৰ পৰা এওঁলোকৰ পিচৰ পুৰুষলৈকে ইমানবোৰ ডাক্তৰ একেটা পৰিয়ালত কমেই দেখিবলৈ পোৱা যায়। ছাঈদুল নিজেও ডাক্তৰী পঢ়িবলৈ গৈছিল। কিন্তু শৱব্যৱচ্ছেদ কক্ষত এবাৰ সোমায়েই ঘৰলৈ ঘূৰি গুচি আহিছিল। এই যে এক কোমল স্পৰ্শকাতৰতা, এইটো তেওঁৰ সহজাত চাৰিত্ৰি বৈশিষ্ট। মোৰ মনত আছে, কবি যতীন দুৱৰাৰ মৃতদেহ চিতাত তুলি দিয়াৰ দৃশ্য দেখাৰ পিচত কেইবাদিনলৈকে তেওঁ মনৰ শান্তি হেৰুৱাই পেলাইছিল। গল্পই নহয়, তেওঁৰ আন সকলো ধৰণৰ লেখাত এই দৰদী মনটোৰ ছাপ দেখিবলৈ পোৱা যায়। এটা সুগভীৰ মানৱতা বোধৰ অধিকাৰী তেওঁ। পৰশ পাথৰৰ স্পৰ্শৰ দৰে ইয়েই তেওঁক সাহসীও কৰিছে। সাহিত্যৰ পূৰ্ণ মৰ্য্যাদা বজাই ৰাখি ছাঈদুলৰ দৰে প্ৰতিবাদ সাব্যস্ত কৰাৰ তুলনা বৰ বেচি দেখা নাযায়।

এটা একক গদ্যশৈলীৰ লেখক হিচাপেও তেওঁৰ লিখাবোৰৰ সুকীয়া মনোহাৰিত্ব আছে। মানুহ হিচাপে ছাঈদুল অত্যন্ত খুহুতীয়া। একেবাৰে নিৰস কোনেও আশাও নকৰা ক্ষেত্ৰতো তেওঁ সকলোকে হাঁহিবলৈ বাধ্য কৰিব পাৰে। তাকো বুদ্ধিদীপ্তভাৱে। সুবিধা থকা হ'লে এইখিনিতে তেওঁৰ "এক বস্তা" কৌতুক প্ৰস্তুত কৰিব পাৰিলোহেঁতেন। এই মিঠা ৰসবোধ তেওঁৰ গদ্যশৈলীলৈকো প্ৰসাৰিত হৈছে। সেই কাৰণে যথেষ্ট গভীৰ বিষয়ৰ প্ৰবন্ধতো ৰসৰ বিস্তাৰ ঘটাব পাৰে। নিচেই কম কথাৰে একোটা চিত্ৰ মূৰ্ত্ত কৰি তোলাত তেওঁৰ দক্ষতা অতি প্ৰশংসনীয়। গল্পকাৰ হিচাপে তেওঁ সময়তকৈ (ষাঠী-সত্তৰৰ দশক) বহুত বেচি আগবঢ়া আছিল। পিচৰ সময়ত চলা বহুত পৰীক্ষা নিৰীক্ষাৰ লক্ষণ তেওঁৰ গল্পত তেতিয়াই পৰিলক্ষিত হৈছিল। কিন্তু ...হায় তেওঁ বৰ স্পৰ্শকাতৰ। অভিমানীও। লগতে এলেহুৱা গল্প নেলেখা হ'ল। এদিন কথাই কথাই ক'লে - "প্ৰশংসা কৰিব নালাগে। গালিতো পাৰিব পাৰে।" কোনেও গালি নাপাৰিলে। তিলক হাজৰিকাই জানিছিল। যোগেশ দাসে, যৎসামান্য লিখিছিলেও। বৰ ভালকৈ জানিছিল নিৰোদ চৌধুৰীয়ে। চৌধুৰীয়ে ছাঈদুল সম্পৰ্কত মোৰ লগত পতা কথাবোৰ মনত আছে। এখেতসকল কোনো পিচে সমালোচনা লিখা মানুহ নহয়।

ছাঈদুলে গল্প লিখা এৰি দিলে।

তেওঁৰ এই উপন্যাস কেইখন মই পুৰাকৈ পঢ়া নাই। দুটামান অধ্যায় আলোচনীত পঢ়িছিলো। এটা বিশেষ সময়ৰ এখন নগৰৰ বিশ্বস্ত ছবি এখন পাঠকে পাব যিখিন ছবি ছাঈদুলে নিচেই ওচৰৰ পৰা দেখিছে। চিনি পায়। জানে কিয় তেনে লাগে মই সাব্যস্ত কৰিব নোৱাৰিম। কিন্তু ছাঈদুলে লেখা পঢ়িলে মোৰ প্ৰায়ে Doris Lassing ৰ লেখালৈ মনত পৰি যায়। মই নাভাবো তেওঁ Lassing পঢ়িছে। ক'ৰবাত এটা মিল আছে।

ছাঈদুলে নাটক লিখিছিল। বৰ বুদ্ধিদীপ্ত মৰম লগা নাটক -'হেৰাল'। নাই, নাট্যকাৰ ছাঈদুল হেৰোৱা প্ৰৱন্ধ লিখে। আজিকালি। কিতাপো ওলাইছে। দেশৰ জ্বলন্ত আৰু চিন্তা উদ্বেগকাৰী সন্দৰ্ভলৈ লিখা তেওঁৰ প্ৰবন্ধই সৰ্বস্বৰৰ পাঠকৰ মনোযোগ আকৰ্ষণ কৰিছে। তেওঁৰ উদাৰ দৃষ্টিভংগি আৰু গভীৰ জাতীয়তাবোধ তেওঁৰ লিখাৰ পৰম সম্পদ। আমাৰ সাহিত্যত এটা সঠিক সময়ত ছাঈদুলৰ দৰে এজন সঠিক নিবন্ধকাৰৰ আত্মপ্ৰকাশ বৰ সুন্দৰ এটা কথা। তেওঁৰ যেন আমাৰ পাঠকৰ নিচেই কাষ চাপি যাব পাৰে সেই কামনা কৰিলো। আমি পাঠকেও কুৰি শতিকাৰ ভুল একবিংশত নোদোহাৰো।

— ইমৰান শ্বাহ

# লেখকৰ কৈফিয়ৎ

আমাৰ শ্ৰদ্ধেয় পিতৃদেৱৰ পৰা তেখেতৰ চৰিত্ৰৰ আন শুভময় বৈশিষ্ট্যসমূহ ল'ব নোৱাৰিলো যদিও বিষয়-আশয় সন্মানৰ প্ৰতি তীব্ৰ অনীহা আৰু সকলো বিধৰ গ্ৰন্থৰ প্ৰতি অপ্ৰতিৰোধ্য দুৰ্বলতাৰ বহুখিনিয়েই উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিছো। অতি ব্যস্ত চিকিৎসকৰ জীৱন যাপন কৰিও সকলো বিধৰে কিতাপ পঢ়াৰ তেখেতৰ অভ্যাসৰ প্ৰভাৱ বৰপুত্ৰ বুলিয়েই সম্ভৱ আমাৰ ওপৰতে আটাইতকৈ বৈছিকৈ পৰিল। স্কুলত দুই-এখন 'ৰচনা' লিখাৰ বাহিৰে মৌলিক সাহিত্য সৃষ্টিৰ প্ৰেৰণা ৰ উৎস আছিল ৰৌজদা, মানে যোৱা বছৰ 'অসম উপত্যকা' বটাৰে পুৰস্কৃত সাহিত্যিক ইমৰান শ্বাহ। তেখেতৰ যোগেদিয়েই সম্পৰ্ক স্থাপিত হ'ল অসমীয়া সাংবাদিকতাৰ মহীৰুহ তিলকদা, শ্ৰীযুত তিলক হাজৰিকা। সেইসময়ত অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে পাঠকৰ মাজত অতি জনপ্ৰিয় 'অসম বাণী'ৰ এজন নিয়মিত গল্প লেখক হিচাবে আমাক প্ৰতিষ্ঠা কৰাত তিলকদাৰ অৱদান শ্ৰদ্ধাৰে স্বীকাৰ কৰিছো।

সাহিত্যই সমাজলৈ পৰিৱৰ্তন অনাত কিমান বৰঙণি আগবঢ়াব পাৰে সেই সম্পৰ্কত, আমি বৰ নিশ্চিত নহওঁ। কিন্তু সৰুতে পাঠ্য-পুস্তকত পঢ়া 'সাহিত্য জীৱনৰ দাপোন' কথাটোত পূৰ্ণ বিশ্বাস আছে। কেৱল সাহিত্যৰ বাবে সাহিত্য কৰাত বাহিৰৰ বহুতো কাৰকে উৎসাহিত নকৰাৰ বাবে চৌকাষৰ অবহেলিত বঞ্চিত আৰু শোষিত সাধাৰণ মানুহৰ দুঃখ বেদনাৰ ছবি নিজৰ লেখনীত প্ৰতিফলিত কৰাৰ তাগিদাতে নিজৰ সৃষ্টিশীলতাৰ সীমাবদ্ধতা আৰু প্ৰতিভাৰ দৈন্য সম্পৰ্কে সচেতন হৈও গল্প লিখিবলৈ লৈছিলো। এচাম পাঠকৰ লগতে দুই-এগৰাকী সমালোচকেও সেইবোৰৰ কিছুমানৰ প্ৰতি প্ৰশংসা সূচক মন্তব্যও আগবঢ়াইছিল। ষাঠিৰ দশকটোৰ অধিকাংশ সময় গুৱাহাটীতে চাকৰি সূত্ৰে বাস কৰাৰ সুবাদতে সাহিত্য সৃষ্টিৰ কেন্দ্ৰস্থল আৰু সাহিত্য জগতৰ দুই-চাৰি গৰাকীমান বৰেণ্য ব্যক্তিৰ সৈতেও সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক স্থাপন হৈছিল। চাকৰিৰ তাগিদাতে গুৱাহাটী এৰাৰ পিচত কথাবোৰ বেলেগ হৈ গ'ল। লিখাৰ কাম কেৱল অফিচৰ ফাইলতে সীমিত হ'ল।

লেখক হিচাবে আমাৰ পৰিচয় সেইবাবেই মূলতঃ পৰিৱেশ-নিৰ্ভৰ আছিল বুলি আমাৰ ধাৰণা হয়। ইমৰান শ্বাহ আৰু তিলক হাজৰিকাৰ নাম ইতিমধ্যে উল্লেখ কৰিছো। গুৱাহাটী থকা সময়খিনিতে প্ৰয়াত নিৰোদ চৌধুৰী, প্ৰয়াত অমূল্য বৰুৱা, প্ৰয়াত পবিত্ৰ কুমাৰ ডেকা, বন্ধুবৰ অনিল বৰুৱা, প্ৰফুল্ল বৰুৱা আদি অগ্ৰজ আৰু বন্ধুস্থানীয় সাহিত্য-সাংবাদিকতাৰ জগতৰ ব্যক্তিসকলৰ সান্নিধ্য আৰু প্ৰেৰণাই আমাক সেই

সময়খিনিত লিখিবলৈ উৎসাহিত কৰিছিল। 'আকাশ-বাণী' গুৱাহাটীৰ লগত হোৱা এটি সাময়িক সম্পৰ্কয়ো লিখাৰ পৰিৱেশ সৃষ্টিৰ সহায়ক হৈছিল। পানবজাৰৰ 'ডিলাইট' আৰু 'মধুমিতা' ৰেষ্টোৰাৰ আড্ডাবোৰেও আমাক বৌদ্ধিকভাৱে সমৃদ্ধ কৰিছিল। অৱশ্যে আমাৰ সৈতে পৰিচয় থকা সকলোৱে জানে যে আমাৰ সাহিত্য-পথাৰ উছন হোৱাৰ মূল কাৰণ সীমাহীন এলাহ আৰু স্বভাবজাত শ্ৰম বিমুখতা ।

গুৱাহাটী থকাৰ সময়তে 'মাহেকীয়া সমকালীন'ৰ সম্পাদক প্ৰয়াত অমূল্য বৰুৱা, দৈনিক অসম'ৰ সম্পাদক বন্ধুবৰ অনিল বৰুৱা এতিয়া অৱসৰৰ পিছত সহপাঠী বন্ধু প্ৰফুল্ল বৰুৱাৰ তাগিদাতে উপন্যাস ৰচনা কৰাৰ প্ৰয়াসৰ সৈতে জড়িত হ'লো। দীঘল উপন্যাস লিখাৰ সমল থকা সত্বেও আলোচনীৰ স্থান আৰু সময়নিৰ্দিষ্ট সৃষ্টিৰ বাধ্যবাধকতা আৰু কিছু পৰিমাণে আমাৰ স্বভাবজাত শ্ৰম-বিমুখতাৰ বাবেই উপন্যাসকেইখন একেবাৰে ক্ষীণকায় হ'ল। তথাপিও আমি যিখন পৃথিৱীৰ মানুহৰ কথা এই উপন্যাসকেইখনত চিত্ৰিত কৰিবলৈ চেষ্টা কৰিছো সেই পৃথিৱীখনৰ এটি আভাসো যদি সহৃদয় পাঠকে পায় তেন্তে আমি সন্তুষ্ট হ'ম। আমাৰ সৃষ্টিৰ অপাৰগতাই যাতে আমি চিনাকী কৰি দিব খোজা মানুহখিনিৰ পৰা পাঠকসকলৰ দৃষ্টি বিচ্যুত নকৰে সেই বিষয়তহে আমি উদ্বিগ্ন।

এই সংকলনত স্থান পোৱা উপন্যাসকেখনৰ ৰচনাৰ মূল প্ৰেৰণা প্ৰয়াত অমূল্য বৰুৱা, অনিল বৰুৱা আৰু প্ৰফুল্ল বৰুৱা । 'মাহেকীয়া সমকালীন', 'দৈনিক অসম' আৰু 'উদ্দীপন'ৰ সৈতে জড়িত সকলোকে কৃতজ্ঞতা যাচিছো।

মোৰ নুমলীয়া ভাই মুনু (অসম চিকিৎসা মহাবিদ্যালয়ৰ অবসৰপ্ৰাপ্ত অধ্যাপক হবিবুল ইছলাম) আৰু ভাই বোৱাৰী ৰাণীৰ নেৰানেপেৰা চেষ্টা নথকা হ'লে এই সংকলনটোৱে পোহৰৰ মুখ নেদেখিলেহেতেন। প্ৰকাশক কল্যাণী বুক ষ্টলে আমাক আন্তৰিক কৃতজ্ঞতাৰ পাশত আবদ্ধ কৰিলে। ভৱানী প্ৰেছৰ সকলো কৰ্মীও ধন্যবাদৰ পাত্ৰ।

যোৰহাট
১২ নবেম্বৰ ২০১০
ছাঈদুল ইছলাম

# সূচীপত্র

# প্ৰথম খণ্ড

ঘৰলৈ ঘূৰি আহি মগৰীবৰ নামাজখিনি আদায় কৰি হেমিদুৰে বোৱাৰীয়েক জেৰিনাই আথেবেথে যুগুতাই দিয়া চাহ-নাস্তা খাই বাৰাণ্ডাত থকা নিজৰ নিৰ্দিষ্ট চকীখনত বহিলহি। নাতিয়েক পাৰভেজে নানায়েকৰ লগত ইটো-সিটো কথাৰ মহলা আৰম্ভ কৰিব খোজোতেই মাকে আহি তাক পঢ়াৰ মেজলৈ লৈ গ'ল। ইমান কম বয়সৰ ল'ৰা এটাক এনেকৈ পঢ়াৰ বোজা কঢ়িয়াবলৈ বাধ্য কৰা কথাটো হেমিদুৰে সমৰ্থন নকৰে। নিজৰ ল'ৰা-ছোৱালীক পঢ়া-শুনাৰ ক্ষেত্ৰত কঠোৰ নিয়ম আৰু অনুশাসনৰ মাজত চলিবলৈ বাধ্য কৰিলেও পঢ়া-শুনা কামটো যাতে সিহঁতৰ বাবে নিৰ্মম যন্ত্ৰণাদায়ক কচৰৎ হৈ নপৰে, তাৰ প্ৰতি তেওঁ বিশেষ দৃষ্টি ৰাখিছিল। এতিয়া কথাবোৰ সলনি হ'ল। শনিবাৰ আৰু দেওবাৰৰ বাহিৰে পাৰভেজৰ এতিয়া নিজৰ বুলিবলৈ সময় নাই। শনি-দেওবাৰেওনো ক'ত ৰেহাই আছে? শনিবাৰে গানৰ স্কুল আৰু দেওবাৰে 'চুইমিং' নাই জানো? স্কুলৰ সময়খিনিৰ বাহিৰে এই চাৰে চাৰি বছৰ বয়সৰ ল'ৰাটোৱে লগ-সমনীয়াৰ সৈতে স্ফূৰ্তি-তামাচা, খেলা-ধূলা কৰিবলৈ দেখোন সুযোগেই নাপায়! যিখিনি খেলা-ধূলা কৰে, সেইখিনিও স্কুলৰ চৌহদৰ ভিতৰতে শিক্ষক-শিক্ষয়িত্ৰীৰ চোকা নিৰীক্ষণৰ মাজতহে কৰাৰ সুযোগ পায়। সেইবোৰ জানো স্বতঃস্ফূৰ্ত আৰু স্বাভাৱিক আনন্দদায়ক কাম হৈ থাকে? নাই, সিহঁতে কিজানি তাৰ মাজতে নিজাববীয়াকৈ আনন্দ উপভোগৰ বাট উলিয়াই লয়। হেমিদুৰে ল'ৰাটোক ভালকৈ লক্ষ্য কৰি দেখিছে— অনুশাসন আৰু কঠোৰ নিয়ম বিধিৰ দাসত্বৰ প্ৰভাৱ ল'ৰাটোৰ আচৰণত প্ৰকাশ নাপায়। এতিয়াৰ ল'ৰা-ছোৱালীবোৰ বোধকৰো এনেকুৱাই। নহয়, তেওঁ ভুল ভাবিছে, এতিয়াৰ বুলি নহয়, প্ৰত্যেক যুগতে শিশুসকলে পৰিৱেশ-সাপেক্ষ আচৰণবিধিৰ সৈতে বুজা-বুজিৰ কৌশল নিজৰ মতেই সম্ভৱ উদ্ভাৱন কৰি লয়। এই বয়সত এনেবোৰ কথাত অনাহকতে উত্তেজিত হোৱা স্বাস্থ্যসন্মত নহয়— হেমিদুৰে মনতে ভাবিলে।

অথনি প্ৰায় এনে ধৰণৰ কথা এটা লৈয়েইতো শৈলেন বৰঠাকুৰ আৰু তোষেশ্বৰ গগৈৰ লগত হেমিদুৰৰ এখুন্দা লাগিল। মানে বুঢ়াবোৰে বা বয়স্কসকলে পৰিবৰ্তিত সময়ৰ সৈতে খাপ খাব নোৱৰাৰ ফলত হোৱা সংঘাতৰ কথাটো। শৈলেন বৰঠকুৰৰ উচ্চশিক্ষিতা ভাগিনীয়েক এজনীৰ অসবৰ্ণ বিয়াৰ প্ৰসংগ লৈয়ে আলোচনাটো হৈছিল। স্কুল পৰ্যায়ৰে পৰা অতি চমকপ্ৰদ ফলাফল কৰা, খেলা-ধূলা, গান-বাজনা সকলোতে

পাৰদৰ্শিতা থকা, অতি ধুনীয়া ছোৱালীজনীয়ে কথা নাই বতৰা নাই গোলাঘাটৰ বেঙেনাখোৱা বোলা ঠাইখনৰ এটা ডাঙৰ গেৰেজৰ মালিক যোগীন্দৰ সিঙৰ উতনুৱা পুত্ৰ সৎবীৰৰ লগত গোলাঘাটৰ কাছাৰীত ৰেজিষ্টাৰ বিবাহ কৰিলে। যোগীন্দৰ সিং সামান্য অৱস্থাৰ পৰা নিজৰ পৰিশ্ৰম আৰু অধ্যৱসায়ৰ ফলত গোলাঘাট নগৰৰ ভিতৰতে এজন সফল ব্যৱসায়ীৰূপে প্ৰতিষ্ঠা লাভ কৰা ভাল কথা। কিন্তু তেওঁৰ প্ৰথম ল'ৰাটোৰ বাহিৰে বাকী দুটা ল'ৰাৰ উত্তগুালী গোটেই নগৰখনৰে মানুহে জানে। বজাৰত নতুনকৈ অহা নতুন মডেলৰ অত্যাধুনিক আৰু দামী মটৰ বাইকেৰে নগৰখনত টিঘিলঘিলাই উৎপাত কৰি থকা সৎবীৰৰ কীৰ্তিৰ কথা গোটেই গোলাঘাটৰ মানুহে জানে। আৰু পঢ়া শুনা? দেশ বিভাজনৰ পিছত পঞ্জাবৰ নিজৰ জন্মস্থান এৰি ভাৰতলৈ ভগনীয়া হৈ অহা যোগীন্দৰৰ দেউতাকে সাত ঘাটৰ পানী খাই অসমলৈ আহি প্ৰথমতে নগাৱঁতে বসতি ললেও যোগীন্দৰ আৰু তেওঁৰ মাজু ককায়েকে পৰিয়ালৰ বাকীবোৰক নগাৱঁতে এৰি গোলাঘাটলৈ আহে। ককায়েক পৰমিন্দৰে এখন ছেকেণ্ডহেণ্ড বাছ কিনি ভায়েক-ককায়েকে মিলি মেৰামতি কৰি লাইন বাছ হিচাবে কেইবছৰমান যুটীয়াকৈ চলাই পিচত সেই ব্যৱসায় পৰমিন্দৰকে অকলে চলাবলৈ দি যোগীন্দৰে নিজাববীয়াকৈ গেৰেজ খুলি বহিল। ডিজেল ইঞ্জিনৰ সুদক্ষ কাৰিকৰ হিচাবে পৰিচিত যোগীন্দৰে অচিৰে সাফল্যৰ মুখ দেখিলে। এখন গাড়ী মেৰামতিৰ বাবে প্ৰয়োজনীয় সকলো ব্যৱস্থা থকা যোগীন্দৰৰ গেৰেজ 'চৰ্দাৰ ইঞ্জিনিয়েৰীং ৱৰ্কছ' অকল গোলাঘাটৰে নহয়— সমগ্ৰ অবিভক্ত শিৱসাগৰ জিলাতে সুনাম থকা এটি প্ৰতিষ্ঠান। সফল ব্যৱসায়ী যোগিন্দৰৰ অমায়িক আৰু শান্ত স্বভাৱৰ সম্পূৰ্ণ বিপৰীত তেওঁৰ সৰু পুত্ৰ সৎবীৰ। তেনে এটা ল'ৰাৰ লগতে ঘৰৰ অমতে মনে মনে বিয়া পতাত সকলোৰে খং। মোমায়েক শৈলেন বৰঠাকুৰ আকৌ সেই কাৰণতে গোটেই নতুন প্ৰজন্মটোৰ ওপৰত বীতশ্ৰদ্ধ। দেশৰ, জাতিৰ, ধৰ্মৰ পৰম্পৰাৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰিবলৈ বয়সস্থসকলে এই চামক শিক্ষা নিদিয়াৰ বাবেই এনে পৰিণতি হৈছে বুলি বৰঠাকুৰৰ বিশ্বাস।

উচ্চবৰ্ণৰ প্ৰতি প্ৰচণ্ড উষ্মা থকা তোষেশ্বৰ গগৈয়ে তেওঁৰ বাল্য কালৰে পৰা অন্তৰংগ বন্ধু শৈলেন বৰঠাকুৰৰ সৈতে কথাই কথাই থুটিয়া-থুটি কৰিলেও এইটো বিষয়ত হ'লে তেওঁ বন্ধুৰ লগত সম্পূৰ্ণ একমত। যোৱা পাঁচ বছৰ ধৰি শংকৰ সংঘৰ সৈতে জড়িত হোৱাৰ পৰা গগৈৰ আচৰণ বহুখিনি সলনি হ'ল। আগতে সন্ধিয়া হ'লেই 'বলিয়া পানী' এঢোক ডিঙিয়েদি পাৰ কৰিব নোৱৰালৈকে অস্থিৰ হৈ থকা মানুহটোৱে নিজে কোৱা মতেই যোৱা চাৰি বছৰে এটোপা মদো খোৱা নাই। নিজৰ বিয়াৰ দুদিনৰ পিচতে অফিচলৈ যোৱা তোষেশ্বৰে এতিয়া শংকৰ সংঘৰ বছৰেকীয়া অধিবেশনত প্ৰতি বছৰে ছুটী লৈ যোগদান কৰে। 'নামেহে সাৰ' বুলি মনে-প্ৰাণে বিশ্বাস কৰা তোষেশ্বৰ

গগৈৰ মতে অসমীয়া মানুহৰ সমাজ জীৱনৰ পৰা নামঘৰৰ সম্পৰ্ক কমি অহাই হৈছে আজিৰ ডেকা-গাভৰুৰ এই উদণ্ড আচৰণৰ মুখ্য কাৰণ। তদুপৰি, আধুনিক যুগৰ যুৱক-যুৱতীসকলে অসমৰ বাহিৰৰ সংস্কৃতি আৰু পৰম্পৰাৰ সৈতে বেছিকৈ সম্পৰ্কত আহিবৰ পৰাই তেওঁলোকে নিজৰ গৌৰৱময় ঐতিহ্যৰ কথা পাহৰি বাহিৰৰ তৰল কথাবোৰৰ প্ৰতি আকৃষ্ট হ'বলৈ ধৰিলে। গভীৰ আধ্যাত্মিক দৰ্শন আৰু তত্ত্বৰ প্ৰতি শ্ৰদ্ধাবান হোৱাৰ সলনি সস্তীয়া আৰু খন্তেকীয়া উত্তেজনাবৰ্ধক গান-বাজনা ভাল পোৱাৰ বাবেই শৈলেন বৰঠাকুৰৰ শিক্ষিতা ভাগিনীয়েকজনীয়ে তেনে এটা মাৰাত্মক ভুল পদক্ষেপ ল'লে বুলি তোষেশ্বৰ গগৈৰ বিশ্বাস। পৰিয়ালৰ আৰ্থিক দুৰৱস্থাৰ বাবে সৰুৰে পৰাই অতি মেধাবী ছাত্ৰ হৈও পৰিয়ালৰ স্বাৰ্থত তিনিটাকৈ বিষয়ত লে'টাৰ নম্বৰ পায়ো যোৰহাটৰ প্ৰিন্স অৱ ৱেল্‌ছ প্ৰতিষ্ঠানত চিভিল ইঞ্জিনিয়েৰীঙৰ ডিপ্লোমা লৈয়ে শিক্ষা সমাপ্ত কৰিবলৈ বাধ্য হোৱা তোষেশ্বৰৰ উচ্চ শিক্ষাৰ প্ৰয়োজনীয়তাৰ সম্পৰ্কত সন্দেহ নাই। কিন্তু উচ্চ শিক্ষা গ্ৰহণৰ বৰ্তমানৰ পৰিৱেশত 'বিজতৰীয়া' সংস্কৃতিৰ প্ৰভাৱৰ বিষয়তহে তেওঁৰ প্ৰচণ্ড ক্ষোভ। বিজ্ঞানৰ উন্নতিৰ বাবে প্ৰযুক্তিৰ চমকপ্ৰদ প্ৰগতিৰ বাবে মানুহৰ জীৱন আগতকৈ সহজ হৈছে বুলি মানিলেও সুখৰ হৈছে বুলি, শুভময় হৈছে বুলি মানিবলৈ তোষেশ্বৰ ৰাজী নহয়। সেই যে তাহানি কলেজত থাকোঁতে বাঙালী সাহিত্যিক যাযাবৰৰ জনপ্ৰিয় গ্ৰন্থ 'দৃষ্টিপাত'ত কৈছিল— 'আধুনিক বিজ্ঞান মানুষকে দিয়েছে বেগ, কেড়ে নিয়েছে আবেগ'— তাক গগৈয়ে সৰ্বান্তঃকৰণে বিশ্বাস কৰে।

হেমিদুৰে বাৰাণ্ডাতে বহি বহি তোষেশ্বৰ গগৈৰ এনে কঠোৰ মনোভাৱৰ কাৰণ বিশ্লেষণৰ চেষ্টা কৰিলে। কম বয়সতে চাকৰিত সোমোৱা মানুহটোৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সময়খিনি ৰাস্তা-ঘাট দলং-কালভাৰ্ট সজাৰ কামত লাগি থাকোঁতে কেৱল অধস্তন কৰ্মচাৰীক ডাবি-ধমকি দিয়া আৰু উৰ্ধতন বিষয়াৰ লগত হক কথাত তৰ্ক কৰি থাকোঁতেই অতিবাহিত হ'ল। মহৰী আৰু শ্ৰমিকৰ কামৰ ফাঁকি আৰু ওপৰৰ বিষয়াসকলৰ অসাধু ঠিকাদাৰৰ সৈতে সখা-মিতিৰালি কৰি কোৱোণাৰে ধন সঁচাৰ লোভ দেখি মানুহটো নিষ্ফল ক্ৰোধত জ্বলি-পুৰি থাকোঁতেই চাকৰি জীৱন শেষ হ'ল। তেওঁ নিজে জীৱনত কোনোদিনে কাহানিও অলপো অনিয়ম কৰা নাই বুলি বুকু ডাঠি নিশ্চয় কব নোৱাৰে। কিন্তু ৰাজহুৱা ধন হ'ল বুলিয়েই মৰাশ'ৰ ওপৰত খকুৱা শগুণ পৰাৰ দৰে সেই ধন লুটি-পুটি খোৱা কথাটো তোষেশ্বৰে কাহানিও সহজভাৱে মানিবলৈ কোনোপধ্যে প্ৰস্তুত নোহোৱাৰ বাবেই কৰ্মস্থানত পদেপদে বিৰোধৰ সন্মুখীন হ'বলগীয়া হৈছিল। সঘনে বদলী হ'বলগীয়া হোৱাৰ বাবে পৰিয়ালৰ মানুহবোৰে বিস্তৰ অসুবিধা ভুগিবলগীয়া হৈছিল। বিশেষকৈ মাকৰ অসুখৰ সময়ত তুৰাত থকাৰ বাবে ঢুকুৱাৰ পাঁচদিনৰ পিচতহে ঘৰলৈ আহিবলৈ ছুটী পোৱাৰ কথাটোৱে তেওঁক গোটেই জীৱন মনোকষ্ট দি থাকিব।

অৱশ্যে ভগৱানৰ কৃপাত দেউতাকৰ প্ৰত্যক্ষ তত্বাৱধান নথকা সত্বেও তেওঁৰ তিনিটা ল'ৰায়েই পঢ়া-শুনাত ভাল কৰি এতিয়া সুপ্ৰতিষ্ঠিত আৰু সুখৰ সাংসাৰিক জীৱন আৰম্ভ কৰিছে। তোষেশ্বৰৰ মতে, মাকৰ, অৰ্থাৎ তেওঁৰ পত্নীৰ সতৰ্ক যত্নৰ বাবেই তেওঁলোকৰ ল'ৰাকেইটা কেৱল পঢ়া-শুনাতে ভাল ফল দেখুৱাই নহয়, স্বভাৱ-চৰিত্ৰ আদিতো শলাগিবলগীয়া হৈছে। সেয়ে তেওঁ সন্তান-পালনত মাকৰ গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা বাৰে বাৰে দোহাৰে। বিশেষকৈ ছোৱালীৰ ক্ষেত্ৰত মাকৰ দায়িত্ব বহুত বেছি বুলি তোষেশ্বৰে মনে-প্ৰাণে বিশ্বাস কৰে। শৈলেন বৰঠাকুৰৰ ভাগিনীয়েকজনীৰ ক্ষেত্ৰত মাকে সময়মতে সাৱধান হোৱা হ'লে তাই তেনে এটি পদক্ষেপ ল'বলৈ সাহস নকৰিলেহেঁতেন বুলি তোষেশ্বৰে ভাবে।

এই কথাটোকে লৈ সুভাষ আৰু ইমদাদৰ সৈতে তোষেশ্বৰৰ প্ৰচণ্ড কথা কটাকটি। সুভাষ চক্ৰৱৰ্তীয়ে স্থানীয় সাৰদাবালা বংগীয় বিদ্যালয়ৰ বিজ্ঞান আৰু গণিতৰ শিক্ষক হিচাবে দুবছৰৰ আগতে অৱসৰ লৈছে। ইমদাদ আছিল বিক্ৰীকৰ বিভাগৰ কাৰ্যালয় সহকাৰী। পিচত কৰ পৰিদৰ্শক হিচাবে পদোন্নতি পাই যোৱা বছৰৰ আগৰ বছৰ তিনিচুকীয়াৰ পৰা অৱসৰ লৈছে। এশ বছৰৰো আগতে এতিয়াৰ বাংলাদেশৰ শ্ৰীহট্ট জিলাৰ পৰা স্থানীয় নগৰখনৰ কালীমন্দিৰৰ পূজাৰী হিচাবে অহা সুভাষ চক্ৰৱৰ্তীৰ ককাদেউতাক মহীতোষ চক্ৰৱৰ্তী আছিল এগৰাকী বিদগ্ধ সংস্কৃত পণ্ডিত আৰু বিখ্যাত জোতিষী। পূজা-অৰ্চনা, শাস্ত্ৰ আৰু জ্যোতিষৰ চৰ্চাতে মগ্ন মানুহজন সংসাৰৰ মাজত থাকিও যেন সংসাৰৰ পৰা বিচ্ছিন্ন। পাঁচোটাকৈ পুত্ৰ আৰু তিনিজনী কন্যা, পৰিবাৰ, বিধবা ভনীয়েক, মাউৰা ভাগিনীয়েক আদিৰে এটি বৃহৎ পৰিয়ালক নিজৰ সামান্য আয়েৰে কেনেকৈ পোহপাল দিছিল এতিয়া ভাবিলেও হেমিদুৰৰ মূৰটো ঘূৰাই যোৱা যেন লাগে। অৱশ্যে অতিশয় সংস্কৃতিবান ককাকৰ পৰা সুভাষহঁতে পাইছিল গভীৰ উদাৰ নৈতিক মানসিকতাৰ পৰম্পৰা। সুভাষৰ দেউতাক পৰিতোষ চক্ৰবৰ্তীৰ চকবজাৰত কিতাপৰ দোকান আছিল। স্থায়ী ব্যৱসায়ত লগাৰ আগতে তেখেতে জিলাখনৰ বিভিন্ন স্থানৰ হাট-বজাৰবোৰত বিশেষকৈ স্কুলীয়া কিতাপ-পত্ৰ বিক্ৰী কৰি ফুৰিছিল। সেই ব্যৱসায়ত কিছু সফলতাৰ মুখ দেখাৰ পিচত চকবজাৰত এটা সৰু কোঠাত কিতাপৰ দোকান আৰম্ভ কৰে। তাৰ লগতে অসমীয়া, বাংলা, ইংৰাজী বাতৰি কাকত পৰিবেশনৰো ব্যৱসায় চলাবলৈ ধৰে। অতি ভদ্ৰ, অমায়িক পৰিতোষ চক্ৰৱৰ্তীৰ দোকানত থকা ৰুচিশীল কিতাপ, আলোচনীয়ে সেই সৰু নগৰখনৰ পাঠকৰ ৰুচি গঢ় দিয়াত বৰঙণি যোগাইছিল। তদুপৰি প্ৰগতিশীল চিন্তা-চৰ্চাত অংশগ্ৰহণ কৰা সুভাষৰ দেউতাকে নিজৰ পুতেকৰ লগতে তেওঁৰ বন্ধু-বান্ধৱকো প্ৰগতিশীল হ'বলৈ উৎসাহ দিছিল।

ইমদাদ হুছেইন সম্পূৰ্ণৰূপে নিজৰ ভৰিত নিজে থিয় হোৱা মানুহ। যাক ইংৰাজীত কোৱা হয়— 'ছেল্‌ফ-মে'ড মেন'— ইমদাদ তেনে এজন মানুহ। সহপাঠী ইমদাদৰ

কথা এতিয়া ভাবিলে হেমিদুৰৰ কিবা বিস্ময়কৰ কাহিনী পঢ়া যেন লাগে। ইমদাদহঁতৰ পৰিয়ালটো নগৰখনৰ অতি পুৰণি অভিজাত পৰিয়ালবৰৰ মাজৰে আছিল যদিও সিহঁতৰ ককাকৰ দিনৰে পৰাই পৰিয়ালটোৰ অৱস্থা বেয়ালৈ ঢাল খাইছিল। বিশেষকৈ নগৰখনৰ একমাত্ৰ চিনেমা হ'লটোৰ সংক্ৰান্তত এটি মাৰোৱাৰী ব্যৱসায়ী পৰিয়ালৰ লগত হোৱা মোকদৰ্মাখনেই সিহঁতৰ অৱস্থা বেয়া কৰি পেলালে। লিখিতভাবে কিবা বন্দোবস্ত আছিল নে নাই জনা নগ'লেও চিনেমা হলটো থকা মাটিডোখৰ যে ইমদাদহঁতৰে আছিল, সেই কথা জনাজাত। সৰু ৰাইছমিল এটা আৰু এখন গেলামালৰ দোকানেৰে নগৰখনত ব্যৱসায় আৰম্ভ কৰা লাডুৰাম মাহেশ্ৰীয়ে কি চুক্তিত ইমদাদহঁতৰ মাটিত চিনেমা হলটো বহুৱাইছিল, সেয়া ৰাইজে নাজানে। কিন্তু ইমদাদৰ দেউতাক তফজলে হলৰ ফাৰ্ষ্ট ক্লাছৰ টিকট কাউণ্টাৰত টিকট বেচা সিহঁতে দেখিছে। ইমদাদে সিহঁতক কোৱা মতে ভাগীদাৰী ব্যৱস্থাৰে খোলা চিনেমা হলটো পিচত লাডুৰাম কেএাই নিজে হস্তগত কৰিবলৈ বিচৰাৰ পৰাই বিৰোধৰ সূত্ৰপাত হয়। বহুত বছৰ নিম্ন আদালতত মোকৰ্দমা চলাৰ পিচত ইমদাদহঁত হাৰিল। ইমদাদৰ মোমায়েকহঁতে লাডুৰামৰ পৰিয়ালৰ লগত কিবা এটা মোকাবিলা কৰিবলৈ পৰামৰ্শ দিছিল। কিন্তু কোনে কাৰ কথা শুনে? লোকৰ উচটনিত মামলা হাইকোৰ্ট পালেগৈ। দীৰ্ঘদিন কাছাৰী-উকীল কৰি কৰি যেতিয়া পুনৰ হাইকোৰ্টত ৰায় ইমদাদহঁতৰ বিপক্ষে গ'ল, তেতিয়া পৰিয়ালটো সঁচা অৰ্থতে সৰ্বস্বান্ত, ক্লান্ত।

আৰ্থিক সংকটৰ কথাটো গুৰুত্বপূৰ্ণ হ'লেও পৰিয়ালটোৰ বাবে অধিক বিপদৰ কাৰণ হৈছিল ইমদাদৰ দেউতাক, তফজলৰ চাৰিত্ৰিক পৰিৱৰ্তন। মেট্ৰিক দ্বিতীয় বিভাগত পাছ কৰি তেওঁ নগৰখনত নতুনকৈ স্থাপন কৰা কলেজখনতে আই-এ শ্ৰেণীত নামভৰ্তি কৰি চৰকাৰী হাইস্কুলতে চলা পুৱাৰ শ্ৰেণীত এবছৰমান পঢ়া-শুনা কৰিছিল। কিন্তু ইতিমধ্যে ঘৰখনলৈ অহা নানা বিপৰ্যয়ৰ বাবে পঢ়া-শুনা বাদ দি তেওঁ চিনেমা হলৰ চাকৰিত সোমাল। দুপৰীয়া ডেৰ-দুই বজাৰ মেটিনী শ্ব'ৰ পৰা আৰম্ভ কৰি নিশালৈকে চলা তিনিটা শ্ব'ৰ টিকট বিক্ৰীৰ বাবে দিনটোৰ আধাসময় কামতে ব্যস্ত থাকিব লাগে। তাৰ উপৰিও সপ্তাহত দুই-তিনিবাৰকৈ ট্ৰেজাৰীত টকা জমা দি মনোৰঞ্জন টেক্সৰ ষ্টাম্প সংগ্ৰহ কৰি সেইবোৰ চিনেমাৰ প্ৰতিটো টিকটতে আঠা লগাই হলৰ মোহৰ মৰা, পাব্‌লিচিটিৰ বাবে প্ৰেছৰ পৰা হেণ্ডবিল অনা, শুকুৰবাৰে নতুন চিনেমাৰ প্ৰচাৰৰ বাবে ওলোৱা বেণ্ডপাৰ্টিৰ মানুহক সেইবোৰ দিয়া আদি কামে তফজলক দিনটোৰ বেছিভাগ সময় ব্যস্ত ৰাখে। চিনেমা হলত কামত ধৰাৰ তিনি বছৰ মানৰ পিচতে তফজলৰ প্ৰবল আপত্তি সত্বেও পৰিয়ালে তেওঁক বিয়া পাতি দিলে। যথাসময়ত তিনিটা ল'ৰা-ছোৱালীৰে সৈতে তফজলৰ সংসাৰ ভৰি যোৱাৰ লগতে অভাৱো বাঢ়ি গ'ল। চিনেমা হলৰ চাকৰিৰ

দৰমহাৰে ঘৰ চলোৱা টান পৰাত সংসাৰত অশান্তিৰ সৃষ্টি হ'ল। আৰু সেই সময়তে তফজলে মদ খাবলৈ আৰম্ভ কৰিলে। এনে এখন সংসাৰতে জন্ম লৈ ইমদাদে ভীষণ অসুবিধাৰ মাজেদি পঢ়া-শুনা কৰি খুব ভালকৈ মেট্ৰিক পাছ কৰিলে। সেই সময়তে সিহঁতৰ ঠাইখনত বিক্ৰীকৰ অধীক্ষকৰ কাৰ্যালয় আৰম্ভ হ'ল আৰু প্ৰায় চাৰে-তিনিশ প্ৰাৰ্থীৰ মাজত হোৱা সাক্ষাৎপৰীক্ষাত উত্তীৰ্ণ হৈ ইমদাদ সেই কাৰ্যালয়তে কাৰ্যালয় সহায়কৰ চাকৰিত মকৰল হ'ল। ইতিমধ্যে কঁলেজৰ নৈশ শাখাত নামভৰ্তি কৰি সি বি এ পাছ কৰিলে।

প্ৰায় প্ৰতিদিনেই সন্ধিয়া পৰত বৰপুখুৰীৰ পাৰৰ বেঞ্চত অন্ততঃ এঘণ্টামানৰ বাবে বহি আড্ডা মৰা দলটোৰ ভিতৰত সম্ভৱ আটাইতকৈ শান্ত স্বভাৱৰ শৈলেন বৰঠাকুৰ প্ৰচণ্ড প্ৰৰোচনাতো উত্তেজিত নহয়। বোধকৰো সিহঁতৰ আঢ্যৱন্ত আৰু ৰুচিবান পৰিয়ালটোৰ গত দুটা প্ৰজন্মত বিভিন্ন সময়ত অহা নানা ধৰণৰ দুৰ্যোগে সিহঁতক ধৈৰ্যশীল হোৱাৰ শিক্ষা দিছে। স্থানীয় শিৱদ'লৰ মুখ্য পুৰোহিতৰ সন্মানজনক বাবটো সিহঁতৰ পৰিয়ালেই পুৰুষানুক্ৰমে প্ৰায় দুশ বছৰৰো ওপৰ কাল ভোগ কৰি আহিছে। আহোমৰ ৰাজত্ব কালতে উত্তৰ ভাৰতৰ পৰা অহা এই পৰিয়ালটোৰ প্ৰায়বোৰ মানুহৰ শৰীৰ, মুখৰ আকৃতি, গা-গাৰি, উচ্চতা আদি স্থানীয় মানুহতকৈ বহুখিনি বেলেগ। বিশেষকৈ গাৰ বৰণ, নাক-মুখ আদিয়ে তেওঁলোকৰ প্ৰত্যেক জনকে সুকীয়া বৈশিষ্ট্য দান কৰে। শৈলেনৰ ককাকৰ চেহেৰাটো হেমিদুৰৰ ৰিণিকি-ৰিণিকিহে মনত আছে। সেই সময়ত বোধকৰো বুঢ়াৰ বয়স চাৰিকুৰিৰো বেছি হৈছিল। সেই বয়সতো পোন হৈ খোজ কঢ়া মানুহজনৰ চকুত নাছিল চশমা, দাঁতো বোধকৰো সম্পূৰ্ণ সৰা নাছিল। নিয়মিত আসন, পৰিমিত আহাৰ, সংযত আচৰণৰ বাবেই বোধকৰোঁ মৃত্যুৰ আগদিনালৈকে তেওঁ বিছনাৰ আশ্ৰয় লোৱা নাছিল। কিন্তু মৃত্যুৰ দুদিনমানৰ আগতে পোৱা মানসিক আঘাতে তেওঁক কোনো ধৰণৰ আগজাননী নিদিয়াকৈয়ে পৃথিৱীৰ পৰা বিদায় লোৱাত অৰিহণা যোগালে। তেওঁৰ চাৰিজন পুত্ৰ সন্তানৰ ভিতৰত জ্যেষ্ঠ আৰু জ্ঞানী পুত্ৰ, শৈলেনহঁতৰ বৰদেউতাক, চৰকাৰী হাইস্কুলৰ সংস্কৃতৰ শিক্ষণ শ্ৰীযুত ধূৰ্জতিপ্ৰসাদ বৰঠাকুৰে পাঁচোটাকৈ এমাডিমা ল'ৰা-ছোৱালী আৰু পত্নীক নিঠৰুৱা কৰি বাৰীৰ পিচৰ এজোপা আমগছত ডিঙিত চিপজৰি লৈ আত্মহত্যা কৰিলে। এই অপ্ৰত্যাশিত ঘটনাৰ ৰহস্য শৈলেনৰ বৰদেউতাকৰ লগতে গুচি গ'ল।

সেই ঘটনাটোৱে সিহঁতৰ পৰিয়ালটোক যি প্ৰচণ্ড মানসিক চাপত পেলাই গ'ল তাৰ পৰা পৰিয়ালটো কোনো দিনেই উদ্ধাৰ নাপালে। দ'লৰ সন্মুখত সৰু বজাৰখনৰ এটি ঘৰতে পূজাৰ যাবতীয় সামগ্ৰীৰ লগতে ধৰ্মীয় পুথি-পত্ৰ বিক্ৰী কৰা দোকানখনৰ মালিক শৈলেনৰ দেউতাক হেৰম্বপ্ৰসাদ বৰঠাকুৰ এনেয়েও কম কথাৰ মানুহ আছিল।

ককায়েকৰ অপ্ৰত্যাশিত মৃত্যুৱে মানুহজনক আৰু নিৰৱ কৰি পেলালে। কিন্তু তেওঁ নিজৰ পত্নী, পুতেক-জীয়েকৰ লগতে ডাঙৰ ককায়েকৰ পৰিয়ালটোৰ সম্পূৰ্ণ ভাৰ নিজৰ কান্ধত তুলি ল'বলৈ অলপো দ্বিধা বোধ নকৰিলে। চেৰেকাপাৰৰ ওচৰত থকা সামান্য ৰুপিত মাটি আধি দি পোৱা ধান আৰু দোকানখনৰ সামান্য আয়েৰেই দুটা পৰিয়াল মোটামুটি সন্মানজনকভাৱে চলাই লৈ গ'ল। স্কুল-কলেজত ফুটবলত নাম থকা শৈলেন বৰঠাকুৰে স্থানীয় কলেজখনৰে পৰা বি এ পাছ কৰি হাঁহচৰা হাইস্কুলত সহকাৰী শিক্ষকৰ চাকৰিত সোমাল আৰু যথাসময়ত সহকাৰী প্ৰধান শিক্ষকৰ পদৰ পৰা অৱসৰ ল'লে।

বাৰাণ্ডাৰ চকীখনতে বহি হেমিদুৰে ভাৱে— এই যে সিহঁতৰ বন্ধু-বান্ধৱৰ সৰু দলটো, এনেকুৱা বহুতো মানুহ এইখন নগৰতে আছে। অকল এইখন নগৰ বুলি নহয়, এই জিলাখনতে থকা বহুতো নগৰ আৰু গাঁৱত বাস কৰা মানুহবোৰৰ প্ৰত্যেকজনৰ ঘৰতে কিমান অলিখিত কাহিনীৰ সমল সোমাই আছে। প্ৰত্যেকজন মানুহৰে সুকীয়া সুকীয়া কাহিনী। এইবোৰ কাহিনীৰ ৰচক কোন? এইবোৰ কাহিনীৰ সৰহভাগেই দেখোন কাষৰ মানুহৰ বাহিৰে আনে নজনাকৈয়ে ৰৈ যাব। নাই, সেইটো হ'বলৈ দিব নোৱাৰি। সকলোৰে কথা হেমিদুৰে নাজানে। আৰু জানিলেও সকলোৰে কথা ক'বলৈ সময়ে নাটিব। কিন্তু তাৰ নিজৰ কথা, তাৰ বন্ধু-বান্ধৱৰ কথা, সি জনা তাৰ নগৰখনৰ মানুহৰ কথা সি ক'ব। বোৱাৰীয়েকক আৰু আধা কাপ চাহ দিবলৈ ক'বলৈ তেওঁ বহাৰ পৰা উঠিল আৰু লাহে লাহে ঘৰৰ ভিতৰলৈ সোমাই গ'ল।



# দ্বিতীয় খণ্ড

"নমস্কাৰ! মোৰ নাম মিছ্ জেৰিনা বেগম। মই পশ্চিম ৰজাবাহৰ নিম্ন প্ৰাইমেৰী বিদ্যালয়ৰ তৃতীয় শ্ৰেণীত পঢ়োঁ।"

"নমস্কাৰ! মোৰ নাম মিছ্ জুলেনা বেগম। মই পশ্চিম ৰজাবাহৰ নিম্ন প্ৰাইমেৰী বিদ্যালয়ত তৃতীয় শ্ৰেণীত পঢ়োঁ।"

ন-দহ বছৰমান বয়সৰ মূৰত দুডলীয়া বেণী, গাত-ফুটফুটিয়া ফ্ৰক আৰু কোঁচ দিয়া চুৰিদাৰ পায়জামা পিন্ধা মৰম লগা দুজনী সৰু ছোৱালীয়ে যেতিয়া সিহঁতৰ সন্মুখত থিয় হৈ ইজনীৰ পিচত সিজনীয়ে নিজৰ পৰিচয় দিবলৈ লাগিল, তেতিয়া হেমিদুৰে হাঁহিবই নে গহীন হৈ থাকিব— থিৰাং কৰিব নোৱাৰি বিমোৰত পৰিল। সেয়া বাৰু কিমান দিনৰ আগৰ দৃশ্য? অন্ততঃ পঞ্চাশ বছৰতো নিশ্চয় হ'ব। সেই বছৰেই সি বি-এ পৰীক্ষা দি আহি নগৰখনৰ ওচৰৰে এখন গাঁৱৰ ভেঞ্চাৰ স্কুলত সহকাৰী শিক্ষকৰ চাকৰিত সোমাই পৰীক্ষাৰ ফলাফললৈ অপেক্ষা কৰিছে। সিহঁতৰ লগৰে ফুলজান আলিয়ে ক্লাছ এইট নে নাইনৰ পৰাই স্কুল এৰি মোমায়েকে কাম কৰা চাহ বাগিচাখনত এপ্ৰেণ্টিছৰ 'চাকৰি'ত সোমাল। হেমিদুৰৰ স্পষ্টকৈ মনত আছে— এই ফুলজানেই তাক জীৱনত প্ৰথম বাৰৰ বাবে চুৰট খাবলৈ শিকাইছিল।

ফুলজানৰ দেউতাক অঞ্চলটোৰ ভিতৰতে সমবয়সীয়া মানুহবোৰৰ মাজতে লেখত লবলগীয়া শৰীৰৰ আছিল। নগৰখনলৈ অহা এটি চাৰ্কাছৰ দলৰ এজন শৰীৰবিদৰ শাৰীৰিক কলা-কৌশলত মুগ্ধ হৈ ভাইজান আলি, মানে ফুলজানৰ দেউতাকে স্কুলৰ ক্লাছ চেভেনত পঢ়ি থাকোতেই ঘৰ এৰি সেই চাৰ্কাছৰ দলটোৰ লগত পলাই গৈ পাঁচ বছৰমান নিৰুদ্দেশ হৈ আছিল। পিচত যেতিয়া ঘৰৰ ল'ৰা ঘৰলৈ উভতি আহে, তেতিয়া ভাইজান গায়ে-গাৰিয়ে নিপোটল এটি প্ৰকাণ্ড শৰীৰৰ ডেকা। বিচিত্ৰ মানুহৰ সৈতে কেইবা বছৰো একেলগে থকাৰ বাবে আচাৰ-ব্যৱহাৰ আৰু মাত-কথাত বেলেগ বেলেগ ঠাইৰ প্ৰভাৱ। 'সমান'ক 'বৰাবৰ' কোৱা, কথাৰ মাজত 'কিন্তু'ৰ ঠাইত 'লেকিন' ওলাই যোৱা আদিৰ বাবে ভাইজানৰ ভাষাই চিনাকী মানুহক আমোদ দিয়ে। পঢ়া-শুনা বিশেষ নহ'ল যদিও মানুহজনে পৰিশ্ৰমৰ মূল্য শিকিলে। কোনো কামকে কৰিবলৈ পিচ-

নোহোঁহোকা ফুলজানৰ দেউতাকে বাহিৰত থাকোতেই কাৰিকৰী কামৰ দক্ষতা অৰ্জন কৰিছিল। ঘূৰি আহি ৰামদেও সিঙৰ কাৰখানাত কিছুদিন কাম কৰি পিচত নিজে সৰুকৈ ৱেল্ডিং আৰু ফিটিং কামৰ কাৰখানা এটা খুলিলে। তেওঁৰ পৰিশ্ৰমী চেষ্টা আৰু দক্ষতাৰ বাবে তেওঁৰ কাৰখানাটোৰ বৰ নাম হ'ল। কম দিনৰ ভিতৰতে ভাইজান আলি অৱস্থাপন্ন হৈ উঠিল। ভালকৈ প্ৰতিষ্ঠিত হৈ লোৱাৰ পিচত নগৰৰ উপকণ্ঠৰে কুকুৰা পুহিয়া নামৰ গাঁৱৰ হাজী ৰেহিমুদ্দিনৰ জীয়েকক বিয়া কৰাই সংসাৰী হ'ল। ফুলজান তেওঁলোকৰে সন্তান।

সেই ফুলজানৰে ছোৱালী ঠিক হৈছিল নগৰৰ পৰা দহ মাইলমান দূৰৈৰ মুদৈজান নামৰ গাঁৱৰ প্ৰসিদ্ধ ব্যৱসায়ী সেখ সৰুধন আলিৰ ঘৰত। অঞ্চলটোত সৰুধন বেপাৰী বুলি জনাজাত মানুহগৰাকী শিক্ষা-দীক্ষা সৰহ নোহোৱাকৈও নিজৰ কঠোৰ পৰিশ্ৰম আৰু সততাৰ সহায়তে সৰুকৈ আৰম্ভ কৰা ব্যৱসায় বহলাবলৈ সক্ষম হৈছিল। ওচৰতে থকা চাহ বাগিচা কেইখনৰ চাহপাতৰ খুচুৰা বেপাৰ আৰম্ভ কৰোতে নিজে চাইকেল মাৰি দহ মাইল নিলগৰ টাউনত মানুহৰ ঘৰে ঘৰে চাহপাত বিক্ৰী কৰাৰ লগতে চাহৰ দোকানবোৰত সৰহীয়াকৈ চাহপাত সৰবৰাহ কৰিছিল। বিক্ৰী কৰা সামগ্ৰীৰ গুণগত মান অটুট ৰখাৰ বাবে সতৰ্ক আৰু লেন-দেনৰ ক্ষেত্ৰত স্বচ্ছ আৰু অতি সৎ হোৱাৰ বাবেই তেওঁ মানুহৰ আস্থাৰ পাত্ৰ হৈ পৰিছিল। তেওঁৰে ভায়েক ৰজাবাহৰ প্ৰাইমেৰী বিদ্যালয়ৰ শিক্ষক ৰেজিবুদ্দিন আহমেদৰ ছোৱালী ৰেহিমাৰ লগতে ফুলজানৰ বিয়াৰ সম্পৰ্ক স্থিৰ হৈছিল। পৰম্পৰাগতভাৱে বিয়াৰ সাত মাহ মানৰ আগতেই দুয়ো পক্ষৰ মুৰব্বী আৰু পৰিয়ালৰ আপোন মানুহৰ সন্মুখতে ফুলজানহঁতৰ ঘৰৰ পৰা ছোৱালীক আঙুঠি পিন্ধাই সামাজিকভাৱে জোৰোণ দিয়া হ'ল। তাৰ পিচতে দুয়োটা পৰিয়ালৰ মুৰব্বী দুগৰাকীৰ পৰামৰ্শ মতেই ল'ৰাক ছোৱালীঘৰলৈ এবাৰ পঠিয়াই ল'ৰা-ছোৱালীক চা-চিনাকী হোৱাৰ সুযোগ দিয়াৰ ব্যৱস্থা হ'ল। কথাটোৱে দুয়োখন ঘৰতে মৃদু আলোড়নৰো সৃষ্টি কৰিলে। বয়সস্থসকলে কথাটো মুঠেই পছন্দ নকৰিলে। দুয়োটা পৰিয়ালৰ মুখিয়ালসকলে চাই বন্দোৱস্ত কৰাৰ পিচত ল'ৰাৰ বা ছোৱালীৰ আকৌ চিনাকী হোৱাৰ দৰকাৰ কি- তেওঁলোকে বুজি নাপালে। বয়সস্থ মহিলাসকলে নিকাহ হোৱাৰ আগতেই 'বালেগ' ছোৱালী তেনেকৈ ডেকা ল'ৰাৰ আগত ওলোৱা ডাঙৰ গুণাহৰ কথা বুলি আপত্তি কৰিলে। কেইগৰাকীমান বুঢ়ীয়ে ক'লে, জানো বোপাই, আমাৰ বাপ-জনমত এনেকৈ চৰক সুধি চাউল 'হিজোৱা'ৰ কথা শুনা নাছিলো!

ভাইজান আৰু সৰুধনৰ প্ৰত্যক্ষ সমৰ্থনত সকলোবোৰ আপত্তি তল পৰিল! এদিন ফাচৌ ড্ৰাইভাৰৰ টেক্সীখন ভাড়া লৈ ফুলজানে লগৰ পাচোঁটামানক লৈ ছোৱালীঘৰ পালেগৈ। হেমিদুৰো সেই দলৰ সদস্য আছিল। গৈ পোৱাৰ পিচতে সিহঁতে পোৱা

অভ্যৰ্থনাৰ আন্তৰিকতা আৰু সাৰল্যই অন্ততঃ হেমিদুৰৰ অন্তৰ পৰশি গ'ল। বাৰীৰ নেমুৰ চৰ্বত টোপাৰ পৰা আৰম্ভ কৰি আবেলি ঘূৰি আহিবৰ সময়ত দিয়া চাহলৈকে ছোৱালীঘৰৰ আদৰ-আপ্যায়নে তাক অভিভূত কৰি তুলিছিল। দীঘলকৈ ওৰণি লোৱা দুগৰাকী বোৱাৰী আৰু বিয়া দি উলিয়াই দিয়া তিনিজনী ছোৱালীয়ে অতি সযতনে সিহঁতৰ প্ৰথমতে চাহ-জলপান খুৱাইহে আন কথা উলিয়ালে। সেই সময়ত প্ৰায় একে চাইজৰ আৰু একে বয়সৰে ছোৱালী কেইজনীয়ে হেমিদুৰহঁতৰ মনোযোগ আকৰ্ষণ কৰিছিল। হেমিদুৰেই সিহঁতৰ চিনাকী বিচাৰোতে দুয়োজনীয়ে এজনীৰ পিচত সিজনী থিয় হৈ স্কুল-পৰিদৰ্শকৰ সন্মুখত দিয়াৰ দৰে পৰিচয় দিয়াত হেমিদুৰৰ হাঁহি উঠিবই খুজিছিল।

জোৰোণ পিন্ধোৱাৰ সাত মাহ মানৰ পিচত নিকাহৰ দিন স্থিৰ হ'ল। তাৰ আগতেই দুয়োটা পৰিয়ালৰ মুখিয়াল মানুহে একেলগে বহি 'মোহৰানা'ৰ বন্দোৱস্ত কৰিলে। লগতে নিকাহ কিমান সময়ত হ'ব, দৰাৰ লগত কিমান মানুহ যাব, দৰাৰ লগত যোৱা ডেকাবোৰৰ মাজঁৰ কিমানজনে দৰাৰ লগত 'দৰাখানা' খাব, নিকাহ দৰাৰ লগত যোৱা জোনাবে পঢ়াব নে ছোৱালীঘৰৰ জনে পঢ়াব, বয়সস্থসকলৰ খোৱাৰ বাবে কিবা সুকীয়া ব্যৱস্থা কৰিব লাগিব নেকি — ইত্যাদি খুঁতি-নাতিবোৰ বিস্তাৰিতভাৱে আলোচনা কৰি সৰ্বসন্মত সিদ্ধান্ত লোৱা হ'ল। নিয়াৰিকৈ ব্যৱসায় চলোৱা সৰুধন আলিয়ে একেবাৰে সামান্য কথা এটাত যাতে পিচত মনোমালিন্যৰ কাৰণ হৈ নপৰে, তাৰ প্ৰতি চকু দিয়াৰ বাবে সকলো বন্দোৱস্ত ভালকৈয়ে হ'ল। তেওঁ ফুলজানৰ দেউতাকৰ হাত দুখনত ধৰি অতি বিনয় আৰু সম্ভ্ৰমেৰে ক'লে, ভাইচাহেব, চাব, এই নিকাহ কেৱল আপোনাৰ ল'ৰা আৰু আমাৰ ভতিজা ছোৱালীৰ সম্বন্ধৰ 'জৰিয়া'ই মাত্ৰ নহয়, ই দুটা পৰিয়ালৰ চিৰকালৰ বাবে জোৰা লগোৱাৰ কথা। আমাৰ ইজ্জত এতিয়া আপোনালোকৰো ইজ্জত। চাব যাতে দুয়োখন ঘৰৰে ইজ্জতত কোনো দাগ নপৰে। ভাইজান আলিয়েও আবেগ-বিহ্বল কণ্ঠেৰে তেওঁক আশ্বস্ত কৰি ক'লে, কেলৈ তেনেকৈ কৈছে ককাইটি, আপুনি নিশ্চিন্ত হৈ থাকক, ইন্‌শ্বা আল্লাহ, চব ঠিকে-ঠাকে হৈ যাব।

আৰু সঁচাকৈয়ে কামবোৰ সুচাৰুৰূপেই চলি গ'ল। সেই দিনবোৰৰ কথা হেমিদুৰৰ মানস পটত এতিয়াও সৌ সিদিনাৰ ঘটনাৰ দৰে উজ্জ্বল হৈ জিলিকি আছে। একেখন ঠাইতে থকা বাবে আৰু স্কুলত চাকৰি কৰা বাবে হেমিদুৰৰ তেতিয়া সময় আছিল অফুৰন্ত। সেইবাবে ফুলজানৰ বিয়াৰ প্ৰাৰম্ভিক আয়োজনৰ পৰা আৰম্ভ কৰি সকলো স্তৰতে তাৰ সম্পৰ্ক আছিল নিবিড়। বিয়াৰ ৰভা-পৰলি দিয়া কামৰ বাবে এতিয়াৰ দৰে ডেক'ৰেটৰৰ ব্যৱস্থা নাছিল। আনহে নালাগে তেনে কামৰ বাবে হাজিৰা দিয়া শ্ৰমিক নিয়োগকো সমাজে অপমানৰ কথা বুলি ভাবিছিল। ৰভা দিয়াৰ কামটো এটা আনুষ্ঠানিক

ক্ৰিয়াৰ পৰ্যায়ৰ আছিল। কম সংখ্যক হ'লেও সেই কামৰ বাবে সুকীয়াকৈ মানুহক নিমন্ত্ৰণ কৰা হৈছিল। মানুহ আহি চোতালত গোট খোৱাৰ পিচত ফুলজানৰ দেউতাকে আথে-বেথে তামোল-পানৰ বটা আগ বঢ়াই ৰাইজক সম্বোধি কৈছিল, জামাত চাহেবান, ল'ৰা পোৱালীটোৰ বিয়াখন আল্লাৰ ওপৰত 'তৱাক্কল' আৰু আপোনালোকৰ সহায়ৰ ভাৰসাতে পাতিবলৈ ওলাইছো। ফুলজানক আপোনালোকৰে নিজৰ ল'ৰা বুলি ভাবি আৰু কামফেৰা আপোনালোকৰে বুলি ভাবি সকলোৱে লাগি-মেলি উঠাই দিলে বৰ মেহেৰবাণী কৰা হ'ব। ফুলজানৰ মাক, খুৰীয়েক, পেহীয়েক, মাহীয়েকহঁতে আগ বঢ়োৱা চাহ-জলপান খাই সকলোৱে হাত উঠাই দোৱা কৰি ৰভা দিয়াৰ কামত লাগি গৈছিল। বদৰত ঠিকাদাৰে আগফাল আৰু পিচফালৰ ৰভাৰ বাবে লগা টিনপাতখিনি উপযাচি নিজৰ ঠেলাৰে বিয়াঘৰত পেলোৱাৰ ব্যৱস্থা কৰিছিল। সন্মুখৰ ৰভাত খটুৱা আটাইবোৰ খুটাই আহিছিল তফজলহঁতৰ তামোলবাৰীৰ পৰা। মাত্ৰ কলৰ খুটাকেইটাহে আছিল ফুলজানহঁতৰ বাৰীৰ। খাচ নগৰৰ মাজতে এনেকৈয়ে সকলো ৰাইজৰ সহযোগত এখন বিয়াৰ কাম সুকলমে হৈ গৈছিল।

ফুলজানৰ বিয়াৰ বৰযাত্ৰী হৈ যোৱাৰ কথাবোৰ হেমিদুৰৰ সৌ সিদিনাখনৰ কথাৰ দৰে স্পষ্টকৈ মনত আছে। আচলতে ডেকা বয়সত বিয়া এখনৰ সকলোবোৰ অনুষ্ঠানৰে সৈতে প্ৰত্যক্ষভাৱে জড়িত হোৱাৰ সেয়েই তাৰ বাবে প্ৰথম অভিজ্ঞতা আছিল বাবে [illegible]হবলা, সি সকলোবোৰ অনুষ্ঠান বৰ ভালকৈ উপভোগ কৰিছিল। বিয়াৰ আগদিনা হোৱা হেমিদুৰৰ ঘৰৰ অভ্যৰ্থনাৰ পিচত নিশালৈ হোৱা 'বৈঠকী'ৰ দৰে অনুষ্ঠান জানো আজিকালি ক'ৰবাত হয়? 'কণা মুছলিম' বুলি জনাজাত অন্ধ শিল্পী মুছলিম আলিৰ বেঁকা হৈ হাৰমনিয়ামৰ ৰীডত আঙুলি বোলাই গোৱা 'সোণৰ সপোন মোৰ ভাঙিলি কিয়' গীতটো পিচৰ জীৱনত আৰু হেমিদুৰে কাহানিও শুনিবলৈ নাপালে। পৰিৱেশৰ প্ৰতি স্বাভাৱিক কাৰণতে উদাসীন সেই গুণী শিল্পীজনে 'নোবোলো তোক সোণৰ অসম'ৰ দৰে দেশপ্ৰেমমূলক গীতৰ পৰা 'বিদায়, বিদায়, আজি আৰতি বিদায়', 'কঁপি উঠে কিয় তাজমহল,' 'উড়নে খাতোলেপে উৰ যাঁউ', 'মেয় ভাঁউৰা তু হেয় ফুল', 'নিশিথে যাও ফুল বনে ৰে ভ্ৰমৰা', 'পৃথিৱী আমাকে ভিখাৰী কৰেছে তোমাকে কৰেছে ৰাণী', 'পৃথিৱী আমাকে চায়, ৰেখোনা বেঁধে আমায়' আদি অসমীয়া, হিন্দী, বঙলা গান উদাত্ত কণ্ঠে তন্ময় হৈ প্ৰায় ডেৰ-দুই ঘণ্টা সময় ধৰি অনৰ্গল গাই গৈছিল। সিহঁতক স্কুলত পিটি পিটি অংক শিকোৱা অতি খঙাল বুলি জনাজাত টংকেশ্বৰ ছাৰে যে ইমান ভাল তবলা বজাব জানে, হেমিদুৰে সেই নিশাহে গম পাইছিল। বজাৰত গেলামালৰ দোকান দিয়া ফুলজানৰ মোমায়েক চোনা দোকানীয়েও যে সুন্দৰ গজল গাব জানে, সেই তথ্যও সিহঁতে সিদিনাহে গম পাইছিল। সিদিনাখনৰ সেই একান্ত

ঘৰুৱা সাংগিতীক সন্ধিয়াৰ অভিজ্ঞতা হেমিদুৰৰ জীৱনৰ পৰম প্ৰাপ্তি বুলি সি এতিয়া বিশ্বাস কৰে।

পিচত অৱশ্যে এই ঘটনাটোকে লৈ অঞ্চলটোত মৃদুভাবে হ'লেও আলোড়ন এটি হৈছিল। মুছলমানৰ ঘৰত বিয়া বুলি গান-বাজনাৰ আয়োজন কৰাৰ বাবে ফুলজানহঁতৰ পৰিয়ালটো গোড়া মানুহখিনিৰ ৰোষত পৰাৰ শংকাও হৈছিল। পিচত অৱশ্যে সেইবোৰ ডেকা ল'ৰাৰ কাম, তাৰ বাবে ডাঙৰৰ দোষ ধৰা ভাল নহ'ব বুলি কোনোবাই বুজনি দিয়াত কথাটোৱে বেছি পোখা মেলিবলৈ নাপালে। বিয়াৰ আগদিনাখন দৰাঘৰৰ পৰা কইনাক আতৰ দিবলৈ যোৱা আৰু কইনাঘৰৰ পৰা দৰাক আতৰ দিবলৈ অহা অনুষ্ঠানো হেমিদুৰহঁতৰ বাবে কম আকৰ্ষণীয় নাছিল। কইনাঘৰৰ পৰা ফুলজানক আতৰ দিবলৈ অহা দিনটোত থকা নগাঁৱৰ ছোৱালী এজনীয়ে দৰাঘৰত বেচ চাঞ্চল্যৰ সৃষ্টি কৰিছিল। সেই সময়লৈকে হেমিদুৰহঁতৰ ফালে ছোৱালীৰ মাজত চালোৱাৰ পায়জামা পিন্ধা প্ৰথা বৰকৈ প্ৰচলন নাছিল। সেই সময়তে সেই ছোৱালীজনীয়ে সেই সময়ৰ হিন্দী ছবিৰ নায়িকা চুৰাইয়া, মুনাৱাৰ চুলতানা আদি নায়িকাই পিন্ধা ডিজাইনৰ কুৰ্তা-পায়জামা পিন্ধি নতুনত্বৰ সঞ্চাৰ কৰিছিল। অতি দেখনিয়াৰ চেহেৰাৰ ছোৱালীজনী আছিল অতি সপ্ৰতিভ আৰু সংকোচহীন। বিয়াঘৰখনলৈ তাই যেন কঢ়িয়াই আনিছিল এটি মুক্ত আৰু সহজ পৰিৱেশ, এটি নতুন সুগন্ধি পৰিৱেশ। হেমিদুৰকে ধৰি সিহঁতৰ লগৰ ডেকাবোৰৰ বুকুত এজাক বুজাব নোৱাৰা ধুমুহাৰ সৃষ্টি কৰি ছোৱালীজনীয়ে যেতিয়া বিয়াঘৰ এৰিছিল, তেতিয়া বহুত সময়লৈকে সিহঁতবোৰ হতবাক হৈ ৰৈছিল। সিদিনা ৰাতি বিয়াঘৰৰ পৰা চাইকেলেৰে ঘৰলৈ আহি থাকোতে হেমিদুৰে মনৰ ভিতৰতে মুকেশৰ এটি হিন্দী গীত গুণগুণাইছিল— "তুম আগৰ মুঝকো নাচাহোতো কোই বাত নহী, তুম আগৰ গৈৰকো চাহোগী তো মুচ্‌কিল হোগী"! ফুলজানৰ ঘৈণীয়েকৰ 'ভাতৰ চৰু দিয়া' অনুষ্ঠানৰ দিয়াখনহে হেমিদুৰহঁতে গম পাইছিল যে নগএগ ছোৱালীজনীৰ বিয়াৰ বন্দোৱস্ত হৈ আছে, ঈদৰ পিচতে পুৰণিগুদামৰ অভাৰচিয়েৰ ল'ৰা এটাৰ লগত তাইৰ বিয়া! ছোৱালীজনীৰ প্ৰতি অন্তৰত জন্ম পোৱা অনাহক দুৰ্বলতাৰ কথা সিহঁত ডেকাবোৰে কোনেও কাকো মুখ খুলি কোৱা নাছিল। তথাপিও ছোৱালীজনী কাৰোবাৰ বাগদত্তা বুলি জনাৰ পিচত তেনেকৈ প্ৰথম দেখাতে এজনী ছোৱালীৰ প্ৰতি দুৰ্বল হৈ পৰাৰ বাবে পিচত বহুদিনলৈকে হেমিদুৰে কোনো অচিনাকী ছোৱালীৰ ওচৰতে সহজ হ'ব পৰা নাছিল।

ফুলজানৰ বৰযাত্ৰাও আছিল হেমিদুৰৰ বাবে অতি স্মৰণীয়। ষ্টেচন চাৰি আলিৰ জালনুৰ পেচকাৰৰ ঘৰৰ পৰা অনা দৰাৰ পোচাকজোৰে ফুলজানক বেলেগ মানুহ কৰি পেলাইছিল। নিজৰ গাৰ পাঞ্জাবী চোলাটোৰ ওপৰতে পিন্ধা গুণাবচা চাপকনটো আৰু

একেদৰে নিজৰ পায়জামাটোৰ ওপৰতে পিন্ধা একে ধৰণে গুণাবচা পায়জামাটোৱে ফুলজানৰ অৱয়বকে সলনি কৰি দিছিল। তদুপৰি মূৰত গোল গোল 'চম্‌কি' লগোৱা উত্তৰ ভাৰতীয় পাগুৰিটোৱে দৰাটোক চিনিব নোৱাৰা কৰি পেলাইছিল। যাত্ৰা আৰম্ভণিৰ পূৰ্বে দৰাৰ লগত যাবলৈ ওলোৱা আৰু ঘৰতে থাকি যোৱা সকলো ৰাইজৰে সামূহিক দোৱা আৰু তাৰ পিচত এখন ডাঙৰ কাঁহীৰ পৰাই দৰাক চামুচেৰে পায়স খুওৱা আদি আনুষ্ঠানিকতাই পৰিবেশটো গহীন কৰি পেলাইছিল। তাৰ মাজতে ল'ৰাবোৰে ফুটোৱা ফটকা আৰু সামৰিক বাহিনীৰ পৰা অৱসৰ পোৱা ফুলজানৰ এগৰাকী মোমায়েকে তেওঁৰ দুনলীয়া বন্দুকটোৰে শূন্যলৈ ফুটোৱা গুলিৰ শব্দই উৎসৱমুখৰ পৰিৱেশৰ সৃষ্টি কৰিছিল। তাৰ পিচতো সিহঁতৰ চুবুৰীৰ প্ৰায় প্ৰতিঘৰ গৃহস্থৰ পদূলিমুখত এখন সৰু মেজত সজাই থোৱা দৰাক খুৱাবৰ বাবে বিশেষভাৱে প্ৰস্তুত কৰা চৰ্বত আৰু বিবিধ মিঠাই। দৰা আৰু তামুলিৰ (দৰাধৰা) উপৰিও সেইবোৰ হেমিদুৰহঁতেও গলাধঃকৰণ কৰিবলগীয়া হৈছিল। বিশেষকৈ হেমিদুৰৰ বাবে আতংকৰ সামগ্ৰী আছিল গাখীৰৰ চৰ্বত আৰু সস্তীয়া দোকানৰ ৰসগোল্লা। কইনাঘৰ পোৱাৰ আগতেও পুনৰ একে দৃশ্যৰ অৱতাৰণা হৈছিল। অসংখ্য ঠাইত চৰ্বত খোৱাৰ বাবে কইনাঘৰ পোৱাৰ অলপ পিচতে সিহঁতে বাহিৰ ফুৰিবলৈ যাবৰ বাবে ব্যস্ত হ'বলগীয়া হৈছিল। সিহঁতে বাৰু কিবা উপায়ে সমস্যাৰ সমাধান কৰি লৈছিল। কিন্তু দৰা আৰু তেওঁৰ সখী খেলিলুৰৰ অৱস্থা কাহিল হৈ পৰিছিল। নিকাহৰ পিচতে ওচৰৰে ঘৰ এখনলৈ দুয়োকে লৈ যোৱাতহে পৰিস্থিতি চম্ভালা সম্ভৱ হৈছিল।

কইনাৰ ঘৰ পোৱাৰ দুশ গজমান আগতে এজাক চেঙেলীয়া ল'ৰাই বাটতে হেঙাৰ দি দৰাৰ পৰা জৰিমণা আদায় কৰাৰ কাৰবাৰটো আছিল দুয়ো পক্ষৰ বাবেই আমোদজনক। বহুতো খত-বান্ধ কৰাৰ অন্তত দৰাৰ দলে ল'ৰামখাক তামোল-পান আৰু পঞ্চাশ টকা মাননী আগ বঢ়াইহে কইনাঘৰলৈ আগ বাঢ়িবলৈ অনুমতি পাইছিল। কইনাঘৰৰ পদূলি মুখতে দৰা আদৰাৰ অনুষ্ঠানটোও আছিল আনন্দদায়ক। ৰভাতললৈ কইনাঘৰীয়া মানুহে অতি আথে-বেথে আগ বঢ়াই নি বহিবলৈ দিছিল। তাৰ পিচতে বহা ঠাইতে চাহ, কেক, মিঠাই, নিম্‌কী আদি পৰিৱেশন কৰা হৈছিল। চাহ জলপান খোৱাৰ পিচত দৰাঘৰ আৰু কইনাঘৰৰ মুখিয়ালসকল আৰু লগতে দৰাৰ লগত যোৱা মছজিদৰ ইমাম আৰু কইনাঘৰীয়া ইমাম সমবেত ৰাইজৰ মাজত বহি ল'লে। তাৰ পিচত কইনাৰ বৰদেউতাকে কুৰ্চা কৰা এখন শৰাইতকৈ সজোৱা এবটা কটা তামোল-পান ৰাইজলৈ আগ বঢ়াই ক'লে, আচ্ছালামু আলেইকুম! আল্লাৰ ওচৰত লাখ-লাখ চুক্‌ৰিয়া যে আমাৰ এই গৰীবৰ চোতালত ইমানখন ৰাইজ গোট খাইছেহি। ইয়াৰ মাজত দুই-এখনৰ বাহিৰে আন আটাইবোৰেই আমাৰ চিনাকী মুখ। বেয়া নাপাই যদি

জামাত চাহেবান কি সকামতনো আমাৰ চোতালত পদধূলা পেলালে জনালে ভাল পাম। সকলোৱে জনা আৰু বিশেষকৈ দুয়ো পক্ষই জনা কথাটোকে নজনাৰ নিচিনাকৈ পৰম্পৰা অনুসৰি সোধাত কোনো বিৰক্ত নহ'ল। বৰঞ্চ ফুলজানৰ দেউতাকেও একেদৰে এবটা তামোল-পান আগ বঢ়াই অতি বিনয়েৰে ক'লে, আচ্ছালামু আলেইকুম জামাত চাহেবান! ককাইটিয়ে ভাল প্ৰশ্নটোকে কৰিছে। আমি টাউনৰ বাবু পট্টিৰ পৰা আহিছো। আমাৰ লগত পৰিয়ালৰ মানুহৰ উপৰিও আমাৰ জামাতৰ মানুহ আহিছে, আমাৰ ইমাম চাহেবো আহিছে। আমি অহাৰ সকামটো হৈছে মোৰ ডাঙৰ ল'ৰা ফুলজানৰ নিকাহৰ বাবে আপোনালোকৰ গাঁৱৰ জোনাব ৰেজিবুদ্দিন আহমদ চাহেবৰ দ্বিতীয় কন্যা মিছ ৰেহিমা বেগমৰ লগত আজিৰ দিনটোতে স্থিৰ কৰা হৈছিল। মেহেৰবানী কৰি নিয়মমতে নিকাহৰ কামফেৰা সমাধা কৰি ছোৱালীৰে সৈতে আমাক সোনকালে বিদায় দিলে বৰ ভাল পাম।

তাৰ পিচত আনুষ্ঠানিকতাখিনি বৰ সুকলমে হৈ গ'ল। আঠ হেজাৰ এশ একাৱন্ন টকা মোহৰানাত কইনাৰ এগৰাকী মোমায়েক উকীল, ভিনিহিয়েক সাক্ষী আৰু ফুলজানৰ এজন দদায়েকৰ সাক্ষীত নিকাহ হৈ গ'ল। ইমাম চাহেবে নিকাহৰ খুৎবা পঢ়াৰ পিচত দুয়োৰে সুখৰ সংসাৰৰ বাবে আল্লাৰ ওচৰত দোৱাৰে কম সময়ৰ ভিতৰতে এজনী অপৰিচিতা ছোৱালী এখন নতুন ঘৰৰ গৃহিণী হৈ পৰিল। তাৰ পিচতে দৰাঘৰৰ পৰা অনা বুন্দিয়া লাৰু দুয়োখন ঘৰৰে চেঙেলীয়া ল'ৰাই আগফালৰ মতা মানুহৰ ৰভা আৰু পিচফালৰ মহিলাসকলৰ ৰভাৰ সকলোৰে মাজতে বিলাই দিলে। নিকাহৰ পিচত বয়সস্থ আৰু কম বয়সীয়া বৰযাত্ৰীসকলক খুওৱা হ'ল। তাৰ পিচত মহিলাসকল আৰু একেবাৰে শেষত ফুলজানৰ লগত অহা পোন্ধৰজনমান ডেকাক বিশেষভাবে আয়োজন কৰা দৰা-খানা খুউৱা হ'ল। কইনা ঘৰৰ ছোৱালীবোৰে সেই সময়ত ল'ৰাবোৰৰ সৈতে বেচ চুপতা-চুপতিখন কৰি ৰগৰ তুলিলে। তাৰ পিচত দৰাই কইনাঘৰীয়া বয়সস্থসকলৰ তামোল আগ বঢ়াই তছলিম কৰিলে। কইনাৰ মাক-বাপেককে ধৰি মুৰব্বীসকলে দৰাক বিধে-বিধে উপহাৰ দিলে। তাৰ পিচত ছোৱালী চমজাই দিয়াৰ পাল। সেইখিনি সময়ত কইনাৰ মাক আৰু বৰমাকৰ কান্দোনে সকলোৰে চকু চলচলীয়া কৰি পেলালে। দৰা-কইনা আহি ফুলজানহঁতৰ ঘৰ সোমাওঁতে সন্ধিয়া আঠ বাজিবৰে হ'ল।

সেই ফুলজানহঁতৰে মাজু ল'ৰাটোৱে ডেকা হৈ যিটো কাণ্ড কৰিলে সিয়ে বাতৰি কাকতৰ চাঞ্চল্যকৰ বাতৰিৰ স্থান পালে। সেয়া সুকীয়া কাহিনী, পিচৰ কথা।



# তৃতীয় খণ্ড

সুভাষ তাৰ নলে-গলে লগা বন্ধু হ'লেও সিহঁতৰ ঘৰখন আৰু পৰিয়ালটোৰ বাহিৰে বাকী মানুহবোৰৰ সৈতে হেমিদুৰৰ ঘনিষ্ঠতা নাছিল। আৰু থকাৰ কথাও নাই। সিহঁতৰ চহৰখনত সুভাষহঁতৰ নিজৰ বুলিবৰ তেনেকৈ কোনো আপোন মানুহো নাই। ককাদেউতাকৰ ফালৰ কোনোবা এজন দূৰ-সম্পৰ্কীয় আত্মীয় চহৰৰ পৰা পোন্ধৰ মাইলমান নিলগৰ ঘোঁৰাজান চাহ বাগিচাত কম্পাউণ্ডাৰ কাম কৰে। সেই পৰিয়ালটোৱে মাজে-সময়ে বজাৰ-সমাৰ কৰিবলৈ টাউনলৈ আহে। তেতিয়া সুভাষহঁতৰ ঘৰলৈও আহে। সুভাষহঁতৰ পৰিয়ালৰ মানুহো নমাহে-ছমাহে বাগিচালৈ যায়। আত্মীয়-স্বজন বুলিবলৈ সিমানেই। চহৰখনত বিভিন্ন বৃত্তিত নিয়োজিত বহুতো বঙালী পৰিয়ালে বাস কৰে। তেওঁলোকে কিন্তু নিজৰ সুকীয়া পৰিচয় প্ৰকাশ কৰিব পৰা ধৰণৰ কোনো বিশেষ কাম ৰাজহুৱাকৈ নকৰে। বজাৰ অঞ্চলৰ শাৰদীয় দুৰ্গা পূজা এভাগৰ প্ৰাথমিক আয়োজন নগৰখনৰ বঙালী ব্যৱসায়ী সম্প্ৰদায়ৰ উদ্যোগত আৰম্ভ হ'লেও কালক্ৰমত সেই পূজাভাগে যথাৰ্থতে সাৰ্বজনীন ৰূপ গ্ৰহণ কৰিলে। কেইবছৰমান পূৰ্বে মৃত্যুবৰণ কৰা চৰকাৰী হাইস্কুলৰ প্ৰাক্তন অধ্যক্ষ আৰু সন্মানীয় শিক্ষাবিদ প্ৰয়াত শিৱনাথ ভট্টাচাৰ্য সেই পূজা সমিতিৰ বহু বছৰ ধৰি সভাপতি আছিল। নগৰখনৰ সমস্ত পূজা সমিতিৰ ভিতৰত এইখন সমিতিৰ ব্যতিক্ৰমী চৰিত্ৰ প্ৰতিমা নিৰ্মাণৰ পৰা আৰম্ভ কৰি সকলো আয়োজনতেই প্ৰকাশ পাইছিল। পূজাৰ কেইদিনত পূজাথলীত বিৰাজ কৰা গাম্ভীৰ্যপূৰ্ণ পৰিৱেশে পূজা-পাতলত বিশ্বাস নৰখাজনকো প্ৰভাৱিত কৰিছিল। পূজাথলীত মাইক ব্যৱহাৰ কৰা হ'লেও পূজাৰ স্তোত্ৰপাঠ, ৰবীন্দ্ৰ সংগীত, শ্যামা সংগীত, জ্যোতি-বিষ্ণুৰ গীত আদিৰ বাহিৰে আন ৰজৰুৱা সংগীত প্ৰচাৰৰ ব্যৱস্থা নাছিল। সেই পূজা ভাগৰ আৰতি প্ৰতিযোগিতাই সমগ্ৰ জিলাখনৰে প্ৰতিযোগীক আকৰ্ষিত কৰিছিল।

গোঁসানীৰ সন্মুখত মূৰ দোঁওৱা, কপালত তিলক লোৱা আদি পূজাৰ আনুষ্ঠানিকতাৰ সৈতে জড়িত নোহোৱাকৈ হেমিদুৰহঁতে বজাৰৰ সাৰ্বজনীন দুৰ্গা পূজাৰ সৈতে যুক্ত হৈছিল। হেমিদুৰৰ দৰে তোযেশ্বৰহঁতৰো পূজাৰ সৈতে সম্পৰ্ক নাই। তথাপি সুভাষ আৰু তেওঁৰ পৰিয়ালৰ সৈতে থকা সম্পৰ্কই সিহঁতক সেই পূজা ভাগৰ সৈতে

পৰোক্ষভাবে যুক্ত কৰি পেলাইছিল। সুভাষৰ মাক কনকবালাক সিহঁতৰ বন্ধুবোৰে 'কাকী মা' বুলি সম্বোধন কৰিছিল। তেজৰঙা বৰণৰ, অনবৰত পাণ খাই ওঁঠ ৰঙা কৰি থোৱা ৰাংঢালী মহিলা গৰাকীয়ে সিহঁতক বৰ মৰম কৰিছিল। সুভাষহঁতৰ ঘৰত তাৰ মৰমিয়াল মাকে ৰন্ধা বিবিধ মুখৰোচক ব্যঞ্জনৰ সোৱাদ সিহঁতৰ জিভাত আজিও লাগি থকা যেন লাগে। শহুৰেকৰ পূজা-অৰ্চনাৰ কামত সহায় কৰা সাত্বিক মহিলা গৰাকী কিন্তু সকলো প্ৰকাৰৰ শুচিবায়ুগ্ৰস্ততাৰ পৰা সম্পূৰ্ণ মুক্ত আছিল। অধিক অন্তৰংগ হোৱাৰ পিচত হেমিদুৰহঁতে সুভাষৰ পৰাই গম পাইছিল যে সিহঁতৰ মাতুলালয় পূৰ্ব বংগৰ ৰংপুৰ জিলাৰ এটি অভিজাত মাটিগিৰি পৰিয়াল আছিল। সাম্প্ৰদায়িক বিষবাষ্পই সেই সময়ত আচ্ছন্ন কৰি ৰখা মহীতোষ চক্ৰৱৰ্তীৰ গাঁৱতো সেই অতি বিপন্ন সময়খিনিত সুভাষৰ ককাক আৰু আন আত্মীয় স্বজনে অঞ্চলটোৰ বাসিন্দা মুছলমান মানুহবোৰৰ সৈতে সৌহাৰ্দপূৰ্ণ সম্পৰ্ক ৰাখিছিল। দেশ বিভাজনৰ পিচত তেওঁলোকে পৰিয়ালটোক জন্মস্থান এৰি নাযাবৈগে পৰামৰ্শ দিছিল আৰু আনকি পৰিয়ালটোৰ নিৰাপত্তাৰ দায়িত্ব লোৱাৰ আশ্বাসা দিছিল। নিজৰ পিতৃ-ভিঠা এৰি যাবলৈ সুভাষৰ ককাদেউতাকৰো ইচ্ছা নাছিল। কিন্তু ইতিমধ্যে স্বধৰ্মীয় সৰহভাগ মানুহেই ভাৰতলৈ গুচি অহাত তেওঁলোকৰ বাবে সামাজিকভাৱে কিছুমান সমস্যাৰ সৃষ্টি হৈছিল। বিশেষকৈ পৰিয়ালটোৰ তিনিজন ভাই-ককাইৰ ছোৱালীবোৰৰ উপযুক্ত সম্ভাব্য পাত্ৰৰ চিন্তাই সুভাষৰ আইতাকক বলিয়া কৰিছিল। সেইবাবে তেওঁলোকৰ বিশাল সম্পত্তি নামমাত্ৰ মূল্যতে বিক্ৰী কৰি পৰিয়ালটো ৰঙাপাৰালৈ গুচি আহে।

অঙহী-বঙহীৰ বিভিন্ন শাখা-প্ৰশাখাৰে প্ৰায় বিশ-একৈশজন মানুহৰ বৃহৎ একান্নবৰ্তী পৰিয়ালটো বহুতদিনলৈকে ৰঙাপাৰাতে একেলগে আছিল। নতুনকৈ গঢ় লৈ উঠা সৰু ব্যৱসায়িক চহৰখনৰ কাষতে খেতি-বাতৰি মাটিও কিনি লৈ পৰিয়ালটো বেচ সুখেৰেই চলি আছিল। সুভাষৰ বৰদেউতাক আশুতোষ চক্ৰৱৰ্তীয়ে পূৰ্ব বংগৰ জন্মস্থানতে হোমিও চিকিৎসক হিচাবে আশুতোষৰ ৰোগ-নিৰ্ণয়ৰ দক্ষতা আৰু অতি কম খৰচীৰ চিকিৎসাতে উপকৃত হোৱাৰ বাবেও বাসিন্দাসকলে পৰিয়ালটোক ভাৰতলৈ অহাত বাধা দিছিল। ৰঙাপাৰাতো চিকিৎসক হিচাবে তেখেতে বৰ নাম কৰিছিল। সেই সময়তে ঘটা এটি মৰ্মান্তিক দুৰ্ঘটনাই সুভাষহঁতৰ গোটেই পৰিয়ালটোকে থানবান কৰি পেলালে। ৰঙাপাৰাত থিতাপি লোৱাৰ আঠ-ন বছৰ মানৰ পিচতে মাক, বিধবা পেহীয়েক, পত্নী আৰু সৰু জীয়েক আৰু ৰঙাপাৰাৰে কেইবাটাও বঙালী পৰিয়ালৰে সৈতে আশুতোষ তীৰ্থ ভ্ৰমণৰ বাবে উত্তৰ ভাৰতলৈ গৈছিল। কেইবাখনো তীৰ্থস্থান ভ্ৰমণ কৰাৰ পিচত তেওঁলোক প্ৰয়াগত কেইবাদিনো থকাৰ সময়তে দুৰ্ঘটনাটো হ'ল। এদিন ঢলপুৱাতে তেওঁলোকৰ আটাইখিনি আৰু ধৰমশালাত থিতাপি লোৱা বিভিন্ন ঠাইৰ তীৰ্থযাত্ৰীয়ে

মিলি, সংগমত স্নান কৰিবলৈ গৈছিল। এপাকত সূৰ্য প্ৰণাম কৰি গংগাত ডুব মাৰোতেই আশুতোষ চক্ৰবৰ্তী পানীৰ পৰা নুঠা হ'ল। গোটেইখন হুৱা-দুৱা লাগিল। স্নান কৰিবলৈ যোৱা তীৰ্থযাত্ৰী আৰু স্থানীয় মানুহ, পুলিচ আদিৰ সহায়ত বহুত বিচাৰ-খোচাৰ কৰাতো আনকি আশুতোষৰ লাচটোৰো সন্ধান নোলাল। গোলমুখীয়া, বগী মানুহগৰাকীৰ কপালত পুৰণি এটকীয়াটোতকৈ ডাঙৰকৈ লোৱা প্ৰকাণ্ড ৰঙা ফোঁট আৰু উৰিষ্যাৰ বালাশোৰৰ পৰা অনা শাখা জোৰ নোহোৱা বৰমাকক দেখি ঘৰখনত কেনে অৱস্থাৰ সৃষ্টি হৈছিল সেয়া সুভাষে মাকৰ মুখতে শুনিছে।

তাৰ পিচতেই সুভাষহঁতৰ পৰিয়াল সিঁচৰতি হৈ পৰিল। দুজন খুৰাক ৰঙাপাৰাতেই থাকি গ'ল। মাজু খুৰাক সৰুৰে পৰাই সংগীত, নাটক আদিৰ সৈতে জড়িত আছিল। দুবছমানৰ বাবে শান্তিনিকেতনতো আছিলগৈ। ৰঙাপাৰাৰ গান্ধৰ্ব সংগীত বিদ্যালয় স্থাপনৰ পৰাই অনুষ্ঠানটোৰ লগত সম্পৰ্ক থকা খুৰাকজনে পিচত সংগীতৰ শিক্ষাদানকে জীৱিকা হিচাবে ল'লে। তাৰ পিচৰজন খুৰাকৰ গেলামালৰ দোকানখনৰো ব্যৱসায় ভাল। এজন খুৰাকে ৰে'লত চাকৰি পাই লামডিঙত থাকিবলৈ ল'লে। ডাঙৰ পেহীয়েকক মালদহত বিয়া দিয়া হৈছিল যদিও দুজনী ছোৱালীৰ জন্ম দিয়াৰ পিচতে বিধবা হোৱাত ছোৱালী দুজনীৰে সৈতে ৰঙাপাৰালৈ গুচি আহিল। পিচৰ দুজনী ছোৱালীৰ বিয়াৰ সময়ত সুভাষৰ ককাকে ভাল পৰিয়াল বিচাৰি আৰু অসমৰ বাহিৰলৈ হাত মেলিবলৈ বাদ দিলে। এজনী ছোৱালী দিলে সৰুপথাৰৰ বংগীয় বিদ্যালয়ৰ সংস্কৃত শিক্ষক হৰিপদ শাস্ত্ৰীৰ পুতেক অনিললৈ আৰু সৰুজনী দিলে চফ্ৰাই বাগানৰ প্ৰভিডেণ্ট ক্লাৰ্ক অনিমেষ গাংগুলীলৈ। দুয়োজন জোৱাঁয়েকেই বৰ ধনী আৰু আঢ্যবন্ত নহ'লেও দুয়োজনী জীয়েকৰে সুখৰ সংসাৰ। কালী মন্দিৰৰ পুৰোহিত হৈ আহিবলৈ মহীতোষ চক্ৰৱৰ্তীক বৰ ইচ্ছা নাছিল। কিন্তু তেখেতে চিন্তা কৰি দেখিলে যে নিজৰ পুৰুষানুক্ৰমে বসবাস কৰি অহা পিতৃ-পিতামহৰ ভিঠা এৰি অহাৰ পিচত বাৰে বাৰে বেলেগ বেলেগ ঘাটত জীৱনৰ নাও চপাই পুনৰ অচিন ঘাটলৈ নাও মেলি দিয়াৰ সলনি অসমৰ এখন ঐতিহ্যপূৰ্ণ পুৰণি ঠাইত স্থায়ীভাবে বাস কৰাই ভাল হ'ব। ৰঙাপাৰাৰ পৰা পৰিয়ালসহ অহাৰ আগতে মহীতোষ চক্ৰৱৰ্তীয়ে এদিন অকলে আহি ঠাইখন চাই গ'লহি। তাৰ পিত পি-এম বাক্‌সীৰ পঞ্জিকাত এটি শুভদিন চাই ৰঙাপাৰা চিৰদিনৰ বাবে এৰি আহিল। প্ৰথমতে কালী মন্দিৰৰ কাষত সমিতিয়ে সাজি দিয়া পুৰোহিতৰ নিবাসত কিছু বছৰ থাকিল। পিচত আমোলাপট্টিৰ পৰা অলপ নিলগৰ ডিকচু পথাৰত নতুনকৈ গঢ় লোৱা সুৱাগপুৰ নামৰ আৱাসিক অঞ্চলতে মাটি এডোখৰ কিনি থাকিবলৈ ল'লে। গোটেই চক্ৰৱৰ্তী পৰিয়ালটোৰ সদস্যসকলৰ ভদ্ৰ অমায়িক আৰু সংস্কৃত ব্যৱহাৰৰ বাবেই তেওঁলোক অঞ্চলটোৰ সকলোৰে প্ৰিয়।

সুভাষহঁতৰ ঘৰখনৰ প্ৰতি হেমিদুৰৰ আকৰ্ষণৰ কাৰণ আছিল প্ৰধানতঃ দুটা। তাৰে প্ৰথমটো হৈছে সুভাষৰ মাকৰ হাতৰ ৰন্ধা আহাৰ। দ্বিতীয়টো হৈছে সুভাষৰ দেউতাক পৰিতোষ চক্ৰৱৰ্তীৰ কণ্ঠৰ ৰবীন্দ্ৰ সংগীত। নিজৰ ব্যৱসায়ত দিনটোৰ বেছি সময় ব্যস্ত থাকিবলগীয়া হোৱা বাবে সুভাষৰ দেউতাকে সংগীতত অধিক সময় ব্যয় কৰিব নোৱাৰিলেও যেতিয়াই সময় পায় তেতিয়াই কিছু সময় ৰবীন্দ্ৰ সংগীতৰ বাবে দিব পাৰিলে তেখেতে বৰ ভাল পাইছিল। আচলতে সিহঁতৰ ঘৰখনত সংগীতৰ বাবে এটি অনুকূল পৰিৱেশ আছিল। পৰিমলৰ মাকে বিয়াৰ আগতে বৰপেটা ৰ'ডত থাকোতে শ্যামা সংগীত গায়িকা হিচাবে নাম কৰিছিল। পৰিমলৰ এজন খুৰাক প্ৰায় প্ৰতিটো বাদ্যযন্ত্ৰতে পাৰ্গত আছিল। চহৰখনৰ যিকোনো সাংস্কৃতিক অনুষ্ঠানতে তবলা সংগত কৰিবলৈ তেওঁক বিচৰা হৈছিল। সেই আটাইবোৰ আকৰ্ষণৰ মাজত আটাইতকৈ ব্যতিক্ৰমী আৰু হেমিদুৰৰ বাবে অপ্ৰতিৰোধ্য আছিল সুভাষৰ বিধবা পেহীয়েকৰ ডাঙৰ জীয়েক সুতপাদিদিৰ কণ্ঠৰ দুৰ্লভ গীত। বহুত কাকুতি-মিনতি, অনুনয়-বিনয়ৰ অন্তত সুতপাদিয়ে যেতিয়া হাৰমনিয়ামৰ ৰীডত আঙুলি বুলাই তন্ময় হৈ গায়— "আমাৰ হাত ধৰে তুমি নিয়ে চল সখা আমি যে পথ চিনিনা", তেতিয়া এনে লাগে যেন সঁচাকৈয়ে গায়িকাই ভীৰৰ মাজত বাট বিচাৰি নাপাই সাৰথি বিচাৰিছে। নাইবা যেতিয়া গায়— "ছন্দে ছন্দে দুলি আনন্দে, আমি বন ফুলগো" তেতিয়া যেন হৃতযৌৱনা সুতপাদি হৈ পৰে যোড়শী বন-কুৱঁৰী। তেনেকুৱা বিৰল আসৰত কেতিয়াবা হঠাতে সংগ দিয়া পৰিতোষ চক্ৰৱৰ্তীয়েও তেখেতৰ খোলা আৰু ভৰা গলাৰে গাইছিল— "ভালোবাসা মোৰে ভিখাৰী কৰেছে তোমাৰি কৰেছে ৰাণী" নাইবা "পৃথিৱী আমাৰে চায়, ৰেখোনো বেঁধে আমায়, খুলে দাও প্ৰিয়া, খুলে দাও বাহুদ্বয়।" হেমিদুৰে নিজে কাহানিও গান-নাগায় যদিও সিও যেন সেই সুৰ সাগৰত ডুবি যায়। তেখেতৰ কণ্ঠতে হেমিদুৰে এদিন শুনিছিল— "শুধ মুখেৰ কথায় প্ৰেচ মিলে না দুজনেৰ মন এক না হইলে"ৰ দৰে প্ৰেমৰ গান আৰু সেই অপূৰ্ব ভজন— "এৰি মেইতো প্ৰেম দিৱানী মেৰা দৰ্দ না জানে কোঈ"। কোনোবা কাহানিতে শুনা সেইবোৰ আসৰৰ গানৰ সুৰ তাৰ কাণত আজিও যেন বাজি আছে। অনাবিল আনন্দৰ সেই স্বৰ্গীয় মুহূৰ্তবোৰৰ কথা জানো পাহৰিব পাৰি? এতিয়াও বেজাৰৰ ক্ষণত তাৰ ঘৰৰ বাৰাণ্ডাত বহি হেমিদুৰে যেতিয়াই সুখৰ সেই মুহূৰ্তবোৰৰ কথা মনলৈ আনিবলৈ চেষ্টা কৰে তেতিয়া অন্ধকাৰ নিশাৰ জিল্‌মিল্‌ জোনাকীৰ দৰে সেই আনন্দৰ স্মৃতিবোৰ তাৰ মনৰ পৰ্দাত নাচিবলৈ ধৰে।

হেমিদুৰে এতিয়া ভাবে— তাৰ নিজৰ সম্প্ৰদায়ৰ বহুতো বন্ধু, সহপাঠী আৰু আন সম্প্ৰদায়ৰ বন্ধু-বান্ধৱতকৈ সুভাষৰ সৈতে সম্পৰ্ক বেছি গাঢ় হোৱাৰ কাৰণ কি আছিল বাৰু? সিহঁত দুয়োটাই দুটা সংখ্যালঘু সম্প্ৰদায়ৰ হোৱাটোৱেই মূল কাৰণ নাছিল

বোধ কৰোঁ। তেনে হোৱা হ'লে তাৰ নিজৰ সম্প্ৰদায়ৰে আৰু আনকি নিজৰ বিস্তৃত পৰিয়ালৰে সমবয়সীসকলৰ সৈতে তাৰ সম্পৰ্ক বেছি ঘনিষ্ঠ হ'ব লাগিছিল। ক'তা, তেনেকুৱাতো নহ'ল। আৰু অন্যান্য সম্প্ৰদায়ৰ ল'ৰাৰ লগতো তাৰ সম্পৰ্কে সদায়েই ভাল আছিল কিন্তু সুভাষৰ ঘৰখনৰ সৈতে তাৰ সম্পৰ্কে আনবোৰৰ সৈতে ৰিজাব নোৱাৰি। আনে কথাটো স্পষ্টকৈ ধৰিব নোৱাৰিলেও হেমিদুৰে নিজে জানে যে নিজৰ ঘৰখনৰ বাহিৰে সুভাষহঁতৰ ঘৰৰ মানুহবোৰকে তাৰ আটাইতকৈ আপোন যেন লাগে। হেমিদুৰে এই বয়সতো বহুত ভাবি-চিন্তিও কথাটোৰ উৱাদিহ উলিয়াব নোৱাৰে। সুভাষৰ মাকে ৰন্ধা আহাৰৰ প্ৰতি তাৰ নিশ্চিত দুৰ্বলতা আছিল সঁচা। তেওঁৰ হাতৰ পাতি-চ্যাপ্টা পিঠা, সৰু সৰু আঙুলিৰ দৰে পিঠাগুৰিৰে চেৰৈৰ দৰে মুখৰোচক পিঠা, দীঘল কচুৰ জ্বলা জোল, ইলিচ মাছ ভাপত দি ৰন্ধা, ডাঙৰ ৰৌ মাছৰ মূৰৰ মুৰিঘণ্ট, আলুৰ ডালনাৰে সৈতে ফুলা লুচি, খাহী ছাগলীৰ তেলৰ বৰ— এই আটাইবোৰ নিশ্চয় তাৰ বাবে আকৰ্ষণ আছিল। লগতে মাজে সময়ে সুভাষহঁতৰ ঘৰত বহা সংগীতৰ আসৰবোৰো নিশ্চয় আকৰ্ষণৰ কাৰণ আছিল। অকল সেইবোৰেই জানো সুভাষহঁতৰ ঘৰলৈ তাক চুম্বকৰ দৰে টানি নিছিল? এতিয়া এই বয়সত, কোনেও নজনাকৈ আৰু কোনেও নুশুনাকৈ হেমিদুৰে নিজকে নিজে সোধে— যেনিয়ে চকু যায় তেনিয়ে থমকি ৰোৱা সেই চঞ্চল বয়সত সুতপাদিৰ শান্ত, সমাহিত, সকলোৰে মাজত থাকিও নিঃসংগ যেন লগা উপস্থিতি তাৰ বাবে আটাইতকৈ আকৰ্ষণীয় আছিল নেকি বাৰু? সুতপাদিৰ চৰম দুৰ্যোগপূৰ্ণ দুৰ্ভগীয়া জীৱনৰ প্ৰতি অপৰিসীম কৰুণা আৰু সমবেদনাৰ ভাবনাই বাৰু তাক সেই ঘৰখনৰ বেছি ওচৰ চপাই নিছিল নেকি? নহয়, নিজৰ মনৰ সন্মুখত ইমান অকাই পকাই কথাবোৰ ভবাতকৈ হেমিদুৰে নিজৰ মনটোকে সোধকচোন-সুতপাদিৰ প্ৰতি তাৰ অন্তৰত অকণো দুৰ্বলতা নাছিল বুলি সি বাৰু বুকুত হাত দি অন্ততঃ এতিয়া, ইমান বছৰৰ মূৰত ক'ব পাৰিবনে?

সুভাষৰ সৈতে ঘনিষ্ঠতা হোৱাৰে পৰা হেমিদুৰে সিহঁতৰ পৰিয়ালৰ মানুহবোৰৰ অতি সূক্ষ্মভাবে নিৰীক্ষণ কৰি আহিছে। আন সম্প্ৰদায়ৰ বাকীবোৰ বন্ধুতকৈ সুভাষহঁতৰ জীৱন প্ৰণালীৰ প্ৰতি তাৰ আৰম্ভণিৰে পৰাই কৌতূহল বেছি। তাৰ প্ৰথম আৰু প্ৰধান কাৰণ আছিল বাংলা সাহিত্যৰ সৈতে সৰুৰে পৰা হোৱা তাৰ পৰিচয় আৰু সেই পৰিচয়ে সৃষ্টি কৰা মানুহৰ জীৱন প্ৰণালীৰ প্ৰতি তাৰ দুৰ্বলতা। ৰবীন্দ্ৰ নাথ, শৰৎ চন্দ্ৰ, মাণিক বন্দোপাধ্যায়, তাৰাশংকৰৰ পৰা আৰম্ভ কৰি সাম্প্ৰতিক কালৰ সুনীল গাংগুলি, শীৰ্ষেন্দু মুখোপাধ্যায় আদিৰ লেখনীয়ে তাক বাঙালী জন-জীৱনৰ সৈতে মানসিকভাবে পৰিচিত কৰিছিল। *সেই মানসিক পৰিচয়ে ব্যৱহাৰিক অবয়ব পাইছিল সুভাষৰ পৰিয়ালটোৰ সৈতে হোৱা তাৰ ঘনিষ্ঠতাৰ পৰা। যি তেতিয়াই সিহঁতৰ ঘৰলৈ যায় তেতিয়াই ঘৰখনৰ*

পৰিৱেশ, মানুহবোৰৰ আচৰণ, ব্যৱহাৰ আদি লক্ষ্য কৰে। একেবাৰে সাধাৰণ আৰু ঘৰুৱা পৰিৱেশতো পৰিয়ালৰ প্ৰতিজন মানুহৰে ইমান ৰুচিশীল, পৰিশীলিত আৰু মাৰ্জিত আচৰণে হেমিদুৰক প্ৰতিদিনে বিস্মিত কৰিছিল। অত্যন্ত প্ৰতিকূল পৰিস্থিতিতো সেই ঘৰখনৰ মানুহক হেমিদুৰে কাহানিও বিতত হোৱা দেখা নাছিল। বিপদৰ সময়ত ধৈৰ্য ধৰি শান্ত হৈ থকাৰ শক্তি দেখি সি সদায় আচৰিত হৈছিল। পৰিয়ালটোৱে পৰিয়ালটোৱেই কিয়, গোটেই সম্প্ৰদায়টোৱেই নানা সময়ত নানা ধৰণৰ দুৰ্যোগ আৰু বিপত্তিৰ সন্মুখীন হৈ অহাৰ বাবে দুৰ্যোগ, বিপদ-আপদকো সহজভাবে ল'ব পৰাৰ শক্তি তেওঁলোকৰ মাজত ক'ব নোৱাৰাকৈয়ে সৃষ্টি হৈছে। তেওঁলোকৰ কথা ভাবিলে হেমিদুৰৰ 'কৃত্তিবাস' নামৰ লিট্‌ল-মেগাজীনখনত প্ৰকাশ পোৱা এটি কৰিতাৰ দুটামান শাৰী মনলৈ আহে— "কাছিমতো সাৰাক্ষণ জলে, কাছিমেৰ চোখে জল এলে, কি কৰে বুজিবে বল অপৰ কাছিমে।" পানীৰ মাজতে সদায় বাস কৰা এটা কাছৰ চকুপানী ওলালে আন এটা কাছইনো কেনেকৈ জানিব যে সেয়া কাষৰ পানী নে ইটো কাছৰ চকুপানী? দুখ, কষ্ট, বিপদ, বিপৰ্যয় এইবোৰক সহজভাবে গ্ৰহণ কৰিবলৈ সুভাষহঁতক পৰিস্থিতিয়ে শিক্ষা দিছে। সেই বুলি সুতপাদিৰ ঘটনাটোৱেও পৰিয়ালটোক বিচলিত কৰি নোৱাৰা কথাটোৱে হেমিদুৰৰ দৃষ্টিত সুভাষহঁতৰ পৰিয়ালৰ স্থান বহুত ওপৰলৈ লৈ গৈছিল।

সুতপাদিদিহঁত স্থানীয় ছোৱালী হাইস্কুলৰ ওপৰৰ শ্ৰেণীত পঢ়ি থাকোঁতে হেমিদুৰে সম্ভৱ স্কুললৈ যাবলৈ আৰম্ভ কৰিছেহে মাত্ৰ। তেতিয়া সুভাষৰ লগত বন্ধুত্বৰ কথাই নাই, চিনাকীয়েই হোৱা নাই। আৰু প্ৰাইমেৰী স্কুলত সুভাষে বাংলা মাধ্যমৰ স্কুললৈহে গৈছিল। হাইস্কুলতহে সিহঁত একেখন স্কুলতে পঢ়িছিল। সুতপাই কিন্তু আৰম্ভণিৰে পৰাই অসমীয়া মাধ্যমৰ স্কুলত পঢ়া। সকলোৰে পৰাই সুতপাদি সকলো দিশতে আগ ৰণুৱা। বিশেষকৈ কবিতা আবৃত্তি, গান, নাচ আৰু চেতাৰ বাদনত অতি কম বয়সৰ পৰাই তেওঁ কৃতিত্ব প্ৰদৰ্শন কৰিছিল। চহৰখন আৰু অঞ্চলটোৰ প্ৰায় আটাইবোৰ সংগীত প্ৰতিযোগিতাতে পুৰস্কাৰ পোৱা সুতপা চক্ৰৱৰ্তীৰ নাম সাংস্কৃতিক জগতৰ খবৰ ৰখা মানুহে সকলোৰে পৰাই জানে। গতিকে চহৰখনৰ যিকোনো সাংস্কৃতিক অনুষ্ঠানতে তেওঁৰ উপস্থিতি এটা সময়ত প্ৰায় অপৰিহাৰ্য হৈ পৰিছিল। সেই সময়ত 'পূৰ্বোদয় কলা-পৰিষদ' নামৰ সাংস্কৃতিক অনুষ্ঠানটোৰ বৰ নাম। নতুনকৈ আৰম্ভ কৰা চহৰখনৰ কলেজখনলৈ ইংৰাজীৰ অধ্যাপক হৈ অহা নগাৱঁৰ নীলকান্ত গোস্বামী কৃতী শিক্ষকৰ লগতে গুণী শিল্পীও আছিল। সংগীত আৰু বিশেষকৈ নৃত্য আৰু নাটকত ৰাপ থকা অধ্যাপক গোস্বামীৰ তৎপৰতাতে পূৰ্বোদয় কলা পৰিষদ কম সময়ৰ ভিতৰতে এটি উচ্চ শ্ৰেণীৰ সাংস্কৃতিক প্ৰতিষ্ঠান হিচাবে গঢ় লৈ উঠিছিল। কলা-পৰিষদৰ নানা অনুষ্ঠানৰ

আয়োজনৰ সংক্ৰান্ততে ডেকা, সুদৰ্শন, গুণী অধ্যাপক নীলকান্ত গোস্বামীৰ সৈতে সুতপাদিৰ পৰিচয় আৰু সম্পৰ্ক হ'ল। নিজ চহৰৰ উপৰিও অসমৰ বিভিন্ন ঠাইত পূৰ্বোদয় কলা পৰিষদে অনুষ্ঠিত কৰা বিভিন্ন সাংস্কৃতিক অনুষ্ঠানত অংশ লবৰ বাবে দলৰ সৈতে সুতপাদিও যোৱা স্বাভাৱিক কথা আছিল। অসমৰ এগৰাকী ভূতপূৰ্ব ৰাজনৈতিক নেতা মহাৰাষ্ট্ৰৰ ৰাজ্যপাল হৈ থাকোঁতে মুম্বাইলৈ যোৱা সাংস্কৃতিক দলৰ অন্যতম সদস্যৰূপে সুতপাদি প্ৰায় পোন্ধৰদিনমানৰ বাবে যোৱাৰ কথা হেমিদুৰৰ ভালকৈ মনত আছে। সেই দলটোৱে প্ৰদৰ্শন কৰা বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰ ভিতৰৰে আটাইতকৈ জনপ্ৰিয় অনুষ্ঠান আছিল সত্ৰীয়া ঢঙত বিশেষভাবে প্ৰস্তুত কৰা ৰাধা-কৃষ্ণৰ নৃত্য। সেই নৃত্যত কৃষ্ণ হৈছিল নীলকান্ত গোস্বামী আৰু ৰাধা হৈছিল সুতপাদি। দলটো মুম্বাইৰ পৰা ঘূৰি অহাৰ এমাহমানৰ পিচতে ই-এ-চিৰ চাকৰি পাই নীল গোস্বামীয়ে কলেজৰ চাকৰি বাদ দি চহৰখন এৰিলে। তাৰ এসপ্তাহমানৰ পিচতে সুতপাদিও কেইমাহমানৰ বাবে ক'ৰবালৈ গুচি গ'ল। যেতিয়া ঘূৰি আহিল তেতিয়া তেওঁ সম্পূৰ্ণ বেলেগ মানুহ। কলেজলৈ যাবলৈ বাদ দিলে, গান-বাজনাৰ কথাই নাই, ঘৰলৈ মানুহ গ'লেও সতকাই ওলাই নাহে। শৰীৰ আৰু কাপোৰ-কানিৰ প্ৰতি যত্ন ল'বলৈ বাদ দিলে।

হেমিদুৰহঁতৰ সেই তাহানিৰ সৰু চহৰখনৰ কম সংখ্যক মানুহৰ বাবে সুতপাদিৰ প্ৰসংগ কিছুদিন মুখৰোচক আলোচনাৰ বিষয় হৈ আছিল। নীল গোসাঁইৰ সৈতে তেওঁৰ সম্পৰ্কৰ বিষয়তো বহু জনে বহু ধৰণৰ মন্তব্য দিছিল। দীঘলীয়া সময়ৰ বাবে দলটো মুম্বাইলৈ যোৱা, তাৰ পৰা ঘূৰি আহিয়েই গোস্বামীয়ে কলেজৰ চাকৰি এৰি চহৰখনৰ পৰা আঁতৰি যোৱা, সুতপাদিও তিনি মাহতকৈ বেছি সময়ৰ বাবে ক'ৰবাত গৈ থকা— এই আটাইবোৰ উপাদান মিহলি কৰি মুখৰোচক ঘটনা সৃষ্টি কৰা লোকৰ জানো কাহানিবা অভাৱ হৈছে? কিন্তু যিয়েই যি নকওক কিয়, হেমিদুৱে যেতিয়াই সুতপাদিৰ বেদনাক্লিষ্ট, অসহায় কিন্তু শান্ত সমাহিত মুখখনলৈ চায় তেতিয়া সি কাহানিও তেওঁৰ চকুত কোনো ধৰণৰ গ্লানিৰ চিন নেদেখে? সেইখন যেন অপাপবিদ্ধ, সৰল কিন্তু ৰণক্লান্ত, প্ৰতাৰিত যোদ্ধাৰ মুখ, এনে লাগে। সংস্কাৰ, সামাজিক বন্ধন, আধুনিক জীৱন-প্ৰণালী আদিয়ে বাধা নিদিয়া হ'লে হেমিদুৱে কিজানি সুতপাদিৰ মূৰটো তাৰ বুকুত ৰাখি তেওঁৰ মূৰটোত আলফুলে হাত বুলাই ক'লেহেঁতেন, বাইদেউ, চিন্তা নকৰিব, মই আপোনাৰ কাষতে আছো। কিন্তু সেয়াতো আৰু সম্ভৱপৰ নহয়। সেয়ে সি সুতপাদিৰ কাষতে আছে, কিন্তু তথাপিও যেন তেওঁ বহু দূৰত।



# চতুৰ্থ খণ্ড

সি লৰচৰ কৰাৰ বাবে কোনো ধৰণৰ শব্দ যাতে নহয় তাৰ বাবে সাৱধান হৈ সি লাহে লাহে বাগৰ সলাই মুখখন বেৰৰ ফালে ঘূৰাই দিলে। কাপোৰৰ খচ্‌মচ্ শব্দৰ পৰা সি চকুৰে নেদেখাকৈয়ে কিন্তু কোঠাটোত তাৰ বাহিৰেও আন এটি প্ৰাণীৰ উপস্থিতিৰ উমান পাই থাকিল। সেইবোৰ বাৰু হৈ থাকক, 'প্ৰাণী'টোৱে মাত্ৰ সি কোঠাটোত আছে বুলি নাজানিলেই হ'ল। মাজতে এবাৰ তাৰ মনলৈ আহিল— তাৰ উশাহ-নিশাহৰ শব্দই বাৰু তাৰ উপস্থিতি ঘোষণা কৰিছে নেকি? নাই, তেনেকুৱা নহয়, উশাহৰ শব্দ, আৰু অন্ততঃ তাৰ উশাহৰ শব্দ-ইমান জোৰকৈ নোলায়। সি জানে, সি বৰ ভয়ানক বিপজ্জনক পৰিৱেশ এটাত সোমাই পৰিছে। কেনেবাকৈ ছোৱালীজনীয়ে যদি তাৰ উপস্থিতিৰ কথা গম পায়, তেন্তে কেনেকুৱা অৱস্থা হ'ব সি অনুমান কৰিব পাৰে। যোৱা দুই-তিনিদিন ধৰি পৰিয়ালটোৰ মাজত তাৰ যি সুনাম প্ৰতিষ্ঠিত হৈছে, সেয়া এটা মুহূৰ্ততে ধূলি হৈ উৰি যাব আৰু সি এটা লম্পট, নষ্ট চৰিত্ৰৰ, চুৰকৈ গাখীৰ খোৱা মেকুৰীৰ দৰে চৰিত্ৰৰ ল'ৰা বুলি চিহ্নিত হ'ব। তাৰ পিচত সি এইখন ঘৰত জানো আৰু এটা মুহূৰ্তও থাকিব পাৰিব? সেই পৰিস্থিতিটো তাৰ বাবে কিমান ভয়াবহ হ'ব, সেই কথা ভাবিয়েই সি বিছনাতে জিকাৰ খাই উঠিল। সি ভগৱানক খাটিলে— ছোৱালীজনীয়ে সেই সিফালে, বেৰৰ ফালে মুখ কৰিয়েই তাইৰ কৰিবলগীয়া কামবোৰ কৰি লওক, তাই যেন ভুলতো সি শুই থকা বিছনাখনৰ ফালে নাচায়।

এনে এটা পৰিস্থিতিৰ সৃষ্টিত অৱশ্যে তাৰ অকনো বৰঙণি নাছিল। শৈলেনৰ, মানে তাৰ বন্ধু শৈলেন বৰঠাকুৰৰ, বায়েকৰ নন্দেকৰ বিয়াত সি যোৱাৰ কোনো যুক্তিসংগত কাৰণ নাছিল। কিন্তু হাইস্কুলৰ উচ্চ শ্ৰেণী কেইটাত পঢ়াৰ সময়ত হেমিদুৰ আৰু তাৰ বন্ধু দলটোৰ মাজত ইমানেই ওচৰ সম্পৰ্ক হৈছিল যে সেই সম্পৰ্কত যুক্তি, কাৰণ আদিয়ে প্ৰভাৱ পেলাব পৰা নাছিল। সিহঁত কেইটাৰ বন্ধুত্বৰ সম্বন্ধ এনে পৰ্যায় পাইছিলগৈ যে পঢ়া-শুনাৰ আলোচনাই হওক বা আন কিবা কাৰণতেই হওক— কোনোবা এটাৰ ঘৰত যদি সিহঁত দুপৰীয়া বা ৰাতিৰ ভাত খোৱাৰ পৰলৈকে থাকিবলগীয়া হৈছিল, তেন্তে সেইখন ঘৰৰ পৰা ভাত নোখোৱাকৈ অহাৰ কথা সিহঁতে ভাবিবই পৰা নাছিল।

হেমিদুৰৰ ঘৰলৈ দুৰণিবটীয়া আলহী কেইদিনমান থকাকৈ আহিলে আলহী যোৱাৰ আগদিনা ৰাতিৰ সাঁজ ভাত অলপ বিস্তৃত হোৱা সিহঁতৰ ঘৰত এক পৰম্পৰাৰ দৰে আছিল। তেনেকুৱা সময়তো সি ৰাতিৰ ভাত তোষেশ্বৰ নাইবা শৈলেন নহ'লে সুভাষৰ ঘৰতে খাই আহি ঘৰত পৰিয়ালৰ ককৰ্থনা শুনা এটি নিয়মিত ঘটনাই হৈ পৰিছিল। গতিকে শৈলেনৰ ভিনীহিয়েকৰ ভনীয়েক মিনতি বাইদেউৰ বিয়ালৈ যেতিয়া ভিনীহিয়েকৰ উপৰিও মিনতি বাইদেৱে আহি সিহঁত আটাই কেইটাকে নিজে নিমন্ত্ৰণ কৰি গ'ল, তেতিয়া সেইখন বিয়ালৈ সিহঁত যোৱাটো ভদ্ৰতাৰ খাতিৰত বাধ্যতামূলক হোৱাৰ দৰে হ'ল। বিয়াৰ তিনিদিনমানৰ আগতেই হেমিদুৰ, সুভাষ আৰু তোষেশ্বৰ শৈলেনৰ লগতে বিয়ালৈ বুলি গোলাঘাট পালেগৈ। এতিয়া কথাবোৰ ভাবিলে তাৰ কিবা সাধুকথা যেন লাগে। পৰিয়ালৰে অতি ঘনিষ্ঠ আত্মীয়ৰ বিয়া-বাৰুতে তেনেকৈ আগতে যোৱাৰ কথা বাদেই, এতিয়া দেখোন সময়ত যাবলৈও মানুহৰ আহৰি নাই।

বন্ধুত্বৰ খাতিৰতে সিহঁত বিয়াখনলৈ ওলোৱাৰ উপৰিও শৈলেনৰ ভিনীহিয়েকৰ ভনীয়েকৰ বিয়াখনলৈ যাবলৈ হেমিদুৰৰ বাবে আৰু এটা কাৰণো আছিল। নিজৰ সম্প্ৰদায়ৰ বাহিৰে আন মানুহৰ বিয়া ওচৰৰ পৰা চোৱাৰ কৌতূহলেও তাক মিনতি বাইদেউৰ বিয়ালৈ যাবলৈ উৎসাহিত কৰিছিল। নৈষ্ঠিক বামুণ পৰিয়াল এটিৰ ঘৰত তেনেকৈ কেইবাদিনো থকাকৈ গ'লে হ'ব পৰা বিড়ম্বনাসমূহৰ কথা তেতিয়া তাৰ মনলৈ অহা নাছিল। সুভাষৰ ক্ষেত্ৰত বাৰু ভাষাটোৰ বাদে আন পাৰ্থক্য নাছিল, তোষেশ্বৰক লৈও বৰ বেছি সমস্যা হোৱাৰ কথা নাছিল। কিন্তু হেমিদুৰক লৈ যে পৰিয়ালটো কোনো কোনো ক্ষেত্ৰত অস্বস্তিকৰ পৰিস্থিতিত পৰিব পাৰে, সেই কথাটো সি ভবাই নাছিল। গোলাঘাটলৈ বিয়াঘৰলৈ যোৱাৰ পিচতহে সি কথাবোৰ ভাবি পালে। বিশেষকৈ মূল আহাৰ খোৱাৰ সময়ত উদ্ভৱ হোৱা সৰু-সুৰা পৰিস্থিতি কিছুমানেহে তাক প্ৰথম দিনা বিব্ৰত কৰিছিল। হেমিদুৰহঁতৰ নিজৰ ঘৰখন বৰ বেছি আঢ্যৱন্ত আৰু অভিজাত বংশৰ নহ'লেও বহু বছৰ ধৰি সিহঁত চহৰৰ বাসিন্দা হোৱাৰ বাবে আৰু সিহঁতৰ সম্প্ৰদায়ত তেনে কঠোৰ আচাৰ বা নীতি পালনৰ বাধ্যবাধকতা নথকা বাবে সিহঁতৰ আহাৰ গ্ৰহণ প্ৰণালী এক হিচাবে আধুনিকেই আছিল। পাকঘৰ নাইবা খোৱা ঠাইলৈ ভৰিত জোতা চেণ্ডেল পিন্ধি যোৱাত বাধা-নিষেধ নাছিল। বাহিৰত পিন্ধি অহা কাপোৰযোৰকে পিন্ধি আহাৰ গ্ৰহণ কৰাতো বাধা নাছিল। সি একেবাৰে সৰু থাকোতেই পীৰাত বহি ভাত খোৱাৰ নিয়ম আছিল যদিও সি ডাঙৰ হোৱাৰ পৰা চকী-মেজত বহিয়েই চাহ-ভাত খোৱাৰ নিয়ম প্ৰচলন হৈছিল। তাৰ দেউতাকে মৃত্যুৰ আগলৈকে কাঁহীত ভাত খাইছিল যদিও সিহঁতৰ পৰিয়ালৰ বাকী সকলোৱেই প্লেটত খোৱাৰ অভ্যাস হৈছিল। শৈলেনৰ বায়েকৰ ঘৰত এইবোৰ ক্ষেত্ৰত পাৰ্থক্য আছিল। সেইবোৰে তাক বৰ অসুবিধা নিদিলেও

এটা বিশেষ কথাই তাৰ প্ৰথম অৱস্থাত বৰ আমনি দিছিল।

তাৰ বুজন বয়স হোৱাৰে হেমিদুৰে কাহানিও ক'তো ডিঙি মুচৰি মৰা নাইবা ডিঙি ছিঙি বধ কৰা কুকুৰা, হাঁহ, পাৰ নাইবা ছাগলীৰ মাংস খাবলগীয়া হোৱা নাই। সদায়েই 'হালাল' কৰা জন্তুৰ মাংসহে সি খাইছে। সেয়েহে গোলাঘাটৰ বিয়াঘৰলৈ গৈ প্ৰথম নিশাই ভাতৰ পাতত বহি সি 'ধৰ্মসংকটত'ত পৰিল। ডাঙৰ থাল এখনৰ মাজতে বাটি ভৰাই দিয়া মস্ত এবাটি গৰম ভাত, ভাতৰ চাৰিওফালে থালখনত ভাগে ভাগে বিভিন্ন আকাৰৰ সৰু, ডাঙৰ বাটিত বিধে বিধে ব্যঞ্জনৰ উপচাৰ দেখি হেমিদুৰৰ ভয়েই লাগিল। ইমানবোৰ বস্তু সি এতিয়া খাব কেনেকৈ? আন ক্ষেত্ৰত সিমান সচেতন নহ'লেও হেমিদুৰৰ দেউতাক খোৱা-বোৱাৰ ক্ষেত্ৰত আছিল পৰিমিতিৰ প্ৰতি বিশেষভাবে সজাগ। ভোজনবিলাসী আছিল যদিও তেখেতে যিমানেই উপাদেয় আৰু মুখৰোচক নহওক কিয়, ভাল লাগিল বুলিয়েই সৰহকৈ খাই দিয়াৰ অভ্যাস নাছিল। সেই অভ্যাস হেমিদুৰ হঁতেও জন্মসূত্ৰে পাইছিল বাবে গোলাঘাটত শৈলেনৰ বায়েকহঁতৰ ঘৰত ভাতৰ পাতত বহি সি বিপাণ্ডত পৰিছিল। আহাৰৰ প্ৰাচুৰ্যক কিবা কৰি চম্ভালিব পাৰিলেও মাংসৰ আঞ্জাৰ বাটিটোৱেহে তাৰ সন্মুখত বৰ ডাঙৰ সমস্যাৰ সৃষ্টি কৰিলে। বিয়া খাবলৈ বুলি শৈলেনৰ ভিনীহিয়েকৰ ভাগিনীয়েক এজনো বোকাখাতৰ পৰা আহিছিল। বিমল গোস্বামী বোলা সৰবৰহী ল'ৰাজনৰ লগত হেমিদুৰৰ কম সময়ৰ ভিতৰতে ভাল বন্ধুত্ব হৈ গ'ল। অনবৰতে খুহুতীয়া কথা কৈ সকলোকে আমোদ দিয়া বিমলৰ কথাত হাঁহি-মেলি ভাতৰ পাতত বহোতে হেমিদুৰে মাংসৰ আঞ্জাৰ পিনে মনেই কৰা নাছিল। কথাৰ মাজতে বিমলেই শৈলেনৰ বায়েকক— 'এয়া পাৰৰ মাংসৰ জোল নেকি, মামী' বুলি সোধাতহে হেমিদুৰ ৰৈ গ'ল। প্ৰথম কথা— সি জীৱনত ইয়াৰ আগতে কাহানিও পাৰৰ মাংস খাই পোৱা নাই। দ্বিতীয় কথা— পাৰৰ যিটো বয়স মাংসৰ বাবে আটাইতকৈ উপযোগী বুলি ভবা হয়, সেই বয়সৰ, অৰ্থাৎ বাঁহৰ পৰা উৰিব পৰা হোৱাৰ আগৰ পোৱালি পাৰৰ মাংস খোৱাৰ কথা হেমিদুৰে কল্পনাও কৰিব নোৱাৰে। সেই বাবে তাৰ লগত একেলগে ভাত খাবলৈ বহা আটাইবোৰে অতি উৎসাহেৰে বাটিৰ পৰা পাৰৰ মাংস কাঁহীত লৈ খাবলৈ বহা দেখি সি এতিয়া কি কৰিব আৰু কি নকৰিব ভাবি বিমোৰত পৰিল।

সিদিনা তাৰ বিড়ম্বনাৰ কথা অনুমান কৰি সুভাষেই 'বাইদেউ তাৰ মাংসৰ বাটিটো আমাৰ ফাললৈকে দিয়ক। যি পাৰৰ মাংস নাখায়' বুলি শৈলেনৰ বায়েকক কৈ হেমিদুৰক ৰক্ষা কৰিছিল। কিন্তু আজি তাক ৰক্ষা কৰিবলৈ কোঠাত কোনো নাই। শৈলেন আৰু বোকাখাতৰ বিমলৰ সৈতে তোষেশ্বৰ আৰু সুভাষ গৰম পানী চাবলৈ গ'ল। হেমিদুৰে আগতে দুবাৰকৈ গৰম পানীলৈ যোৱা বাবে আৰু অলপ জ্বৰ জ্বল ভাৱ হৈ থকা বাবে সিহঁতৰ লগত নগ'ল। গোলাঘাটৰে কাৰোবাৰ এম্বেছেদাৰ গাড়ীখনত ৰাতিপুৱাতে চাহ-

জলপান খাই দলটো গৰমপানীলৈ ওলাই যোৱাৰ পিচত হেমিদুৱে অলপ সময় বাহিৰৰ ৰভাতলিত ইজন-সিজনৰ লগত কথা-বতৰা পাতি আছিল। এই কেইদিন ঘৰখনলৈ অহা আলহী-দুলহীৰ সৈতে সিহঁতৰ অলপ-অচৰপ চিনাকী হৈছিল যদিও হেমিদুৱে সেই মানুহখিনিৰ সৰহ ভাগকে চিনি নোপোৱা বাবে কেতিয়াবা সৰুসুৰা বিব্ৰতকৰ পৰিস্থিতিৰো সৃষ্টি হৈছিল। পৰহিয়েই ঘটা এটি অস্বস্তিকৰ পৰিস্থিতিৰ কথা তাৰ আজিও মনলৈ মাজে মাজে আহি আছে। বৰপথাৰ নে ক'ৰবাৰ শৈলেনৰ ভিনীহিয়েকৰ কোনোবা আপোন মানুহ এজন বিয়াৰ বিয়াৰ খবৰ কৰিবলৈ আহি সিহঁত কেইটাৰ লগতো বহুত সময় কথা পাতি আছিল। যোৱাৰ আগে আগে সিহঁতৰ নামবোৰ সোধোতে তাৰ নামটো হেমিদুৱে কোৱাত মানুহগৰাকীয়ে মাতটো সলনি কৰি অলপ গহীনাই ক'লে, 'অ' হয় নেকি? মই আকৌ তোমাৰ চেহেৰা-পাতি দেখি আমাৰ অসমীয়া ল'ৰা বুলিহে ভাবিছিলো।' শৈলেনে, অৱশ্যে "সি আমাৰ ঘৰৰ ওচৰৰে একেবাৰে খাচ অসমীয়া পৰিয়ালৰ ল'ৰা" বুলি কৈ পৰিস্থিতিটো চম্ভালিবলৈ চেষ্টা কৰিছিল। বয়সস্থ মানুহজনেও কথা বিষম যেন অনুমান কৰি "নহয়, মানে মই সেইটো কোৱা নাই, মানে..." বুলি পুলুকা মাৰিব খুজিছিল। তাৰ অলপ পিচতে অৱশ্যে মানুহজনে হেমিদুৰক "ভাইটি, তুমি আকৌ ভুল নুবুজিবা, মই ঠিক তেনেকৈ কোৱা নাছিলোঁ" বুলি তাক আশ্বস্ত কৰিবলৈ চেষ্টা কৰি সকলোকে মাত লগাই বিদায় লৈছিল।

তেওঁযেশ্বৰহঁত যোৱাৰ কিছু সময়ৰ পিচৰ পৰাহে হেমিদুৰৰ সময়বোৰ নাযায়-নুপুৱায় যেন লাগিবলৈ ধৰিলে। ক'ৰবাত অলপ সময় বহি থাকিলেও কোনোবা দুজনমান আহি কথা উলিয়ায়। কথা পতাত তাৰ আপত্তি নাথাকিলেও কথা পতাৰ বিষয়বোৰে তাক প্ৰায়ে আমনি দিয়ে। আন কথা ওলালে বাৰু যেন-তেন, কিন্তু শৈলেনহঁতৰ পৰিয়ালৰ কথাৰে মহলা মাৰিবলৈ তাৰ বিপদ হয়। কাৰণ তেনে আলোচনাত ভাগ ল'বলৈ তাৰ ওচৰত তথ্য নাই। মানে, সি শৈলেনহঁতৰ কথা অলপ জানিলেও তাৰ ভিনীহিয়েকৰ পৰিয়ালৰ বিষয়ে বিশেষ একো নাজানে। গতিকে তেনে কথা ওলালে আলোচনা একপক্ষ হৈ ৰয়। মানুহবোৰ তাৰ ওপৰত বিৰক্ত হয়। কাৰণ সি মাত্ৰ কথাবোৰ শুনেহে। নিজে একো ক'ব নোৱাৰে। তেনে পৰিস্থিতিৰ সন্মুখীন হ'ব নালাগক বুলি ভাবিয়েই সি সিহঁত কেইটাৰ বাবে নিৰ্দিষ্ট কৰা ঘৰৰ একেবাৰে একাষৰীয়া হৈ থকা দুটা কোঠাৰ এটাত গৈ প্ৰায়ে সোমাই থাকে। কোঠাটোৰ একাষে থকা কাঁচৰ আয়না লগোৱা আলমাৰিটোৰ প্ৰায়বোৰ কিতাপেই সি আগতে পঢ়া। আলমাৰিটোৰ তলৰ খাপকেইটাত শৈলেনৰ ভিনীহিয়েকৰ দেউতাকে সযতনে বন্ধাই থোৱা "আৱাহন," "বাঁহী" আদি পুৰণি আলোচনীবোৰ পঢ়ি সি বৰ আমোদ পায়। কোঠাটোত পোহৰ কম। দিনতে লাইট জ্বলাবলৈ টান পাই সি বিছনাত পৰিয়েই কিবাকিবি এটা পঢ়ি থাকে। ঘৰটোৰ এমূৰে

থকাৰ বাবে সিহঁতৰ বাবে নিৰ্দিষ্ট কোঠাকেইটা বেচ নিৰিবিলি, শান্ত। আৰু বোধকৰো সেই বাবেই বিয়ালৈ অহা কম বয়সীয়া বোৱাৰী আৰু গাভৰুবোৰে কেচুৱাক পিয়াহ খুৱাবলৈ, ব্লাউজৰ বুটাম ঠিক কৰিবলৈ, মেখেলা যোৰ সলাই চাল্‌ৱাৰ-কুৰ্তাজোৰ পিন্ধিবলৈ, নাইবা বহু সময়ৰ পৰা অসুবিধা দি থকা অন্তৰ্বাসৰ ষ্ট্ৰে'পডাল বান্ধবীৰ হতুৱাই ঠিক কৰাই ল'বলৈ গোপনীয়তা বিচাৰি সেই কোঠাত সোমায়। কোঠাটোত পৰ্যাপ্ত পোহৰ নথকা বাবে আৰু বান্ধবীৰ সৈতে কথাৰ মহলা মাৰি থকা বাবে বিছনাত বেৰৰ কাষলৈ খিৰিকীৰ পোহৰত আলোচনী পঢ়ি থকা হেমিদুৰ সিহঁতৰ চকুতে নপৰে। সিহঁতে নেদেখে সঁচা, কিন্তু হেমিদুৱেতো দেখি থাকে। সেই সময়ত সি অদৃশ্য মানৱ কৰি দিবলৈ ভগবানক খাটে আৰু অনাহূত প্ৰৱেশকাৰী ওলাই যোৱাৰ পিচতে কোঠাৰ পৰা ওলাই গৈ ৰভাতলিতহে উশাহ লয়।

পিচদিনাখন অৱশ্যে অকলে থাকিবলৈ বা সিদিনা হোৱাৰ দৰে পৰিস্থিতিৰ সন্মুখীন হ'বলৈ সুযোগ নোহোৱা হ'ল। পুৱাৰে পৰা গোটেই ঘৰখন প্ৰকৃত অৰ্থত বিয়াঘৰ হৈ পৰিল। পুৱাৰ জলপান খোৱাৰ পিচত বিয়াঘৰত সিহঁতৰ একো কাম নথকাত আটাইকেউটাই ক'ৰবালৈ ওলাই যোৱাৰ কথা ভাবিলে। তেতিয়া বোকাখাতৰ বিমলৰ পৰামৰ্শ মতে সিহঁতে শৈলেনৰ ভিনীহিয়েকৰ মোমায়েকৰ ঘৰলৈ ওলাল। চহৰৰ মাজৰে এটি বিৰাট চৌহদত ঘনকান্ত গোস্বামীৰ বিৰাট ঘৰটো। তেওঁলোকৰ ককাকৰ দিনৰে পৰাই গোস্বামীৰ পৰিয়াল অতি আঢ্যৱন্ত আৰু চহকী পৰিয়াল। ঢেকীয়ালৰ গাঁৱত থকা মাটিৰ বহুখিনিয়েই চিলিঙত গ'লেও এতিয়াও তেওঁলোকৰ মাটিৰ ধানে তিনি বছৰলৈকে জোৰে। ঘন গোস্বামীৰ ককাকেই কমাৰবন্ধাৰ পৰা তিনি মাইলমান দূৰৈত এখন চাহ বাগিচা খুলিছিল। ঢেকীয়ালত থকা বাগিচাখনৰ কাম-কাজ চোৱা-চিতা কৰাত অসুবিধা হোৱাত গোলাঘাট টাউনতে মাটি এডোখৰ কিনি থাকিবলৈ ল'লে। কালক্ৰমত ঢেকীয়ালৰ সলনি গোলাঘাটহে পৰিয়ালটোৰ কেন্দ্ৰস্থল হ'ল। মানুহঘৰলৈ গৈ হেমিদুৰহঁতে বৰ ভাল পালে। বিশেষকৈ ঘন গোস্বামীৰ ব্যৱহাৰ পাতিত হেমিদুৰ মুগ্ধ হৈ গ'ল। ইমান চহকী মানুহজনৰ আচৰণত অহংকাৰৰ চিনেই নাই। বয়সৰ বিস্তৰ ব্যৱধান সত্ত্বেও তেখেতে সিহঁত আটাইকেউটাকে সমনীয়াৰ দৰে ব্যৱহাৰ কৰিলে। চাহ-তাহ খোৱাৰ পিচত নিজে লগত লৈ তেওঁৰ ঘৰখনৰ আগফালে পিচফাল গোটেইখন তন্নতন্নকৈ দেখুৱালে। পিচফালৰ বিৰাট বাৰীখনত থকা ফল-মূলৰ গছবোৰ দেখি সিহঁত আচৰিত হ'ল। বাৰীৰ মাজৰ ডাঙৰ পুখুৰীটোত মাছে খল্‌খলাই আছে। সেইবোৰতকৈ ঘন গোসাঁইৰ ঘৰৰ লাইব্ৰেৰীটোৱেহে হেমিদুৰক আটাইতকৈ বেছি আকৰ্ষিত কৰিলে। সাম্প্ৰতিক কালত বিশ্ব সাহিত্যৰ উল্লেখযোগ্য গ্ৰন্থসমূহৰ উপৰিও বিশেষকৈ ইংৰাজী সাহিত্যৰ স্মৰণীয় ধ্ৰুপদী সাহিত্যৰ সংগ্ৰহে তাক বিস্মিত কৰিছিল। আটাইতকৈ উল্লেখনীয়

কথাটো এয়ে যে তেওঁৰ সংগ্ৰহত থকা গ্ৰন্থসমূহৰ আটাইবোৰেই ঘন গোসাঁয়ে খৰচি মাৰি অধ্যয়ন কৰিছে। তেখেতৰ ঘৰৰ পৰা আহোতে হেমিদুৰৰ মন-প্ৰাণ এক অবুজ তৃপ্তিৰ আমেজেৰে ভৰি পৰিল।

ইমান চহকী মানুহ হৈও ঘনকান্ত গোস্বামীয়ে কিয় অবিবাহিত থকাৰ সিদ্ধান্ত ল'লে, সেয়া জানিবৰ বাবে হেমিদুৰৰ বন্ধুসকল অলপ ব্যগ্ৰ হোৱাত বিমলেই কাৰণটো ক'লে। পাৰম্পৰিক মহাপুৰুষীয়া পন্থাৰ মানুহ হোৱা সত্ত্বেও ঘনকান্ত গোস্বামীৰ দেউতাক মহীকান্ত গোস্বামী সময়তকৈ আগবঢ়া আৰু উদাৰ মানসিকতাৰ আছিল বাবে তেখেতে নিজৰ চাৰিওটা ল'ৰা-ছোৱালীক শ্বিলঙৰ খ্ৰীষ্টান মিছনেৰী স্কুলৰ ব'ৰ্ডিঙত ৰাখি পঢ়ুওৱাৰ ব্যৱস্থা কৰিছিল। ঘন গোসাঁইক আকৌ ছিনিয়ৰ কেম্ব্ৰিজ পাছ কৰাৰ পিচতে দেউতাকে শ্বিলঙতে নপঢ়াই কলিকতাৰ ছে'ণ্ট জেভিয়াৰ্ছ কলেজত পঢ়িবলৈ পঠিয়াইছিল। সৰুৰে পৰা পঢ়া-শুনাত চোকা, সুদৰ্শন, সপ্ৰতিভ ঘন গোঁসাই কলিকতাতো শিক্ষক-ছাত্ৰ সকলোৰে প্ৰিয়পাত্ৰ হ'বলৈ বেছি সময় নালাগিল। খেলা-ধূলাত পাৰদৰ্শিতা থকা গোঁসায়ে বিশেষকৈ টেনিছ খেলাত সুনাম অৰ্জন কৰাত কলিকতাৰ সম্ভ্ৰান্ত সমাজত প্ৰিয় হৈ পৰিল। সেই সূত্ৰে কলিকতাৰ বাঙালী আৰু এংলো-ইণ্ডিয়ান সমাজৰ ওপৰ শ্ৰেণীৰ পৰিয়ালৰ সৈতেও ঘনিষ্ঠ হ'বলৈ ধৰিলে। তেওঁৰ আকৰ্ষণীয় ব্যক্তিত্ব আৰু জাকত-জিলিকা ৰূপৰ বাবে সেইবোৰ সমাজৰ ৰমণী কুলৰ নয়ন-মণি হৈ পৰিল। আৰু তাতেই বিপদ হ'ল।

বামাৰ-ল'ৰী নামৰ অতি বিখ্যাত ব্যৱসায়ী প্ৰতিষ্ঠানৰ এগৰাকী উচ্চপদস্থ বিষয়া ফ্ৰেডৰিক উইলিয়ামৰ একমাত্ৰ দুহিতা ছিন্থিয়া উইলিয়ামৰ সৈতে কলিকতাৰ ছাউথ ক্লাবৰ টেনিছ ক'ৰ্টতে ঘন গোস্বামীৰ চিনাকী। জন্মসূত্ৰে আৰু পৰিবেশৰ বাবে ছিন্থিয়া সকলো ফালেই পশ্চিমীয়া আদৰ্শৰ অনুসৰণকাৰী আছিল যদিও তাই আছিল অতিশয় ৰুচিশীল, বিনয়ী আৰু শান্ত ছোৱালী। খেলা-ধূলা আৰু সুকুমাৰ কলাৰ প্ৰতিও তীব্ৰ আকৰ্ষণ থকা সুন্দৰী ছোৱালীজনী কলিকতাৰ অভিজাত সমাজৰ যুৱকসকলৰ মাজত আকৰ্ষণৰ কেন্দ্ৰ আছিল। ছিন্থিয়াৰ অনুগ্ৰহ প্ৰাৰ্থীৰ সংখ্যা কম নাছিল আৰু তাৰে মাজৰে কিছুমান যুৱক তাইৰ বাবে ভাল বেয়া যি কোনো কামকে কৰিবলৈ প্ৰস্তুত আছিল। তেনে এটা সময়তে ছিন্থিয়া ঘন গোস্বামীৰ প্ৰেমত পৰিল। অৱশ্যে ঘন গোস্বামীয়েও এই সম্পৰ্কত সহাঁৰি দিছিল। কলেজৰ শ্ৰেণীৰ সময়ত হয় বেথুন কলেজ, নহয় ছেণ্ট জেভিয়াৰ্ছৰ গে'টৰ সন্মুখত দুয়ো দুয়োকে লগ পোৱা নিয়মত পৰিণত হ'ল। আন সময়তো বিভিন্ন অভিজাত ৰেষ্টোৰাঁ, লাইট হাউচ চিনেমা হ'ল, ব'টানিকেল গাৰ্ডেন, টেনিছ ক'ৰ্ট আদিত সঘনে দুয়ো লগ পোৱাৰ উপৰিও ছিন্থিয়াহঁতৰ আলিপুৰত থকা ভৱনৰ প্ৰৱেশদ্বাৰ ঘন গোস্বামীৰ বাবে উন্মুক্ত থকা হ'ল। এদিন নিশা লাইটহাউচত

"অল কোৱাইট ইন্ দ্য ৱেষ্টাৰ্ণ ফ্ৰন্ট" নামৰ বিখ্যাত কথাছবিখন চাই ছিম্বিয়াহঁতৰ গাড়ীৰে ঘনৰ হোষ্টেলৰ সন্মুখত নমাই যোৱাৰ অলপ পিচতে ঘটনাটো ঘটিল। হোষ্টেলৰ গে'টৰ সন্মুখতে কেইবাটাও ল'ৰা আলেঙে-আলেঙে ৰৈ থকা দেখিও ঘন গোস্বামীয়ে একো সন্দেহ কৰা নাছিল। কিন্তু সি গৈ গে'টৰ সন্মুখ পাওঁতেই চাৰি-পাঁচটা ল'ৰাই তাক বেৰি ধৰিলে। তাৰ মাজৰে দুটা ল'ৰা সিহঁতৰ কলেজৰ, এটা এংলো-ইণ্ডিয়ান আৰু আনটো বাঙালী। তাৰে এংলো ল'ৰাটোৱে তাক "আছামৰ জংঘলৰ পৰা আহি ইয়াত দাদাগিৰি কৰিবলৈ আহিছ" বুলি হকীষ্টিকেৰে তাৰ মূৰটো লক্ষ্য কৰি কোব মাৰি দিবলৈ উদ্যত হ'ল। সি কৌশলেৰে মূৰটো আঁতৰাই নিদিয়া হ'লে কথা বিষমেই হ'লহেঁতেন। সিও তাৰ আক্ৰমণকাৰীক লক্ষ্য কৰি ঘোচা এটা সোধালে। কম সময়ৰ ভিতৰতে ঠাইখনত এখন খণ্ডযুদ্ধ আৰম্ভ হ'ল। ঘনই দুটামানক ভালকৈ পিটিলে যদিও সিহঁতৰ সংখ্যা সৰহ হোৱাত পিচলৈ তাৰ অৱস্থা বেয়া হ'ল। হকীষ্টিক, বক্সিংগ্লোভ, নাক্‌ল-দাস্তাৰ আদিৰ আক্ৰমণত তাৰ মূৰ ফাটিল, ওঁঠ-মুখ তেজেৰে ৰাঙলী হ'ল। ভাগ্যক্ৰমে, সেই সময়তে এজন ট্ৰেফিক চাৰ্জেণ্ট মটৰ বাইকেৰে ঘটনাস্থলিত উপস্থিত হোৱাত আক্ৰমণকাৰীহঁতে দূৰৈৰত ৰখাই থোৱা এখন জীপত উঠি উধাও হ'ল। ট্ৰেফিক চাৰ্জেণ্টজনেই হোষ্টেলৰ কৰ্মচাৰীৰ সহায়ত ঘন গোস্বামীক নীলৰতন সৰকাৰ হস্পিটেলত ভৰ্তি কৰিলে। ঘৰলৈ খবৰ দিয়াত দেউতাক আৰু ককায়েক কলিকতা পালেগৈ। প্ৰায় পোন্ধৰ দিনমানৰ পিচত হস্পিটেলৰ পৰা পোনে পোনে ঘনক গোলাঘাটলৈ লৈ যোৱা হ'ল। ঘনকান্ত গোস্বামীৰ শিক্ষা তাতে সমাপ্ত হ'ল। ছিম্বিয়াই তেওঁৰ সৈতে পিচতো সম্পৰ্ক ৰাখিবলৈ চেষ্টা কৰিছিল। ঘন গোস্বামীয়ে সহাঁৰি নিদিলে। ছিম্বিয়াৰ সৈতে জড়িত তেওঁৰ জীৱনৰ অধ্যায়টো জোৰকৈ মচি পেলালেও তেওঁ জীৱনত বিয়া নকৰাৰ বাবে লোৱা সিদ্ধান্তই ইয়াকে প্ৰমাণ কৰিলে যে বাকী জীৱন ঘন গোস্বামীয়ে ছিম্বিয়াৰ স্মৃতি তপত অঙঠাৰ দৰে বুকুত লৈ ফুৰিব।



# পঞ্চম খণ্ড

চেনিজান লেপাই গাঁৱত হুলস্থূল লাগিল। গাঁৱৰ সোঁমাজতে থকা বাপুৰাম মৌজাদাৰৰ ঘৰৰ ফালে মুনিহ-তিৰোতা, ল'ৰা-বুঢ়া সকলোৱে ঢাপলি মেলিবলৈ ধৰিলে। বাপুৰাম গগৈ সমগ্ৰ গাঁওখন কিয়, গোটেই চেনিজান মৌজাতে জনাজাত মানুহ। সেই তেতিয়াৰ দিনতে গাঁৱৰ পৰা দহ মাইল দূৰৈৰ চহৰত পূৰ্ণ মাষ্টৰৰ বাৰীৰ চৌহদত গাঁৱৰে আন দুজন ল'ৰাৰ সৈতে মেছ কৰি থাকি বেজবৰুৱা হাইস্কুলত দশম শ্ৰেণীলৈকে পঢ়া মানুহ। তেতিয়া সিমানখিনি পঢ়া মানুহে চাহ বাগিচাৰ মহৰীৰ চাকৰি, মাইনৰ স্কুলৰ শিক্ষক, পুলিচ আদিৰ চাকৰি অতি সহজে পাইছিল। বাপুৰাম গগৈয়ে পঢ়া-শুনা আধৰুৱা কৰি শেষ কৰাৰ কথা নাছিল। তেওঁ এম. ভি পৰীক্ষাত জলপানি পোৱা ছাত্ৰ আছিল আৰু হাইস্কুলতো ওপৰ শ্ৰেণীৰ অংকৰ শিক্ষক হিমধৰ গগৈ, ইংৰাজীৰ ছেৰিফুদ্দিন আহমদ আৰু সংস্কৃতৰ পূৰ্ণকান্ত শৰ্মাৰ অতি প্ৰিয় ছাত্ৰ আছিল। তেওঁলোক তিনিওজনে আৰু স্কুলৰ প্ৰধান শিক্ষক বৰদাচৰণ ভাগৱতীয়ে বৰ আশা কৰিছিল যে বাপুৰামে মেট্ৰিক পৰীক্ষাত ভাল ফল দেখুৱাই স্কুললৈ সুনাম কঢ়িয়াই আনিব। কিন্তু দেউতাকৰ অকাল আৰু আকস্মিক মৃত্যুৰ বাবে তেওঁ পঢ়া-শুনা সিমানতে বাদ দি মাকৰ নামলৈ অহা মৌজাৰ কাম চোৱাচিতা কৰাৰ লগতে পৰিয়ালৰ নামত থকা বৃহৎ পৰিমাণৰ মাটি-বাৰী তদাৰকৰ কামত সোমাই পৰিবলগীয়া হ'ল। জ্ঞান-বুদ্ধিত আগৰণুৱা. সামাজিক কামত ভাগ ল'বলৈ পিছ নোহোহকা, সকলোকে সহায় কৰি ভাল পোৱা বাপুৰাম গগৈয়ে কম বয়সতে সামাজিক ক্ষেত্ৰত নিজৰ আসন সুদৃঢ় কৰি লৈছিল। উপযুক্ত বয়সত মৌজা চলোৱাৰ দায়িত্ব মাকৰ পৰা নিজৰ হাতলৈ অনাৰ পাছতো বাপুৰাম গগৈৰ চৰিত্ৰৰ সালসলনি নহ'ল। দুখীয়া ৰায়তে কিবা কাৰণত সময়মতে খাজনা দিব নোৱাৰিলে গগৈয়ে নিজৰ পৰাই খাজনা আদায় দি সহায় কৰিছিল। পাছত অৱশ্যে সেই ধন তেওঁ ঘূৰাই পাইছিল। সেই বুলি সেই ধন আদায় দিবলৈ তেওঁ কাহানিও কাকো তাগিদা দিয়া নাছিল।

মৌজাদাৰ হ'ল বুলিয়েই বাপুৰাম গগৈয়ে সদায়েই গাঁৱৰ আন দহজনতকৈ নিজকে বেলেগ বুলি নাভাবিছিল। দেউতাক হেম গগৈৰ মৌজাদাৰীৰ কালত সামান্য চাকচিক্য আৰু কিছু পৰিমাণে আভিজাত্যৰ চিন আছিল যদিও বাপুৰাম মৌজাদাৰ হোৱাৰ পৰা সেইখিনিও নোহোৱা হ'ল। অৱশ্যে মাঘৰ বিহুৰ উৰুকাৰ দিনা নামঘৰৰ বাকৰিত হোৱা বছৰেকীয়া ভোজটোৰ খৰচ দেউতাকৰ দিনৰ পৰা বহন কৰাৰ পৰম্পৰা বাপুৰামেও চলাই থাকিল। সেই বাপুৰামৰে মাজু ভায়েক মুহিধৰ গগৈ আছিল

ককায়েকতকৈ বেলেগ। গান-বাজনা, ফুটবল খেলা আৰু চৰাই চিকাৰতে ব্যস্ত মুহিধৰে মৌজা নাইবা ঘৰৰ মাটি-বাৰী সংক্ৰান্ত কথালৈ মুঠেই মন-কাণ নিদিছিল। পঢ়া-শুনাত মজলীয়া ধৰণৰ মুহিধৰে টাউনৰ স্কুলৰ বৰ্ডিঙত থাকি মেট্ৰিক পাছ কৰাৰ পাছত ঘৰৰ অমতে মিলিটেৰীত ভৰ্তি হ'ল। দ্বিতীয় মহাযুদ্ধত দেশ-বিদেশে ঘূৰি থাকোতেই বিয়া-বাৰুৰ কথা পাহৰি থাকিল। সৈন্য বাহিনীত চাকৰি কৰি থাকোতেও খেলাৰ বাবেই মুহিধৰে ওপৰৱালাৰ কৃপাদৃষ্টি লাভ কৰিছিল। সোতৰ বছৰমান সৈন্য বাহিনীত বাধ্যতামূলক চাকৰি কাল সমাপ্ত কৰাৰ পাছত মাকৰ অসুখৰ বাবে অৱসৰ লৈ ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিল। মাক, ককায়েক আৰু পৰিয়ালৰ আন মানুহে বৰকৈ জোৰ কৰা সত্ত্বেও মুহিধৰে সেইটো বয়সত বিয়াত বহিবলৈ ইচ্ছা নকৰিলে। গাঁৱৰে ডেকাবোৰে মিলি গঠন কৰা নৱ জাগৰণ যুৱক সংঘৰ সৈতে মুহিধৰ বাৰুকৈয়ে জড়িত হৈ পৰিল। সকলোৱে তেওঁক সভাপতি পাতিবলৈ জোৰ কৰিছিল যদিও তেওঁ সেইবোৰ দায়িত্ব ল'বলৈ ৰাজী নহ'ল। তথাপিও যুৱক সংঘৰ সাধাৰণ সভাত গোট খোৱা বয়োজ্যেষ্ঠসকলৰ অনুৰোধত সংঘৰ উপদেষ্টা হ'বলৈ বাধ্য হৈছিল।

কেতিয়াবা বাৰীৰ জেওৰা-জপনা বাটিবৰ দৰকাৰ হ'লে সেয়া কৰি দিয়া, খেতিৰ ৰোৱণী-দাৱনী বিচাৰি গাঁৱৰ পৰা দুই কিলোমিটাৰমানৰ নিলগৰ বনুৱা লাইনত খবৰ কৰা, তিনি কিলোমিটাৰ দূৰৈৰ নেমুগুৰিত বহা দেওবৰীয়া বজাৰৰ পৰা প্ৰতি সপ্তাহে খাহী আৰু গাহৰিৰ মাংস অনা আদি দায়িত্ব মুহিধৰে নিজৰ ইচ্ছাতে পালন কৰি আহিছে। মাক জীয়াই থাকোতে অৱশ্যে গাহৰিৰ মাংস ৰান্ধনীশালত সোমাব পৰা নাছিল। পিছ চোতালৰ মাজত থকা চালিখনতহে মুহিধৰৰ তদাৰকত সেইবিধ মাংস ৰন্ধা হৈছিল। মুহিধৰহঁতৰ গাঁওখনত সামাজিকভাৱে মদ খোৱাত বাধা নাথাকিলেও সিহঁতৰ ঘৰত মদৰ প্ৰৱেশ সম্পূৰ্ণ ৰূপে নিষিদ্ধ আছিল। মুহিধৰে সেনাবাহিনীত সুমুৱাৰ পাছৰ পৰাহে সেইবিধ পানীয় সেৱন কৰা তেওঁৰ অভ্যাসত পৰিণত হ'ল। গাঁৱলৈ ঘূৰি আহিও সেয়ে তেওঁ প্ৰায়ে মদ খাইছিল। টাউনৰ পৰা পেঞ্চন আনিবলৈ গ'লে মিলিটেৰী কেণ্টিনৰ পৰা মুহিধৰে 'ৰাম'ৰ বটল আনে আৰু প্ৰায়ে নিজৰ ৰুমতে দুৱাৰ-খিৰিকি বন্ধ কৰি সন্ধিয়া এটুপি খায়। সেই বুলি তেওঁ কোনো দিনে সীমা চেৰাই নাযায় বাবে পৰিয়ালত একো অসুবিধাৰ সৃষ্টি নহয়। পাছত যুৱক সংঘৰ সৰু ক্লাৱ ঘৰত কেৰম, তাচ আদি খেলাৰ লগতে নমাহে ছমাহে কিবা এটা চেলু লৈ মদৰ আড্ডা বহে। তাত কম বয়সৰ ডেকাবোৰৰ লগত মুহিধৰে পৰাপক্ষত মদ নাখায়। কিন্তু সিহঁতৰ বাহিৰেও মুহিধৰৰ লগৰে একে বয়সৰে নোমল লাহন, বগাই চেতিয়া, কুল দাস আদিৰ উপৰিও মুছলিম গাঁৱৰ ৰহিমত আৰু ফুলববাহঁতে কিবাকিবি উপলক্ষ্যত ক্লাৱত এটুপি ধৰে। মুহিধৰো স্বাভাৱিকতে সেইবোৰ আড্ডাত চামিল হ'বলগীয়া হয়। প্ৰথম অৱস্থাত ডেকাহঁতে

বয়সস্থসকলৰ এনেবোৰ কাণ্ডৰ পৰা দূৰত্ব বজাই ৰাখিলেও বিহু বুলিয়েই হওঁক নাইবা সংঘৰ বছৰেকীয়া অধিৱেশনৰ সময় বুলিয়েই হওঁক, কেতিয়াবা সৰুবোৰেও ডাঙৰৰ লগতে ডিঙি তিয়াবলৈ সুযোগ পায়। সেইবোৰেই কাল হ'ল।

লেপাই গাঁৱত পূজা-পাতলৰ কাৰবাৰ নাথাকিলেও সিহঁতৰ গাঁৱৰ পৰা তিনি কিলোমিটাৰমান দূৰৈৰ খাগৰিজান চাহ বাগিচাত দুৰ্গা পূজা বৰ ধুমধামকৈ হয়। বাগানৰ কৰ্মচাৰীসকলে পূজাত নাটক কৰাৰ উপৰিও বাগিচা কৰ্তৃপক্ষই তিনিখনমান চিনেমা দেখুওৱাৰ ব্যৱস্থা কৰে। মুকলি পথাৰত টাউনৰ শ্ৰীলক্ষ্মী মোবাইল টকীজে এখন ধৰ্মমূলক, এখন 'ফাইটিং' আৰু এখন 'ছ'চিয়েল'— এনেকৈ মিলাই চিনেমা আনে। পথাৰৰ মাজত চিনেমাৰ পৰ্দাখন 'ফিট' কৰে বাবে পৰ্দাৰ দুয়ো ফালৰ পৰাই অৰ্থাৎ সন্মুখৰ পৰা আৰু পিছৰ পৰা চিনেমা চাব পাৰি। কেৱল পিছ ফালৰ পৰা চালে বীৰ হনুমানে বাওঁহাতেৰে গন্ধমাদন পৰ্বতটো লৈ অনা যেন দেখাৰ বাবেহে অসুবিধা হয়। বাগিচাৰ শ্ৰমিক-কৰ্মচাৰীৰ উপৰিও ওচৰ পাজঁৰৰ গাঁৱৰ ল'ৰা-ছোৱালীয়ে আবেলিতে চিনেমা চাবলৈ পূজা থলী পায়গৈ। আচলতে পূজাৰ কেইদিন খাগৰিজান বাগিচা আৰু তাৰ চাৰিওফালৰ অঞ্চলটোৱেই উৎসৱমুখৰ হৈ থাকে। বাগিচাৰ মজুদুৰ ক্লাৱৰ সন্মুখৰ পথাৰতে পূজা হয়। পূজা থলীৰ চৌদিশে সেই কেইদিন দোকান-পোহাৰেৰে ঠাইখনে বেলেগ ৰূপ লয়।

সেই বাগিচাৰ চিনেমা চোৱাতে গোলমালটো লাগিল। পূজা থলীত খোলা দুখনমান অস্থায়ী হোটেলত আন খোৱা বস্তুৰ লগতে মদৰ ব্যৱস্থাও আছিল। ডেকাবোৰে অন্যত সহজে নোপোৱা সমাগ্ৰীবিধ পূজা থলীত সহজে পোৱা বাবে সেই সুযোগৰ পূৰ্ণ ব্যৱহাৰ কৰিছিল। খাই-বৈ পূজা চাবলৈ আৰু চিনেমা চাবলৈ অহা ছোৱালীবোৰক জোকায়। সেইবোৰ উৎপাত সীমাৰ ভিতৰতে থকালৈকে অসুবিধা নাছিল। এদিন কিন্তু সীমা চেৰাই গ'ল। গাঁৱৰে ঠিকাদাৰ থোলোক গগৈ নতুনকৈ ধনী হোৱা মানুহ। হাইস্কুলৰ কেইশ্ৰেণীমান পঢ়িয়েই শিক্ষা সামৰা থোলোকে প্ৰথম অৱস্থাত লোকেল ব'ৰ্ডৰ অধীনত সৰু-সুৰা ঠিকা-ঠুকলি কৰি লাহে লাহে ওপৰলৈ উঠি আহিবলৈ ধৰিলে। পি-ডব্লিউ-ডি, ই-এণ্ড-ডি আদি বিভাগত মজলীয়া শ্ৰেণীৰ ঠিকাৰ কাম কৰি থাকোতেই তেল-গেছ নিগমে অঞ্চলত তেল অনুসন্ধানৰ কাম আৰম্ভ কৰাৰ পাছত থোলোক গগৈৰ ভাগ্যৰ চকৰি ঘূৰিল। তেওঁৰে মাজু পুতেক সুৰেন, দেউতাকৰ ধন আৰু প্ৰতিপত্তিৰ ফলতে উদণ্ড প্ৰকৃতিৰ হ'ল। দেউতাকৰ ঠিকাৰ কামৰ বাবে থকা জীপখনত এজাক লগ-সমনীয়া ভৰাই লৈ অঞ্চলটোত টিঘিলঘিলাই ফুৰাই তাৰ প্ৰধান কাম। সেই সুৰেনৰ *লগৰ জাকেই পূজাত চিনেমা চাবলৈ অহা খামন গাঁৱৰ ছোৱালী এজনীৰ গাত হাত দিয়াতে গোলমালখন লাগিল। ঘটনাটোৰ খবৰ পাই খামন গাঁৱৰ এজাক ল'ৰা আহি সুৰেন আৰু লগৰীয়া কেইটাক উত্তম-মধ্যম সোধালে। খাগৰিজানৰ শ্ৰমিক আৰু কৰ্মচাৰীৰ*

ল'ৰাবোৰেও হাত উজান দিলে। গোটেইখনে মিলি উদণ্ড কেইটাক গুৰুলা-গুৰুলকৈ পিটিলে। পূজা কমিটিৰ কৰ্মকৰ্তাসকলে হস্তক্ষেপ নকৰা হ'লে সিহঁতৰ গতি বিষমেই হ'লহেতেন।

সেইটো ঘটনা হোৱাৰ পাঁচ-ছয় দিনমানৰ পাছতে খামন গাঁৱৰ চাৰি পাঁচটামান ডেকা ল'ৰা আবেলি টাউনত চিনেমা চাবলৈ বুলি চাইকেলেৰে আহোঁতে চতিয়নাগুৰিৰ কাষৰ দোকান কেইখনতে চিগাৰেট খাবলৈ বুলি ৰৈছিলহি। তাৰ কোনোবা শিষ্যই খবৰ দিয়াত সুৰেনে জীপখনত কেইটিমান সংগী লৈ ল'ৰাকেইটাক আক্ৰমণ কৰিলে। সেই সময়ত মুহিধৰে ক্লাব ঘৰত তাৰ লগৰ কেইটামানৰ সৈতে কেৰম খেলি আছিল। ডেকা ল'ৰাৰ কাজিয়াত ডাঙৰে মূৰ সোমোৱাৰ সকাম নাই বুলি ভাবিয়েই মুহিধৰে কেৰম খেলাত ব্যস্ত আছিল। তেনেতে গাঁৱৰ দুটা ল'ৰাই দৌৰি আহি খবৰ দিলে বোলে কোনোবাই বাধা নিদিলে তাত এখন কুৰুক্ষেত্ৰ হ'ব, খামন গাঁৱৰ ল'ৰাকেইটাৰ অৱস্থা বেয়া হ'ব। মুহিধৰে আৰু তেওঁৰ লগৰকেইজন লৰা-লৰিকৈ চতিয়নাগুৰিৰ ফাললৈ ঢাপলি মেলিলে। সিহঁতে গৈ দেখে যে কথা সঁচা, খামনৰ দুটা ল'ৰাৰ মূৰ ফাটি তেজ ওলাইছে। হটঙা, মজবুত ল'ৰা এটাক সুৰেনৰ দলে বলে পৰা নাই বাবে সুৰেনে কোনোবা পাকতে ঘৰলৈ গৈ প্ৰকাণ্ড লোহাৰ ৰড এডালেৰে ল'ৰাটোক মাৰিবলৈ উদ্যত হৈছে। মুহিধৰ আৰু তোলনে সুৰেনক পিচফালৰ পৰা গবা মাৰি নধৰা হ'লে কথা বিষম নিশ্চয়কৈ হ'লহেতেন। মুহিধৰ আৰু ৰহিমতেই আগবাঢ়ি গৈ সুৰেনৰ হাতৰ পৰা জোৰকৈ লোহাৰ ৰডডাল কাঢ়ি ল'লে। বাকীবোৰে আন ল'ৰাবোৰকো মাৰপিট কৰাৰ পৰা নিৰস্ত্ৰ কৰিলে। পুঞ্জীভূত আক্ৰোশ পূৰাব নোৱাৰি সুৰেনে খঙতে গুজৰিবলৈ ধৰিলে। ৰহিমত মাষ্টৰে সুৰেনক বুজাবলৈ বুলি তাৰ পিঠিত হাত দিওঁতেই হিতাহিত জ্ঞান হেৰুৱাই সুৰেনে তাৰ আগৰ শিক্ষক গৰাকীকে বুকুত ধৰি ঠেলা মাৰি দিলে। দুৰ্বল শৰীৰৰ ৰহিমত মাষ্টৰ কাষৰ খালটোত বাগৰি পৰিল। অতি শান্ত আৰু নিৰ্বিৰোধ তেওঁৰ প্ৰিয় বন্ধুৰ এনে দুৰৱস্থা দেখি মুহিধৰৰ মিলিটেৰী মেজাজ জাগি উঠিল আৰু সি সুৰেনৰ গালত এটা পূৰ্ণহতীয়া চৰ সোধালে। গাঁৱৰ মানুহ আৰু বিশেষকৈ নিজৰ সাংগো-পংগোসকলৰ সন্মুখতে তেনেকৈ অপমানিত হোৱাত সুৰেনে মুহিধৰক মাৰিবলৈ চোঁচা মাৰিলে। মুহিধৰৰো ধৈৰ্যচ্যুতি ঘটিল আৰু সুৰেনে তাৰ গাত হাত দিয়াৰ আগতেই মাটিত পৰি থকা লোহাৰ ৰডডাল তুলি তাৰ মূৰত কোব মাৰি দিলে।

মুমূৰ্ষ অৱস্থাত সুৰেনক প্ৰথমতে টাউনৰ চিভিললৈ নিয়া হৈছিল। অৱস্থাৰ গুৰুত্ব উপলব্ধি কৰি তাৰ চিকিৎসকে ডিব্ৰুগড়ৰ মেডিকেললৈ নিবলৈ পৰামৰ্শ দিলে। তাত তিনিদিন মৃত্যুৰ সৈতে যুঁজি সুৰেনৰ এদিন সন্ধিয়া মৃত্যু হ'ল। ইতিমধ্যে থোলোক গগৈয়ে নগৰৰ থানাত এজাহাৰ দি থৈছিল। সুৰেনক মেডিকেললৈ নিয়াৰ দিনাই পুলিচ

আহি মৌজাদাৰৰ ওচৰ পালেহি। থানাৰ ডাৰোগাই বাপুৰাম মৌজাদাৰক ভালকৈ জানে। সেয়ে তেওঁ চিপাহী-চন্তৰী লৈ অহা সত্ত্বেও অতি বিনয়েৰে ক'লে, "মৌজাদাৰ ডাঙৰীয়া, কেছটো চিৰিয়াছ হৈ গ'ল। পাৰ্টিও বেচ ষ্ট্ৰং, এতিয়ালৈকে ওপৰলৈ যোৱা নাই বুলি শুনিছো। গতিকে আপুনি বেয়া নাপাব, ভায়েকক আমি কাষ্ট'দীত নোলোৱাকৈ থাকিব নোৱাৰো। বুইছেই নহয়, চাকৰিৰ কথা।" বাপুৰাম গগৈয়ে অবিচল কণ্ঠে ক'লে, "নাই, আপুনি আপোনাৰ ডিউটি কৰক। মই মুহিধৰক মাতি দিছো"। মুহিধৰ আহিলত দাৰোগাই তেওঁকো বিনয়েৰে "আপোনাক আমি এৰেষ্ট কৰিছো"। লগত অহা কনিষ্টবল কেইজনক ক'লে, "হেণ্ডকাফ লগাব নালাগে। এখেতক জীপলৈ লৈ যা।" বাপুৰামক পুনৰ নিজৰ নিৰুপায় অৱস্থাৰ বিষয়ে আশ্বস্ত কৰি দাৰোগা মৌজাদাৰৰ দীঘল পদূলিৰে জীপৰ ফালে আগ বাঢ়িল। ইফালে মুহিধৰক ধৰিবলৈ পুলিচ অহাৰ খবৰ চেনিজান লেপাই গাঁৱৰ সকলোৱে সোনকালে জানি গ'ল। গাঁৱৰ বুঢ়া-মেঠা, মুনিহ, তিৰোতা, ল'ৰা ছোৱালীয়ে মৌজাদাৰৰ পদুলিত ভিৰ কৰিলেহি। মুহিধৰৰ নিচিনা এই মানুহ নৰহত্যাৰ দৰে অপৰাধত পুলিচৰ কৰায়ত্ত হ'ব লগা কথাটোত সকলোৱে দুখ পালে। মানুহটোৰ প্ৰতি সম্পূৰ্ণ সহানুভূতি থকা সত্ত্বেও ঘটনাৰ পৰিণতিত ভাল মানুহ এটাৰ ইমান বিড়ম্বনা হোৱাত সকলোৱে দুখ পালে। তিনি মাহ জেল হাজোতত থকাৰ অন্তত জামিনত মুক্তি পাই ঘৰলৈ অহাৰ পাছত মুহিধৰ একেবাৰে বেলেগ মানুহ হৈ পৰিল। পৃথিৱীৰ আন কথা বাদেই, নিজৰ দেহাৰ প্ৰতিও মানুহটোৰ চিন্তা নোহোৱা হ'ল। ককায়েক বাপুৰামে নগৰৰ বিখ্যাত উকীল বেদনাথ হাজৰিকা, ভূপেন ঘোষ আদিক উকীল হিচাপে লগোৱা সত্ত্বেও নিম্ন আদালতে মুহিধৰক দোষী সাব্যস্ত কৰিলে। গাঁৱৰ প্ৰায় সৰহখিনি মানুহেই মুহিধৰৰ নিৰ্দোষিতা সম্পৰ্কে সাক্ষী দিয়া সত্ত্বেও মুহিধৰক নিম্ন আদালতে দিয়া দহ বছৰৰ কাৰাদণ্ড ছেছন ন্যায়ালয়েও বাহাল ৰাখিলে। ককায়েকে হাইকোৰ্টত আপীল কৰা শুনি মুহিধৰে আদালত কক্ষতে অনাহকত ধন খৰচ নকৰিবলৈ অনুৰোধ কৰিলে। বাপুৰামে ভায়েকৰ কথা নুশুনি হাইকোৰ্টত আপীল কৰিলে। ফলাফল একেই হ'ল।

ভায়েক দীৰ্ঘদিনৰ বাবে জেললৈ যোৱাৰ পিছত বাপুৰামে গাঁৱত থাকিবলৈ মন নকৰিলে। নগৰত আগতেই এপূৰা মাটি সস্তাতে কিনি এনেয়ে পেলাই থৈছিল। গাঁৱৰ ল'ৰা স্কুলত পঢ়িবলৈ আহি বাপুৰামৰ মাটিত অস্থায়ীভাৱে ঘৰ সাজি মেছ কৰি থাকিছিল। পিছত গাঁৱতে স্কুল হোৱাত নগৰলৈ ল'ৰাবোৰ পঢ়িবলৈ নোযোৱা হ'ল। মেছ কৰি থকা ঘৰবোৰ অব্যৱহাৰত উৰঁলি গ'ল। বাপুৰামে তাত ঘৰ এটা সাজি এদিন সপৰিয়ালে টাউনলৈ উঠি আহিল। টাউনৰ পৰাই দুই-তিনি বছৰ মৌজা চলাই তেওঁ আমনি পোৱা হ'ল। আৰু এনেয়েও মৌজা চলোৱাত আগৰ দৰে লাভ হোৱাৰ সলনি লোকচান হোৱাত বাপুৰামে মৌজা এৰো এৰো কৰিয়েই আছিল। মুহিধৰৰ ঘটনাটোৱে মানুহটোক

বৰকৈ হটাই দিলে। দেখদেখকৈ নহ'লেও বাপুৰামে ভায়েকক বৰ মৰম কৰিছিল। সেই ভায়েকেই জেলৰ ভাত খাবলগীয়া হোৱা কথাটোৱে বাপুৰামক ভীষণ মনোকষ্ট দিলে। মৌজাৰ দায়িত্ব এৰি মানুহটোৱে নিস্তাৰ পোৱা যেন অনুভৱ কৰিলে। মৌজা চলাওঁতে আৰু বিশেষকৈ গাঁৱত থাকোতে বাপুৰাম বহুতো সামাজিক কামৰ লগত জড়িত হ'বলগীয়া হৈছিল। নগৰলৈ অহাৰ পৰা সেইবোৰ নোহোৱা হ'ল। আনবোৰ কাম সম্পূৰ্ণ বাদ দি এইবাৰ বাপুৰামে শংকৰ সংঘৰ কামৰ সৈতে পূৰ্ণোদ্যমে সোমাই পৰিল। সেই সূত্ৰেই তোষশ্বৰৰো সংঘৰ সৈতে সম্পৰ্ক।

দদায়েক জেললৈ যাবৰ সময়ত তোযেশ্বৰ ক্লাছ এইটৰ ছাত্ৰ। তেওঁ মিলিটেৰীত থাকোতেই তাৰ জন্ম। কিন্তু স্কুলৰ তলৰ শ্ৰেণীত পঢ়ি থকাৰে বছৰেকীয়া ছুটীত দদায়েক ঘৰলৈ আহোতে সি সদায় তেওঁৰ লগত লাগি ফুৰে। দদায়েকে তাক নানা গল্প কয়। সেনা বাহিনীৰ চাকৰিত বিভিন্ন ঠাইত বিচিত্ৰ মানুহক লগ পোৱাৰ কাহিনী কয়। তোযেশ্বৰে সেইবোৰ কাহিনী মন্ত্ৰমুগ্ধ হৈ শুনে। কিন্তু যিটো বয়সত তেওঁৰ সান্নিধ্যৰ বাবে আটাইতকৈ প্ৰিয় আছিল, সেইটো বয়সতে অতি কৰুণ পৰিস্থিতিত সেই সান্নিধ্যৰ পৰা বঞ্চিত হোৱাৰ বেদনা বুকুত লৈয়েই সি ডাঙৰ হ'ল। থোলোক গগৈৰ দৰে ন্যায়-অন্যায়ৰ বিচাৰ নৰখা এটা মানুহৰ উদণ্ড পুত্ৰৰ বাবেই তাৰ মৰমৰ দদায়েক জেললৈ যাবলগীয়া হোৱাৰ বাবে তোযেশ্বৰৰ অন্তৰত তেনে শ্ৰেণীৰ মানুহৰ প্ৰতি তীব্ৰ বিতৃষ্ণা আৰু ক্ষোভ ৰৈ গ'ল। সেই বাবে সি সদায় সন্তানৰ উপযুক্ত প্ৰতিপালন আৰু ন্যায়-অন্যায়, শুভ-অশুভৰ প্ৰতি বিচাৰৰ জ্ঞান প্ৰদানত গুৰুত্ব আৰোপ কৰিবলৈ শিকিলে।



# ষষ্ঠ খণ্ড

শ্ৰীবজৰং ৰাইচ মিলটো পাৰ হৈ অলপ দূৰ গ'লে পেটুৱা মহাজনৰ গলি বুলি আগতে জনাজাত গলিটোৰ চাৰি-পাঁচটামান ঘৰ পাৰ হ'লেই হেমিদুৰহঁতৰ ঘৰ। হেমিদুৰহঁতৰ সন্মুখত নক'লেও সকলো মানুহেই সিহঁতৰ ঘৰখনক যে টিঙিৰি মাষ্টৰৰ ঘৰ বুলিলে সহজে চিনি পায় সেই কথা হেমিদুৰহঁতে জানে। সিহঁতৰ ববৰবাক জালনুৰ ৰহমান আছিল সেই সময়ত ইংৰাজীৰ বিখ্যাত শিক্ষক। তেওঁৰ ইংৰাজী ব্যাকৰণ আৰু উচ্চাৰণ পদ্ধতিৰ শিক্ষাৰ কথা সেই সময়ৰ ছাত্ৰ সমাজে কৃতজ্ঞতাৰে স্মৰণ কৰে। তেখেতৰ শিক্ষণ পদ্ধতি আধুনিক কালৰ শিক্ষাবিদসকলৰ মনঃপুত নহ'লেও তেখেতৰ ছাত্ৰসকলে অকপটে স্বীকাৰ কৰে যে ইংৰাজী ভাষাটোৰ সামান্য জ্ঞান যদি তেওঁলোকে পালে তেন্তে তাৰ সমস্ত কৃতিত্ব জালনুৰ মাষ্টৰৰ প্ৰাপ্য। শাৰীৰিক শাস্তি প্ৰদানত আস্থা থকা জালনুৰ মাষ্টৰ আছিল অতি খঙাল শিক্ষক। পাৰ্জিঙত ভুল কৰিলে নাইবা 'এপ্ৰপিয়েট প্ৰিপজিশ্যন' মুখস্থ কৰি নানিলে তেওঁ অতি নিষ্ঠুৰভাৱে ছাত্ৰক শাস্তি দিয়া বাবেই তেওঁ 'টিঙিৰি মাষ্টৰ নামেৰে বিখ্যাত হৈছিল। পেটুৱা মহাজন কোন আছিল হেমিদুৰহঁতে জনাৰ সুবিধাই নাপালে। অবিভক্ত বংগৰ ঢাকা চহৰৰ অধিবাসী পেটুৱা মহাজনৰ দোকানখনৰ নাম আছিল "মেছাৰ্ছ এইচ্-এম-নন্দু এণ্ড কোম্পানী"। হেমিদুৰ অলপ বুজন হোৱাতহে গম পাইছিল যে এইচ্-এম-নন্দু মানে হাজী মহম্মদ নন্দু। বহুতে "নন্দু বেপাৰীৰ দোকান" বোলা ষ্টৰ্ছখনত নোপোৱা বস্তু নাছিল। এই দোকানৰ মালিকৰ পৰা আৰম্ভ কৰি কৰ্মচাৰীলৈকে সকলোৰে ব্যৱহাৰ আছিল অতি ভদ্ৰ আৰু অমায়িক। নন্দু বেপাৰীৰ দোকানৰ পৰা কিনা মাখনৰ টিনত পোৱা কুপন গোটাই পুৰস্কাৰৰ বাবে অপেক্ষা কৰা, বিস্কুটৰ টিনৰ ঢাকোন খোলাৰ পাছত বিস্কুট সেমেকি নাযাবৰ বাবে থকা টিনৰ পাত কটাৰ থ্ৰীল, দেউতাকৰ মিক্সাৰৰ টেমা খোলাৰ সময়ত ওলোৱা ভাৰ্জিনিয়া ধঁপাতৰ মন মতলীয়া গোন্ধ আদিৰ সৈতে জড়িত হৈ আছে সেই নন্দু হাজীৰ দোকানৰ স্মৃতি। হেমিদুৰ কলেজ পোৱাৰ আগতেই নন্দু হাজীৰ দোকানৰ মালিক সলনি হৈ ৰামেশ্বৰ তিৱাৰী হ'ল। তথাপি গলিটোৰ নাম সলনি হ'বলৈ আৰু বিছ বছৰ কাল লাগিল। ডাঙৰসকলে কোৱা মতে হেমিদুৰহঁতৰ গলিটো কোনেও আনুষ্ঠানিকভাৱে নামকৰণ কৰা নাছিল। বিশাল বপুৰ নন্দু বেপাৰীৰ দোকানখন পেটুৱা মহাজনৰ দোকান আৰু তাৰে পৰাই পাছত গলিটোৰ নাম পেটুৱা মহাজনৰ গলি হৈছিল। হেমিদুৰহঁতৰ পৰিয়ালৰ কেফায়ৎ উকীল মিউনিচিপাল ব'ৰ্ডৰ মেম্বাৰ হোৱাত তেওঁৰ চেষ্টাতে বাটটোৰ নাম

*জালনুৰ ৰহমান পথ হ'ল।*

নাম যিহকে নহওক লাগে সেইটো পথৰে প্ৰায় শেষৰ ফালেই ইম্‌দাদহঁতৰ ঘৰ আছিল। এতিয়া সেই গোটেই সম্পত্তিটোৰে মালিক নেমিচাঁদ পাৰীখ। প্ৰথমতে নেমিচাঁদে চ'কবজাৰত সৰুকৈ এখন গেলামালৰ দোকান দিছিল। এতিয়া চহৰত এটা, আমগুৰিত এটা, ৰহাত আন এটা, এনেকৈ চাৰিটা নে পাঁচটা পেট্ৰ'ল ডিপোৰ উপৰিও গুৱাহাটীৰ ছাত্ৰীবাৰী অঞ্চলত এখন ডাঙৰ মটৰ পাৰ্টছৰ দোকানকে ধৰি নেমিচাদঁৰ পুত্ৰ আৰু নাতিহঁতৰ ৰম্‌ৰমা ব্যৱসায়। পৰিয়ালৰ যিটো ঘৰত ইমদাদৰ জন্ম হৈছিল সেইটো ঘৰ নেমিচাঁদে ভাঙি তাতে কেবামহলাৰ এটি সুউচ্চ অট্টালিকা সাজিলে। হেমিদুৰৰ মনত কিন্তু ইমদাদহঁতৰ পুৰণি ঘৰটোৰ ছবি এতিয়াও সজীৱ হৈ আছে। প্ৰকাণ্ড পকা খুঁটাৰ ঘৰটোত কেবাটাও কোঠালি আছিল। ইম্‌দাদৰ আতায়েক, মানে দেউতাকৰ বাপেক পহ্‌নুৰ আলী সেই সময়ত চহৰখনৰ এজন বিখ্যাত ব্যৱসায়ী আছিল। অৱশ্যে তেওঁৰ ব্যৱসায় চহৰত নাছিল। পহনুৰ আলীৰ দেউতাকৰ দিনতে নগৰৰ পৰা পাঁচ মাইলমান নিলগৰ লগুৱাবাৰীত মাটিয়ে-বাৰীয়ে বিৰাট সম্পত্তি আছিল। পহনুৰৰ আইতাক আছিল এসময়ৰ চুফীসাধক ৰূপে প্ৰসিদ্ধি লাভ কৰা পাগুৰি ফকীৰৰ বংশৰ। পহ্‌নুৰৰ দেউতাকে গাঁৱতে ধান-চাউলৰ কাৰবাৰ কৰিছিল। পহ্‌নুৰে সেই ব্যৱসায়ৰ পৰিধি বৃদ্ধি কৰি দিচাংমুখত এখন ডাঙৰ দোকান খুলিলে। দোকানখন ভালকৈ প্ৰতিষ্ঠিত হোৱাৰ পাছতে টাউনৰ গোফাৰ কম্পাউণ্ডাৰৰ জীয়েকৰ লগত বিয়া হোৱাত টাউনৰ সৈতে সম্পৰ্ক হ'ল। আৰু সেই সূত্ৰে শহুৰেকৰ পৰামৰ্শ অনুসৰিয়েই টাউনত এখন ঘৰ হ'ল। পাছলৈ অৱশ্যে পঞ্চাছৰ বৰভূঁইকঁপৰ ফলত বৰলুইতৰ গভীৰতা কমি যোৱাত কলিকতাৰ সৈতে পৰিবহণ ব্যৱস্থা বন্ধ হৈ গ'ল। ফলত আৰ-এছ-এন কোম্পানীৰ দিচাংমুখ শাখাৰ কাম বন্ধ হৈ গ'ল। কোম্পানীৰ সৈতে পোনপটীয়া সম্পৰ্ক থকাসকলৰ উপৰিও পৰোক্ষভাৱে এই বিৰাট পৰিবহণ ব্যৱস্থাৰ সৈতে জড়িত বহুতো মানুহৰ জীৱিকাৰ পথ বন্ধ হ'ল। দিচাংমুখ ঘাটৰ গুৰুত্ব নাইকিয়া হ'ল। পহনুৰৰ দোকানো দেৱলীয়া হ'ল।

তাৰ পৰা কিন্তু পৰিয়ালটো সাংঘাটিক বিপৰ্যয়ত পৰাৰ কথা নাছিল। কাৰণ ব্যৱসায় আছিল পৰিয়ালৰ ওপৰঞ্চি আয়ৰ সূত্ৰ। খেতি-বাতিৰ পৰা হোৱা উপাৰ্জনে বৃহৎ পৰিয়ালটো অতি সুন্দৰকৈ চলি থাকিবলৈ যথেষ্ট আছিল। আৰু আইতাকৰ পৰিয়ালৰ ফালৰ পৰা অহা বৈৰাগ্যৰ পৰম্পৰাই পৰিয়ালটোক ভোগ-বিলাসৰ পৰা নিলগাই ৰখাৰ বাবে পৰিয়ালৰ প্ৰায় প্ৰতিজন সদস্যই অতি সাধাৰণ আৰু সৰল জীৱন যাপন কৰিছিল। কিন্তু পহ্‌নুৰ আলীৰ মৃত্যুৰ কিছুদিনৰ পাছৰে পৰা পৰিয়ালটোত যেন কলি লাগিল। পহ্‌নুৰ আলীয়ে পৰিয়ালটো বাস কৰা ঘৰটোৰ সৈতে সংলগ্ন প্ৰায় এবিঘা মাটি লোৱাৰ পাছতো বজাৰৰ ওচৰত প্ৰায় পিতনিৰ দৰে এডোখৰ মাটিও পানীৰ দামতে

কিনি থৈছিল। কালক্রমত নগৰৰ বসতি বৃদ্ধি হোৱাত মাটিৰ আদৰ বাঢ়িল। পিতনিখনতো লাহে লাহে মানুহে ঘৰ সাজিবলৈ ল'লে। পহ্নুৰৰ মাটি ডোখৰত প্ৰথমতে বিহাৰী বনুৱা কেইজনমানে চালিৰ দৰে ঘৰ সাজি বাস কৰিবলৈ লৈছিল। তাৰ বাবে অৱশ্যে মাটিৰ মালিকে তেওঁলোকৰ পৰা ধন-বিত বুলিবলৈ একো লোৱা নাছিল। তাৰে এজনে গৰুৰ গাড়ীৰ চকা তৈয়াৰ কৰা কাৰখানা এটাও খুলিছিল। দুখনমান সাধাৰণ চেলুন আৰু দুখন গেলামালৰ দোকানো কালক্ৰমত আৰম্ভ হ'ল। হাজিৰা কাম কৰা মানুহ কেইঘৰৰ কৰ্মক্ষম মহিলা কেইগৰাকীমান আৰু বাৰ-চৈধ্য বছৰীয়া ছোৱালীয়ে ওচৰ-পাজৰৰ গৃহস্থৰ ঘৰত বন কৰিছিল। সেইবোৰৰ পৰা বিশেষ অসুবিধা হোৱা নাছিল। দুখনমান ঘৰত মদাহী গৃহস্থৰ সন্ধিয়া গণ্ডগোল আৰু দুঘৰমানৰ মুখৰা গৃহিণীয়ে চুবুৰিটো গৰম কৰি ৰাখিলেও তাৰ পৰা অশান্তিৰ সৃষ্টি হোৱা নাছিল। কিন্তু গেলামালৰ দোকানীকেইজনৰ ভিতৰৰে ৰামজী চাহু বোলাজন আছিল অত্যন্ত উচ্চাভিলাসী আৰু চতুৰ। মিঠা মিঠা কথাৰে পহ্নুৰ আলিক ঠগি তেওঁ সাধাৰণ খেৰীঘৰটো সুৰক্ষাৰ অজুহাতত পকা কৰি ল'বলৈ মালিকৰ অনুমতি লাভ কৰি গজগজীয়া হৈ বহিল। পহ্নুৰৰ পৰিয়ালৰ বাকী সদস্যসকলৰ মাটি-বাৰীৰ দায়িত্বৰ প্ৰতি অমনোযোগিতাৰ বাবেই ৰামজীয়ে সুবিধা পাই হাত-ভৰি মেলি বহিল। শাক-পাচলিৰ খেতি কৰিব বুলি ঘৰৰ পিছফালে বহুতো মাটি বেৰি ল'লে। মাজে সময়ে পহ্নুৰৰ ঘৰলৈ লাউটো-বেঙেনাটো পঠিয়াই গৃহস্থক সন্তুষ্ট কৰি ৰাখিলে আৰু বাৰীৰ মাজতে কেইটামান খেৰী ঘৰ সাজি ভাৰাত দিলে। পাছত দোকানখনৰ মাটিখিনিয়েই নহয় পিছফালৰ প্ৰায় এবিঘামান মাটি ৰামজীয়ে অধিকাৰ কৰি বহিল। অৱশ্যে নেমিচাঁদে চিনেমা হল খুলিবৰ বাবে মাটি বিচাৰোতে ৰামজী চাহুৰ দখলত থকা মাটিখিনিকে হস্তান্তৰ কৰাৰ কথা ওলাল।

সেইবোৰ বৰ দীঘলীয়া কাহিনী। এটা সময় আছিল যেতিয়া টাউনৰ মুখফুটা মাটিবোৰৰ মালিক আছিল খাঁটি অসমীয়া হিন্দু আৰু মুছলমান ভদ্ৰলোক। এখন হাতৰ আঙুলিৰ মূৰতে লেখি শেষ কৰিব পৰা মাৰোৱাৰী ব্যৱসায়ীৰ সৰহভাগেই এই থলুৱা মানুহৰ ঘৰ ভাৰা কৰি নাইবা তেওঁলোকৰ মাটিতে ঘৰ সাজি ব্যৱসায় আৰম্ভ কৰিছিল। তেওঁলোকেই শেষত গোঁজেই গজালি হোৱা দি টাউনৰ ব্যৱসায়িক অঞ্চলৰ একচ্ছত্ৰী মালিক হৈ পৰিল। পুৰণি বাসিন্দাসকলৰ ভিতৰৰ মাত্ৰ কেইঘৰমানহে এই আক্ৰমণত তিষ্ঠি থাকিব পাৰিলে। সৰহ সংখ্যকেই নতুন ব্যৱসায়ী সম্প্ৰদায়ৰ ওচৰত মাটি-বাৰী বিক্ৰী কৰি নগৰৰ উপকণ্ঠত নতুনকৈ আৰম্ভ হোৱা বসতিস্থললৈ উঠি গ'ল। যিসকল জীৱনত কৃতকাৰ্য হৈ আন ঠাইত প্ৰতিষ্ঠিত হোৱাৰ সুযোগ পালে তেওঁলোকে গুৱাহাটী, শ্বিলং আদি ঠাইত ঘৰ-দুৱাৰ সাজি সেইবোৰ ঠাইৰে বাসিন্দা হ'ল। যি বোৰৰ তেনে সুযোগ নাছিল তেওঁলোকে পূৰ্বপুৰুষৰ ভেটিতে চেপা খাই জুপুকা মাৰি পৰি থাকিল।

তেওঁলোকৰ সাধাৰণ ঘৰবোৰৰ সন্মুখত ব্যৱসায়ীসকলৰ প্ৰকাণ্ড দালান উঠিল আৰু নিজৰ ঠাইতে এই মানুহবোৰৰ পৰিচয় লুপ্ত হ'ল। অতীতত যি ডোখৰ মাটিৰ মালিক আছিল আজি তেওঁৰে উত্তৰপুৰুষ সেই মাটিতে গঢ়ি উঠা দোকানৰ দৰমহা খোৱা কৰ্মচাৰী হ'ল। মাটি বেচি পোলাও-কোৰ্মা খোৱা লোক এতিয়া ব্যৱসায়ীৰ উচ্ছিষ্ট সন্ধানী ভিখাৰীত পৰিণত হ'ল। হেমিদুৰ, ইম্‌দাদহঁতৰ গলিটোৰ পৰিৱৰ্তনৰ কাহিনীৰ ভিতৰতে সোমাই আছে পৰিয়ালবোৰৰে মাথোন নহয়, অসমৰ নগৰ জীৱনৰ আৰু মধ্যবিত্ত অসমীয়া সমাজৰ বিৱৰ্তনৰ ইতিহাস। এয়া অসমৰ অৰ্থনৈতিক ক্ষেত্ৰৰ পৰা অসমীয়াৰ ক্ৰমশঃ আধিপত্যহীনতাৰো কৰুণ ইতিহাস।

ইমদাদহঁতৰ ঘৰখনৰ কথা ভাৱিলেই হেমিদুৰৰ মনলৈ এইবোৰ চিন্তা আহে। সিহঁতৰ পৰিয়ালৰ মানুহবোৰৰ ধমনীত প্ৰবাহিত উত্তৰ ভাৰতীয় মুছলিমৰ লাহ-বিলাহৰ প্ৰতি দুৰ্বলতা আৰু আইতাকৰ পৰিয়ালৰ পৰা পোৱা বৈৰাগ্যৰ ধাৰা আৰু অসমৰ পৰিৱেশে দিয়া সহজ-সৰল জীৱনৰ প্ৰতি আসক্তি, এই আটাইবোৰৰ সন্মিলিত প্ৰভাৱে সিহঁতক পৰিবৰ্তিত সময়ৰ সৈতে খাপ খোৱাৰ কৌশল আয়ত্তৰ পৰা নিলগত ৰাখিছিল। আৰু বহু যুগৰ পৰা চলি অহা যৌথ পৰিয়ালৰ জীৱন প্ৰণালীয়ে সিহঁতক স্বাধীনভাৱে চিন্তা কৰাৰ সুযোগ দিয়া নাছিল। 'মই নকৰিলে সি কৰিব'— এই মনোবৃত্তিয়ে সিহঁতক বহুলাংশে কৰ্মবিমুখ কৰি পেলাইছিল। উচ্চভিলাষৰ অনুপস্থিতিয়ে পৰিয়ালৰ মানুহবোৰক সংসাৰ বিৰাগী নকৰিলেও পৰিবৰ্তিত যুগত সসন্মানে তিষ্ঠি থকাৰ অৰ্হতা অৰ্জাৰ পৰাও আঁতৰত ৰাখিলে। পৰিয়ালৰ দুই-এটা ঠেঙুলিৰ দুই-চাৰিজন ল'ৰা-ছোৱালীয়েহে পঢ়া-শুনাত নাম কৰি কম-বেছি প্ৰতিষ্ঠিত হ'বলৈ সক্ষম হ'ল। এনে হোৱা সত্বেও পৰিয়ালটো বহুদিনলৈকে দুৰ্যোগৰ পৰা ৰক্ষা পৰি আছিল। কিন্তু লাহে লাহে কথাবোৰ বেয়াকৈ ঢাল খালে আৰু ইম্‌দাদৰ দেউতাকহঁতৰ দিনত পৰিস্থিতি শোচনীয় হৈ পৰিল। চিনেমা হল লৈ চলা দীৰ্ঘদিনীয়া মোকৰ্দমা, ৰামজী চাহুৱে দখল কৰা মাটি মোকলাবৰ বাবে কৰা চেষ্টা আদিয়ে পৰিয়ালটোক প্ৰায় বিধ্বস্ত কৰি পেলালে। নিৰ্দিষ্ট আৰু প্ৰয়োজনীয় উপাৰ্জনৰ ব্যৱস্থা নথকাত পৰিয়ালটো অসুবিধাত পৰিল। তদুপৰি যৌৱনৰ উত্তাল সময়খিনিত সংযত হৈ থকা ইম্‌দাদৰ দেউতাকে সংসাৰত প্ৰৱেশ কৰাৰ বহুতো পাছত মদৰ প্ৰতি আসক্ত হোৱাত সমস্যা বাঢ়ি গ'ল। তাৰ মাজতে ইম্‌দাদে চাকনৈয়াত পৰি টুলুং ভুটুং কৰা পৰিয়ালৰ নাওখন অতি কষ্টেৰে ডুব যোৱাৰ পৰা ৰক্ষা কৰাৰ বাবে হেমিদুৰে তাৰ বন্ধুক শ্ৰদ্ধা কৰে।

ইম্‌দাদহঁতৰ পৰিয়ালটো যেনেতেনে ৰক্ষা পৰিল। কিন্তু হেমিদুৰহঁতৰ গলিটোত বাস কৰা বহুতো পৰিয়াল অভাৱৰ গৰাহত পৰি হেৰাই গ'ল। যোৱা বছৰৰ আগৰ বছৰত নগাৱঁত ধৰা পৰা গাড়ী চোৰৰ দলটোত থকা দুটা ল'ৰাৰ আদি ঘৰ হেমিদুৰহঁতৰ

ঘৰৰ কাষতে। তাৰে যতীন বৰা বোলা ল'ৰাটোৰ দেউতাক আছিল এসময়ৰ প্ৰতাপী ঠিকাদাৰ মিঠাৰাম বৰা। বিলত চহী কৰিবলৈও নজনা মিঠাৰামে লাখ লাখ টকাৰ ঠিকা কৰিছিল। উশৃংখল জীৱন যাপনে মানুহটোক জীৱনকালতে অৰ্ধমৃত কৰিলে। সিটো ল'ৰা চৰিফুলৰ ককাক আছিল ঔফুলিয়া চাহ বাগিচাৰ হেড ফিটাৰ। তেখেত নগৰখনৰ তৃতীয় নে চতুৰ্থজন হজযাত্ৰী আছিল। নগৰখনৰ সকলো সম্প্ৰদায়ৰে সন্মানিত মানুহজনৰে নাতিয়েক গাড়ী চুৰিৰ দৰে অপৰাধত লিপ্ত হোৱাৰ কাৰণ বিশ্লেষণৰ চেষ্টা কৰিলেই এই সমাজখনৰ বিৱৰ্তনৰ কাৰণ ওলাব। চহৰখন যেন হঠাতে বৰ ডাঙৰ হৈ গ'ল— এনে লগা মানুহখিনিয়ে পৰিৱৰ্তনৰ ক্ষেত্ৰত একো বৰঙণিয়েই আগ বঢ়াব নোৱাৰা বাবে যেন বিভ্ৰান্ত হৈ পৰিল। এক সহজ সৰল জীৱন যাত্ৰাৰ সৈতে অভ্যস্ত মানুহখিনিয়ে অলপতে সন্তুষ্ট হ'বলৈ সাজু নথকা এচাম নতুন মানুহৰ সন্মুখত প্ৰথমতে সংকুচিত আৰু তাৰ পাছত অস্থিৰ হ'বলৈ ধৰিলে। তাৰ আটাইতকৈ বেছি আৰু ক্ষয়কাৰী প্ৰভাৱ পৰিল যুৱ চামৰ ওপৰত। জীৱনত প্ৰতিষ্ঠা লাভৰ বাবে কৰিবলগীয়া পৰিশ্ৰমৰ পথ নলৈ সহজে ধন ঘটাৰ পথ আৰু সস্তীয়া বিনোদনৰ মাজত থাকিবলৈ শিকা যুৱ প্ৰজন্ম উশৃংখল হ'বলৈ ধৰিলে। ল'ৰাবোৰে মাদক দ্ৰব্য ব্যৱহাৰ কৰিবলৈ শিকিলে। ছোৱালীবোৰেও অঞ্চলটোত আগতে অপৰিচিত পথবোৰত ভৰি দিবলৈ আগ বাঢ়ি গ'ল।

ইমদাদৰ লগত এইবোৰ কথাকে হেমিদুৰে প্ৰায়ে আলোচনা কৰে। পৰিৱৰ্তন সংসাৰৰ স্বাভাৱিক ধৰ্ম আৰু এই পৰিৱৰ্তন ৰাজহুৱা জাননী কৰি, ঢাকঢোল বজাই নাহে। ই আহে লাহে-ধীৰে, সন্তৰ্পণে কিন্তু নিশ্চিতভাৱে। কিন্তু এখন ঠাইৰ সামাজিক আৰু অৰ্থনৈতিক পৰিৱৰ্তন ঋতুৰ দৰে নিজে নিজেই নাহে। এই পৰিৱৰ্তন আনে মানুহে। কিছুমান মানুহে শিক্ষাৰ বজাৰ লৈ, কিছুমানে বিজ্ঞান-প্ৰযুক্তিৰ সহায় লৈ পৰিৱৰ্তন অনাত সহায় কৰে। কিছুমানে আকৌ সময়ৰ পৰিৱৰ্তনে অনা সুযোগ ব্যৱহাৰ কৰি ব্যৱসায় বাণিজ্যৰ যোগেদি নিজকে সমৃদ্ধ কৰাৰ লগতে নিজৰ ঠাইৰ প্ৰগতিত সহায় কৰে। হেমিদুৰহঁত বাস কৰা ঠাইখিনিৰ মানুহবোৰ নিজৰ নিজৰ অতীতৰ গৌৰৱৰ দলিচাত বহি বৰ্তমানৰ পৰিস্থিতি অনুধাৱন কৰিব নোৱাৰাৰ বাবেই একে ঠাইতে ৰৈ গ'ল। আৰু চৌদিশৰ প্ৰগতিৰ দৃশ্যপটত ৰৈ থকাৰ অৰ্থ ৰৈ থকাই নহয়, পিছ পৰি যোৱাও। নিজে পিছ পৰি যোৱাৰ বাবে আনক দোষ দিয়াৰ সলনি পৰিৱৰ্তনৰ সোঁতৰ লগত খাপ খুৱাব নোৱাৰাৰ কথাও চিন্তা কৰিব লাগিব। কিন্তু এই মানুহবোৰক কথাবোৰ বুজাব কোনে?



# সপ্তম খণ্ড

প্ৰথম তিনিদিন নে চাৰিদিন তাৰ বেয়া লগা নাছিল। আচলতে ঘৰৰ পৰা পোন প্ৰথম বাৰৰ বাবে এনেকৈ দীঘলীয়াকৈ ওলাই যোৱাৰ নতুন অভিজ্ঞতাই হেমিদুৰৰ অন্তৰ আপ্লুত কৰি ৰাখিছিল। তাৰ মাক-দেউতাক বৰ কঠোৰ শাসনত বিশ্বাসী নাছিল যদিও সিহঁতৰ ঘৰখনত পৰম্পৰাগতভাৱে চলি অহা অনুশাসনৰ প্ৰতি শ্ৰদ্ধাই হেমিদুৰহঁতক বহুখিনি সংযত কৰি তুলিছিল। পুৱা ফজৰৰ নামাজৰ আগতেই বিছনা এৰা, সন্ধিয়া মগৰীবৰ আজানৰ আগতেই ঘৰ সোমোৱা, নিশা দহ বজাৰ ভিতৰতে বিছনালৈ যোৱা, পুৱা আৰু গধূলি নিয়মমতে পঢ়া-শুনা কৰা— এইবোৰ দৈনন্দিন ৰুটিনৰ মাজৰ অংগ হৈ যোৱাৰ বাবে সিহঁতৰ পৰিয়ালৰ গোটেইখিনি ল'ৰা-ছোৱালীৰ বাবে নিয়মানুবৰ্তিতা কোনো কাৰণতে শৃংখল নাছিল। নিয়ম মানি চলা সিহঁত আটাইৰে বাবে অভ্যাসত পৰিণত হৈছিল। হেমিদুৰ, তাৰ বায়েক হাছিনা, মাজু ভায়েক বুলবুল, সৰু ভায়েক জুবেদুৰ আৰু একেবাৰে সৰু ভনীয়েক জেছমিন— সিহঁত আটায়ে মোটামুটি শৃংখলাবদ্ধ জীৱন-প্ৰণালীৰ মাজেদিয়েই ডাঙৰ হৈছিল। আটাইতকৈ ডাঙৰ কথাটো এয়ে যে সিহঁতৰ পৰিয়ালৰ সকলো সদস্যৰ মাজত মিলাপ্ৰীতিৰ ভাব অতি প্ৰখৰ আছিল। যিমানেই প্ৰৰোচনা নহওক কিয়, যিমান ডাঙৰ ভুল বুজাবুজি নহওক কিয়, সিহঁত কেতিয়াও ইজনে সিজনৰ পৰা আঁতৰ নহৈছিল। কাৰোবাৰ কিবা কথাত কোনোবাই বেয়া পালে সেই বিষয়ে মুকলিকৈ কথা পাতি ভুল বুজাবুজি দূৰ কৰিবলৈ সিহঁতে সৰুৰে পৰাই শিক্ষা পাইছিল। এনে হোৱাৰ বহুতো কাৰণৰ ভিতৰৰে আটাইতকৈ গুৰুত্বপূৰ্ণ কাৰণটো আছিল হেমিদুৰৰ মাক-দেউতাকৰ শান্ত, ধৈৰ্যশীল আৰু সহানুভূতিপূৰ্ণ স্বভাৱ। হেমিদুৰৰ দেউতাক মুজিবুৰ ৰহমান আছিল অতি শান্ত স্বভাৱৰ মানুহ। নগৰৰ পৰা পাঁচ কিলোমিটাৰ মান নিলগৰ কোঁৱৰপুৰ হাইস্কুলৰ শিক্ষক তাৰ দেউতাক মুজিবুৰ ৰহমান আৰু এম-ই পৰীক্ষা পাছ কৰিয়েই শিক্ষা সমাপ্ত কৰা মাক চেলিনা বেগমৰ পৰা পোৱা শিক্ষাই হেমিদুৰহঁতৰ ভাই-ককাই আৰু বাই-ভনীহঁতৰ জীৱন গঢ়াত প্ৰভাৱ পেলাইছিল বুলি হেমিদুৰে বিশ্বাস কৰে।

সৰুৰে পৰাই হেমিদুৰৰ পৰা দূৰত্ব বজাই ৰখা তাৰ দেউতাকে যে তাক আচলতে বৰ মৰম কৰে তাৰ উমান সি মেট্ৰিক পাছ কৰাৰ আগলৈকে পোৱা নাছিল। স্কুলত আন ছাত্ৰ-ছাত্ৰীক পঢ়াইছিল যদিও নিজৰ ল'ৰা-ছোৱালী আৰু ভাগিন-ভতিজাহঁতৰ পঢ়া-শুনা সম্পৰ্কত মুজিবুৰ মাষ্টৰ আছিল উদাসীন। তেখেতে সম্ভৱ ভাবিছিল যে তেওঁ

যিটো পৰিৱেশ পৰিয়ালৰ ল'ৰা-ছোৱালীবোৰ ডাঙৰ হ'বৰ বাবে সৃষ্টি কৰি থৈছিল সেই পৰিৱেশেই সিহঁতক সঠিক পথত চলিবলৈ প্ৰেৰণা যোগাব। নিজৰ নিজৰ কৰ্তব্য আৰু দায়িত্বৰ প্ৰতি যদি সিহঁতে সচেতন হ'বলৈ শিকে তেন্তে সিহঁতে পঢ়া-শুনাত ভাল নকৰাৰ প্ৰশ্নই নাথাকে। তথাপিও কাচিৎ-কাহানিবা মুজিবুৰ মাষ্টৰে পৰিয়ালৰ ল'ৰা-ছোৱালীৰ লগতে সিহঁতৰ বন্ধু-বান্ধৱীহঁতৰো কাষ চাপি সিহঁতৰ পঢ়া-শুনাৰ খা-খবৰ লয়। বিশেষকৈ স্কুলৰ পৰীক্ষা হৈ যোৱাৰ পাছত সিহঁতৰ পৰীক্ষাৰ বহীবোৰ তেওঁ বৰ মনোযোগেৰে চকু ফুৰায় আৰু য'ত য'ত সিহঁতৰ দুৰ্বলতা তেওঁৰ চকুত পৰে সেইবোৰৰ বিষয়ত প্ৰয়োজনীয় পৰামৰ্শ দিয়ে। বিশেষকৈ নিজৰ বিদ্যালয়ত ইংৰাজী পঢ়ুওৱাৰ দায়িত্বত থকাৰ বাবে মুজিবুৰ মাষ্টৰে ল'ৰা-ছোৱালীবোৰক ইংৰাজী ভাষা শিক্ষাৰ ক্ষেত্ৰত বহুতো দৰকাৰী কিটিপ শিকোৱাৰ বাবে সিহঁতৰ পৰিয়ালৰ সকলোবোৰ ল'ৰা-ছোৱালীয়েই স্কুলত ইংৰাজীত ভাল নম্বৰ পাবলৈ সক্ষম হৈছিল। হেমিদুৰৰ দেউতাকে সিহঁত আটাইবোৰকে কেৱল ইংৰাজী বুলিয়েই নহয়, যিকোনো ভাষাৰে ব্যাকৰণ খৰচি মাৰি শিকি ল'বলৈ পৰামৰ্শ দিছিল। এই পৰামৰ্শই সিহঁতৰ জীৱন সমৃদ্ধ কৰিছিল। হেমিদুৰৰ দদায়েকৰ পুতেক তমজিদে মেট্ৰিকত ইংৰাজীত অসমৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ পাইছিল। এম-এ পঢ়ি থাকোতেই অসম অসামৰিক সেৱাত নিযুক্তি পাই চাকৰিত সোমোৱা তমজিদ পাছত ভাৰতীয় প্ৰশাসনীয় সেৱালৈ মনোনীত হৈ যোৱা বছৰ অসম চৰকাৰৰ সচিব পৰ্যায়ৰ পদৰ পৰা অৱসৰ লৈছে। হেমিদুৰৰ নিজৰ ভনীয়েক মেৰিণাই অসমীয়াত এম-এ পাছ কৰি স্থানীয় মহিলা মহাবিদ্যালয়খনতে প্ৰবক্তা হিচাবে কাম কৰি আছে। তাইৰ গিৰিয়েক টীয়কৰ মনচুৰ আলি সেইখন মহাবিদ্যালয়ৰে ৰাজনীতি বিজ্ঞান বিভাগৰ মুৰব্বী অধ্যাপক। দেউতাকৰ পৰোক্ষ তত্ত্বাৱধানত সৰুতেই শিকা ইংৰাজী ভাষাৰ জ্ঞানেই হেমিদুৰক পাছৰ জীৱনত যিখিনি উপকাৰ সাধিছিল তাৰ উপলব্ধি জীৱনৰ বিয়লি কালতহে হেমিদুৰৰ হ'ল।

মেট্ৰিক পৰীক্ষা দিয়াৰ লৈকে হেমিদুৰে অসমৰ বাহিৰত উচ্চ শিক্ষা লোৱাৰ কথাহে ভাবি আছিল। সি কলিকতাত পঢ়িব বুলি ভাবিছিল। বাংলা সাহিত্য-সংস্কৃতিৰ সৈতে পৰিচয় সূত্ৰে বাঙালী সমাজত থাকি সি বেছি সহজ হ'ব পাৰিব বুলি ভাবিছিল। অসমীয়া সাহিত্য-সংস্কৃতিৰ পুৰণি বিশিষ্ট ব্যক্তিসকলে কলিকতাৰ শিক্ষা-সংস্কৃতিৰ সংস্পৰ্শলৈ আহি সমৃদ্ধ হোৱাৰ কথা পঢ়ি সেই পৰিৱেশৰ সুবাস লোৱাৰ কথা ভাবিছিল। কিন্তু তাৰ দেউতাকে কলিকতাৰ শিক্ষা জগতত বিৰাজমান পক্ষপাতপুষ্ট পৰিৱেশৰ কথা ভাবি তাক কলিকতাৰ সলনি আলিগড়ত পঢ়িবলৈহে পৰামৰ্শ দিলে। সিহঁতৰ টাউনৰে মতলিব ডাক্তৰৰ পুতেক আহ্ছান ককাইটি আলিগড় মুছলিম বিশ্ববিদ্যালয়তে স্নাতক শ্ৰেণীৰে পৰা শিক্ষা গ্ৰহণ কৰি সেই সময়ত এম-এৰ ফাইনেল ইয়েৰৰ ছাত্ৰ আছিল। হেমিদুৰে

তেওঁৰে সৈতে যোগাযোগ কৰি আলিগড়ৰ প্ৰছপেক্টাছ, ফৰ্ম আদি আনিলে। প্ৰছপেক্টাছত উল্লেখ কৰা চৰ্ত অনুসৰি এছ-ডি-এম-অ'ৰ অফিচৰ পৰা প্ৰয়োজনীয় প্ৰতিষেধক বেজী আৰু টিকা লৈ আলিগড়লৈ যাবলৈ সাজু হৈও শেষ মুহূৰ্তত অসমতে পঢ়াৰ সিদ্ধান্ত ল'ব লগা হ'ল। বিছনা-পত্ৰ, হ'ল্ড্-অল, তাৰ সম্পূৰ্ণ নাম-ঠিকনা লিখা ট্ৰাংক আদি যোগাৰ হ'ল। সি পৰিয়ালৰ মানুহবোৰৰ ঘৰত এসাঁজ পোলাও-মাংসৰ ভাত খাই বিদায় ল'লে। ফুল পেহীয়ে আমৰ আচাৰ বটলত ভৰাই দিলে। জানমাই মাহীটিয়ে পুৰণি ঠেকেৰা, ক'লা নিমখত চিজ্‌ন কৰা আমলখি আদি দি গ'লহি। মামাহঁতে সৰহ সৰুহকৈ পইচা দিলেহি। এদিন ঘৰত চুৰ্চৰিয়ালৈ এখন 'মিলাদো' পতা হ'ল। আলিগড়লৈ যোৱাৰ সকলো আয়োজন সম্পূৰ্ণ হোৱাৰ পাছতো ফুলমাই জেঠাই এদিন হেমিদুৰহঁতৰ ঘৰলৈ আহিয়ে গোটেইখন ওলট-পালট কৰি দিলে। তেওঁ আহি হেমিদুৰৰ মাকক বিছ-বছৰমানৰ আগতেই তেওঁৰ বৰজনাকৰ ডাঙৰটো ল'ৰা আলিগড়ত এম-এ পঢ়িবলৈ গৈ টাইফয়ডত অকালতে মৃত্যু হোৱাৰ কৰুণ কাহিনীৰ বিস্তৃত বৰ্ণনা দি মাকৰ মন বিচলিত কৰি তুলিলে। তাৰ পাছত মাকৰ প্ৰবল আপত্তিত হেমিদুৰৰ আলিগড় যাত্ৰা স্থগিত হ'ল।

হেমিদুৰহঁতৰ লগৰ প্ৰায় পোন্ধৰ-বিছটামান টাউনৰ ল'ৰাই সেইবাৰ কটন কলেজত পঢ়িবলৈ ওলাইছিল। সিহঁতৰ স্কুলৰ পৰাই নটা নে দহটা ল'ৰা বিজ্ঞান আৰু কলা-শাখাত নামভৰ্তি কৰিবলৈ গৈছিল। তাৰ ভিতৰৰে যতীন, হেমন্ত আৰু চমচুলে চীট নাপাই ঘূৰি আহিল। যজ্ঞেশ্বৰে ছমাহমান পঢ়াৰ পাছত বাপেক ঢুকুৱাত ঘৰলৈ ঘূৰি আহি স্থানীয় কলেজতে ভৰ্তি হ'ল। সোণাৰী, নাজিৰা, নামতি, মৰাণ আদি ঠাইৰ হিচাপ ল'লে হেমিদুৰৰ লগত কটনত পঢ়া ল'ৰাৰ সংখ্যা ত্ৰিছৰ ওপৰ হ'বগৈ। পূজাৰ বন্ধ, গৰমৰ বন্ধ আদিত এই আটাইবোৰ কটনৰ ছাত্ৰ-ছাত্ৰী আৰু আন জ্যেষ্ঠ ছাত্ৰ-ছাত্ৰীসকল নামনিমুৱা ৰেলৰ বাবে শিমলুগুৰি ৰেল ষ্টেচনত ৰৈ থকা আৰু গুৱাহাটীৰ পৰা উভতি আহি শিমলুগুৰিত নামি শিৱসাগৰলৈ যোৱা বাছৰ বাবে বাটলৈ আহি অপেক্ষা কৰাৰ দৃশ্য হেমিদুৰৰ এতিয়াও চকুৰ আগতে ভাহি আছে। শিমলুগুৰিৰ পৰা গুৱাহাটী আৰু গুৱাহাটীৰ পৰা শিমলুগুৰিৰ এই চমু ভ্ৰমণৰ মাজতে হোৱা চাৰিটা বছৰৰ অম্ল-মধুৰ বহুতো কাহিনীয়ে এতিয়াও হেমিদুৰৰ কণ্ঠ ৰোধ কৰিব খোজে। সিহঁতৰ মাজৰে কেৱল খাবৰ বাবেই জীয়াই থকা যেন লগা কেইজনৰ ৰেলৰে ডাইনিং কাৰৰ খাদ্য ভাণ্ডাৰ আক্ৰমণৰ কাহিনী মনত পৰিলে হেমিদুৰৰ আজিও অকলে অকলে হাঁহি উঠে। পুৰুষ বন্ধুহঁতৰ মাজত 'হী-মেন' হৈ দেখুওৱা, ছোৱালীৰ প্ৰতি নৰম ব্যৱহাৰক পুৰুষালিৰ বিপৰীত বুলি ভবা, কলেজ সপ্তাহত শৰীৰ প্ৰদৰ্শন কৰি প্ৰশংসা বোটলা প্ৰবীণ গগৈয়ে সেই সময়ত কলেজত 'মক্ষি-ৰাণী' বুলি জনাজাত ডিব্ৰুগড়ৰ জোনালী চৌধুৰীৰ প্ৰতি প্ৰদৰ্শন কৰা দৃষ্টিকটু দুৰ্বলতাৰ কথাও পাহৰিব নোৱাৰি। নিজৰ ঠাইৰ লগতে অসমৰ

বিভিন্ন ঠাইৰ পৰা বন্ধুতো সহপাঠী, ছাত্ৰাবাসৰ সহ-বাসিন্দা আৰু অন্য ছাত্ৰৰ সৈতে হোৱা চাৰি বছৰৰ সান্নিধ্য হেমিদুৰৰ জীৱনৰ অমূল্য সম্পদ। কটন কলেজত শিক্ষা গ্ৰহণৰ সময়খিনি আৰু গুৱাহাটীৰ সেই সময়ৰ দিনবোৰৰ স্মৃতিয়ে তাক আজিও আমনি কৰে।

কলেজখন, কলেজৰ ছাত্ৰাবাস আৰু সমগ্ৰ গুৱাহাটীখনকে সি পাছলৈ বৰ ভাল পাবলৈ ধৰিছিল যদিও প্ৰথম কেইদিনমান হেমিদুৰৰ ঠাইখনত একেবাৰে মন বহা নাছিল। তাৰ লগতে একেলগে মেট্ৰিক পাছ কৰা গোপাল আগৰৱালা বেনাৰসত পঢ়িবলৈ ওলোৱা বাবে তাৰ লগতে হেমিদুৰক আলিগড়লৈও পঠিয়াবলৈ সংকোচ নকৰা মাকে সময়ত তাক অকলে গুৱাহাটীলৈকে পঠিয়াবলৈ কুণ্ঠাবোধ কৰিলে। সেই বাবে সি গুৱাহাটীলৈ আহিবৰ সময়ত তাৰ দেউতাকো আহিল। মালিগাঁৱৰ ৰেলৱে কোৱাৰ্টাৰত থকা তাৰ মহাকৰ ঘৰত তিনিদিন মান থকাৰ পাছত তাক কলেজৰ হোষ্টেলত থকাৰ বন্দোবস্ত কৰিহে হেমিদুৰৰ দেউতাক ঘৰলৈ উভতিছিল। সেই কেইদিনৰ ভিতৰতে উজান বজাৰত ভাৰা ঘৰত থকা সিহঁতৰ চুবুৰীয়া বদৰুল পেচকাৰৰ জীয়েক মনোৱাৰাহঁতৰ ঘৰ, নাজিৰাত থকা পেহীয়েক জৰ্জিনাৰ মাজু পুতেক ৰফিকৰ ঘৰ, দেউতাকৰ বন্ধু ৰবীন গগৈৰ শান্তিপুৰত থকা ঘৰ আদিলৈ দেউতাকে তাক লৈ গৈছিল। আনকি কটন কলেজতে ফিজিক্সৰ লেক্‌চাৰাৰৰ চাকৰি কৰা ৰৌফ উকীলৰ মাজু ল'ৰা আমানুদ্দিনৰ লগতো দেউতাকে তাক চিনাকি কৰি দিছিল। দেউতাক থকা কেইদিন তাৰ ভাল লাগি আছিল। কিন্তু দেউতাকক ৰেলত তুলি হোষ্টেললৈ ঘূৰি অহাৰ পাছৰে পৰা হেমিদুৰৰ মনটো অজান বেদনাত ভাৰাক্ৰান্ত হৈ পৰিছিল। আবেলি লগৰ কেইটামান বন্ধুৰ সৈতে নৈৰ পাৰত ফুৰিবলৈ গৈ উভতি আহি জিলিকাৰ দোকানত চাহ খোৱালৈকে সিমান বেয়া লগা নাছিল। কিন্তু নিশা হোষ্টেলৰ ডাইনিং হলত ভাত-পানী খাই কোঠাৰ বিছনাত পৰাৰ পৰা ক'ৰ পৰানো এসোপা বেজাৰে তাৰ ডিঙিটো সোপা মাৰি ধৰিলে হেমিদুৰে নাজানিলে। কোঠাৰ বাকী দুজন জ্যেষ্ঠ আৱাসিক আৰু গোৱালপাৰাৰ তাৰ সহপাঠী নজৰুলে গম নোপোৱাকৈ সি তলমূৰকৈ গাৰুত মুখখন গুজি উচুপি উচুপি কান্দি থাকিল। টোপনি অহাৰ আগলৈকে ঘৰখনৰ মানুহবোৰৰ আৰু তাৰ মাকৰ সাদৰী মুখখন, ওচৰ-চুবুৰীয়া মানুহবোৰৰ মুখবোৰ, তাৰ চিনাকি চহৰখনৰ পৰিচিত ঠাইবোৰ, তাৰ জীৱন স্পৰ্শ কৰা ঘটনাবোৰ হেমিদুৰৰ মনৰ চকুত ভাঁহি থাকিল।

লাহে লাহে অৱশ্যে কথাবোৰ সহজ হ'বলৈ ধৰিলে। ক্লাছ আৰম্ভ হোৱাৰ লগে লগে সিহঁতৰ ব্যস্ততা বাঢ়িল। দীঘলী পুখুৰীৰ পাৰৰ বটানী আৰু জুলজীৰ শ্ৰেণী কোঠাৰ পৰা পানবজাৰৰ ইষ্টাৰ্ণ ব্লকত চলা ইংৰাজী আৰু অসমীয়াৰ ক্লাচ কৰিবলৈ কৰা লৰা-ধপৰা, আবেলিৰ প্ৰেক্টিকেল ক্লাছ, সন্ধিয়া প্ৰেক্টিকেল ন'টবুকত ড্ৰয়িং, ইছলাম ছাৰৰ

অংকৰ কাম, ফিজিক্সৰ থিয়ৰী মুখস্থ কৰাৰ কাম আদি-ৰ মাজৰ ব্যস্ততাই লাহে লাহে ঘৰৰ স্মৃতিৰ বেদনা পাহৰাই দিবলৈ আৰম্ভ কৰিলে। তদুপৰি নিজৰ ঠাইৰ সীমিত পৰিসৰৰ পৰিৱেশৰ পৰা সমগ্ৰ ৰাজ্যখনৰ বিভিন্ন ঠাইৰ পৰা অহা সহপাঠীসকলৰ সান্নিধ্যাই হেমিদুৰৰ মানসিক পৰিমণ্ডললৈ বিস্তৃতি আনিলে। বহুতো নতুন কথা শিকিবলৈ সুযোগ ওলাল। বিশেষকৈ আত্মনিৰ্ভৰতাৰ শিক্ষাই আছিল হেমিদুৰৰ বাবে আটাইতকৈ ডাঙৰ লাভ। জ্যেষ্ঠ আৱাসিকসকলৰ প্ৰীতিসিক্ত পৰামৰ্শ আৰু শিক্ষাই তাক সমৃদ্ধ কৰিলে। কলেজত পুথিগত শিক্ষা লাভৰ উপৰিও জ্যেষ্ঠজন আৰু তাতোকৈ অধিক জ্ঞান-বুদ্ধি সম্পন্ন সহপাঠীসকলৰ পৰা আহৰণ কৰা জ্ঞান আৰু শিক্ষাই হেমিদুৰক পৰৱৰ্তী জীৱনত সুকলমে চলিবলৈ যোগ্য কৰি তুলিলে। বিশেষকৈ পুথিগত বিদ্যাৰ উপৰিও সাহিত্য, কলা, সংস্কৃতিৰ বৃহৎ পৃথিৱীখনৰ সৈতে পৰিচিত হোৱাৰ সুযোগ হেমিদুৰে কলেজতে পালে। সেই বাবে কটন কলেজত কটোৱা চাৰিটা বছৰক হেমিদুৰে তাৰ এই সত্তৰ বছৰীয়া জীৱন কালৰ আটাইতকৈ ফলৱতী সময় বুলি গণ্য কৰে।

আজি জীৱনৰ এই বিয়লি পৰত তাৰ ঘৰৰ বাৰাণ্ডাত অৱসৰ মুহূৰ্তত বহি এৰি অহা জীৱনৰ বিভিন্ন স্তৰৰ কথাবোৰ মনলৈ আনিলে হেমিদুৰৰ বিশ্বাস হয় যে জীৱনত চলাৰ পথত স্তৰে স্তৰে সি বহুতো অভিজ্ঞতা সঞ্চয় কৰিছে আৰু সেইবোৰে তাৰ জ্ঞানৰ মাত্ৰাও বৃদ্ধি কৰিছে। কিন্তু যৌৱনৰ সেই সোণোৱালী সময়খিনিত, অৰ্থাৎ কটনত পঢ়া চাৰি বছৰ কালতে ব্যৱহাৰিক দিশত নহ'লেও অন্যান্য কিছুমান দিশত সি নিজে নজনাকৈয়ে বহুতো জ্ঞান আহৰণ কৰাৰ সুযোগ পাইছিল। সেই জ্ঞানৰ যোগেদিয়েই সি তাৰ নিজৰ জীৱনৰ, পৰিয়ালৰ, তাৰ প্ৰতিৱেশী আৰু পৰিচিত মানুহবোৰৰ, সি জন্ম গ্ৰহণ কৰি ডাঙৰ-দীঘল হোৱা চহৰখনৰ বিষয়ে চিন্তা কৰিবলৈ শিকিলে।

হেমিদুৰে সিহঁতৰ নিজৰ পৰিয়ালটোৰ অতীত ইতিহাসৰ মাজেদিয়েই সিহঁতৰ চহৰখনৰ আৰু সমগ্ৰ উজনি অসমৰে মুছলিম সমাজৰ ইতিহাসৰ কথা চিন্তা কৰিব খোজে। তাৰ দেউতাক মুজিবুৰ ৰহমানে সেই তাহানিতে কলিকতাৰ ৰিপন কলেজৰ পৰা বি-এ পাছ কৰা কথাটো সি এতিয়াও পৰম বিস্ময়েৰে ৰোমন্থন কৰে। মুজিবুৰ ৰহমানৰ দেউতাক কৰিম আলী আছিল শিক্ষা গ্ৰহণ কৰিবলৈ সুযোগ নোপোৱা এজন সাধাৰণ ব্যৱসায়ী। সেই সময়ৰ চহৰখনৰ আন মুছলিম পৰিয়ালৰ দৰে কৰিম আলিয়েও চহৰৰ উপকণ্ঠৰ এখন বৰ্ধিষ্ণু মুছলিম গাঁৱৰ পৰা ভাগ্যৰ সন্ধানত অহাৰ কথা তাৰ মাকেই সৰুতে হেমিদুৰক জনাইছিল। চহৰৰ চক বজাৰত সৰুকৈ এখন গেলামালৰ দোকান আৰম্ভ কৰা কৰিম আলীয়ে নিজৰ দোকানখন চলোৱাৰ উপৰিও বুধবাৰে শিমলুগুৰিৰ সাপ্তাহিক বজাৰতো দোকান দিছিল। কৰিম আলীৰ নিদাৰুণ পৰিশ্ৰমৰ সেই দিনবোৰ হেমিদুৰে প্ৰত্যক্ষ কৰাৰ কথা তাৰ মনত নাই। সি তাৰ ককাকৰ মাত্ৰ

কেইবছৰমান দেখাৰ স্মৃতিহে হেমিদুৰৰ মনত আছে। সেই সময়ত পক্ষাঘাতে তাৰ ককাকৰ শৰীৰৰ এটা ফাল অক্ষম কৰি তুলিছে। তেখেতে কোৱা কথাবোৰ অতি মনোযোগেৰে নুশুনিলে দুৰ্বোধ্য যেন লাগে। পুৱা ৰ'দ ওলোৱাৰ পাছতে তেখেতে সশব্দে পৰিয়ালৰ মানুহক তেখেতৰ কোঠাৰ পৰা বাহিৰলৈ উলিয়াই আনিবৰ বাবে নিৰ্দেশ দিয়ে। তেখেত দোকানৰ পুৰণি কৰ্মচাৰী আৰু পাছলৈ পৰিয়ালৰ এজন হৈ পৰা শুকুৰ আলীয়ে পুৰণি মালিকৰ মাত শুনিয়েই খৰধৰকৈ বাহিৰত আৰামী চকীখন পাৰি দিয়ে। শুকুৰ আলী আৰু হেমিদুৰৰ আইতাক নাইবা মাকে ধৰি মেলি তেখেতক বাহিৰলৈ নি আৰামী চকীখনতে বহুৱাই দিয়ে। হেমিদুৰৰ মাকে সৰু টিপয় এখন আনি শহুৰেকৰ কাষতে থয়। তাতে পিক্‌দান, গামোচা এখন, তচ্‌বিহ এডাল, সৰু জেপত ভৰাব পৰা 'পঞ্চচুৰা'খন আলফুলে থয়। আৰামী চকীখনৰ কাষতে শহুৰেকৰ কৰ্মক্ষম হাতখনৰ কাষতে লাখুটিডালো সজাই থয়। আইতাকে হেমিদুৰৰ ককাক আৰামকৈ আৰু সুৰক্ষিতভাবে বহিছে বুলি আশ্বস্ত হোৱাৰ পাছতহে ভিতৰলৈ সোমায়। তাৰ পুৱাৰ পঢ়া-শুনাৰ কাম শেষ হ'লে হয় হেমিদুৰ, নহয় তাৰ বায়েক হাছিনাই সেইদিনাৰ বাতৰি কাকতৰ মুখ্য বাতৰিবোৰ ককাকক পঢ়ি শুনায়। কাষতে থকা টিপয়খনৰ পৰা গামোচাখন লৈ ককাকে মুখখন মচি লয়। ওচৰতে থকাজনক চশমাজোৰ পৰিষ্কাৰ কৰিবলৈ দি পিন্ধি লয়। আৰু তাৰ পাছত হেমিদুৰহঁতক গল্প কয়। ইউছুফ-জুলেখা, লায়লা-মজনু, চিৰি-ফৰ্‌হাদৰ প্ৰণয় কাহিনী, পাৰস্য উপন্যাসৰ সাধু, আলাউদ্দিনৰ গল্প, চোহৰাব-ৰুস্তম, কাৰবালাৰ কৰুণ কাহিনী শুনায়। সেইবোৰ কাহিনীৰ লগতে কৰিম আলীয়ে সিহঁতৰ চহৰখনৰ বাস্তৱ কাহিনী, তেখেতৰ সংগ্ৰামৰ বৈচিত্ৰময় কাহিনী, চহৰখনৰ কিছুমান পৰিয়ালৰ উত্থান আৰু কিছুমানৰ পতনৰ কাহিনী সবিস্তাৰে সিহঁতক শুনায়। কোমল বয়সৰ হেমিদুৰে অবাক বিস্ময়েৰে কল্পনা আৰু বাস্তৱৰ সেইবোৰ কাহিনী মন্ত্ৰমুগ্ধৰ দৰে শুনি থাকে।



# অষ্টম খণ্ড

সমৰ্থ মুছলিম পৰিয়ালৰ সন্তানৰ নামকৰণ অনুষ্ঠানক 'আকিকা' বুলি কোৱা হয়। প্ৰতিপালক আল্লাৰ নামত এটি পশু উছৰ্গা কৰি 'আকিকা'ত ৰখা নামটোৱেই এজন মুছলিমৰ পোছাকী নাম হয় যিটো বিভিন্ন মাংগলিক আৰু আনুষ্ঠানিক কাৰ্যত ব্যৱহাৰ কৰা হয়। সমৰ্থহীন পৰিয়ালৰ সন্তানৰ ক্ষেত্ৰত অৱশ্যে এনে বিলাসিতাৰ সুযোগ নাথাকে। সিহঁতে মাক-দেউতাক নাইবা পৰিয়ালৰ আন লোকে দিয়া নামটোৰে চিৰজীৱন পৰিচিত হয়। শোভন ড্ৰাইভাৰৰ পৰিয়ালটো অৱশ্যে অসমৰ্থ আছিল বুলিব নোৱাৰি। সঁচা-মিছা থিৰাং কৰিবলৈ হেমিদুৰহঁতৰহে নালাগে সিহঁতকৈ ডাঙৰসকলৰো তেতিয়া জন্ম হোৱা নাই। সিহঁতে মাথো শুনিছেহে যে বনিয়াবাৰীত থকা শোভনৰ দেউতাকৰ খেতিৰ ধানেৰে সিহঁতৰ একান্নবৰ্তী বৃহৎ পৰিয়ালৰ উপৰিও শোভনহঁতৰ দেউতাকৰ পাঁচজনী বায়েক-ভনীয়েকৰ পৰিয়ালৰো ভৰণ-পোষণ বহুখিনি যোগাৰ হৈছিল। হৰপাল সিং, গেনা ঠিকাদাৰ আৰু মহীধৰ মৌজাদাৰৰ পিছতে শোভনৰ দেউতাকেই হেনো টাউনখনলৈ চতুৰ্থখন ট্ৰাক আনিছিল। মুঠতে দেউতাকৰ সময়ত শোভনহঁতৰ পৰিয়ালৰ আৰ্থিক অৱস্থা ভালেই আছিল বুলিব পাৰি। গতিকে শোভন ড্ৰাইভাৰৰ জন্মৰ পিছত নিশ্চয় তেওঁৰ আনুষ্ঠানিক নামাকৰণ হৈছিল। আৰু যদি হৈছিল, তেন্তে নিশ্চয় সেইটো নাম 'শোভন' নাছিল। কোনোবা কোনোবাই কয় বোলে তেওঁৰ নামটো আচলতে চোভান আলী আছিল। তেওঁৰ মটৰ গেৰেজত কাম কৰা অমুছলিম মেকানিক, হেল্পাৰ আদিৰ মুখত পৰি চোভান শব্দটোৱে 'শোভন' ৰূপ পালে। সেইদৰে চোভান আলী শোভন ড্ৰাইভাৰ হৈ গ'ল। হ'ব পাৰে।

শোভন ড্ৰাইভাৰৰ দেউতাক বক্কুৰ আলীয়ে ডেকা বয়সত দিচাংমুখৰ জাহাজ কোম্পানীত মেকানিকৰ কাম কৰিছিল। সেই সময়ত দিচাংমুখ ঘাটৰ ৰম্ৰমা অৱস্থা। অবিভক্ত শিৱসাগৰ জিলা আৰু লখিমপুৰ জিলাৰো বিশাল অঞ্চলৰ বস্তু-বেহানি আমদানি-ৰপ্তানিত কেন্দ্ৰস্থল আছিল আৰ-এছ-এন এণ্ড কোম্পানীৰ জাহাজঘাট দিচাংমুখ। বিশেষকৈ এই অঞ্চলত উৎপাদিত চাহপাত কলিকতা আৰু তাৰ পৰা দেশ-বিদেশলৈ পঠিওৱাৰ একমাত্ৰ ব্যৱস্থা আছিল বৰলুইতৰ জলপথ। ৰেলপথেৰে এই ব্যৱসায়ৰ কিয়দাংশ চলিলেও মুখ্য ব্যৱস্থা আছিল ব্ৰহ্মপুত্ৰৰ ওপৰৰ জলপথ। সেই সূত্ৰে দিচাংমুখত জাহাজ কোম্পানীৰ জাহাজ আৰু জাহাজ সংক্ৰান্তীয় কাৰিকৰী বহুখিনি কাম চলিছিল। তাতে যুক্ত আছিল শোভনৰ দেউতাক বক্কুৰ মিস্ত্ৰী। প্ৰথাগত শিক্ষাৰ

সুবিধা নোপোৱা সত্ত্বেও বক্ৰুবৰ আছিল কাৰিকৰী বিদ্যাত সহজাত অৰ্হতা। যন্ত্ৰপাতিৰ প্ৰতি সৰুৰে পৰা তীব্ৰ আকৰ্ষণ থকা বক্ৰুবে মাক-দেউতাকৰ আশাৰ বিপৰীতে গৈ স্কুলীয়া শিক্ষালৈ আগ্ৰহণ নকৰি কাৰ্তাৰ সিঙৰ গেৰেজত শিক্ষা-নবীচ হিচাবে মেকানিকৰ কাম শিকিলে। তাৰ পাছত জাহাজ কোম্পানীৰ ইংৰাজ বিষয়াৰ নজৰত পৰি দিচাংমুখত কোম্পানীৰ চাকৰিত সোমাল। কাৰিকৰী বিদ্যাৰ প্ৰতি আকৰ্ষণ আৰু নিজৰ ওপৰত ন্যস্ত দায়িত্বৰ প্ৰতি নিষ্ঠাবান বক্ৰুব আলী জাহাজ কোম্পানীৰ ৱৰ্কশ্বপৰ এটি অপৰিহাৰ্য অংগ হৈ পৰিল। জাহাজৰ উপৰিও পাৰত লগাই থোৱা সৰু নৌকাবোৰৰ সা-সৰঞ্জাম, মেচিন আদিৰ মেৰামতিৰ উপৰিও বহুত সময়ত সেইবোৰৰ লাগতিয়াল অংশ কলিকতা আৰু মুম্বাইৰ পৰা অনাত অসুবিধা হ'লে সেইবোৰ স্থানীয়ভাৱে সাজি লোৱাৰ কামতো বক্ৰুবৰ দক্ষতাই তেওঁৰ গুৰুত্ব বৃদ্ধি কৰিছিল। কিন্তু এটি দুৰ্ঘটনাই কথাবোৰ সলনি কৰি পেলালে। মেচিনৰ কিবা এটা বিজুতি পৰীক্ষা কৰি থাকোতেই এদিন বক্ৰুবৰ সোঁহাতখন ফেন-বেল্টত সোমাই পৰিল। লগত কাম কৰি থকা সহকৰ্মীসকলে মেচিন বন্ধ কৰি তেওঁক উদ্ধাৰ কৰে মানে তেওঁৰ সোঁহাতখনৰ সৰু গাঠিৰ ওপৰলৈকে বৰ বেয়াকৈ জখম হ'ল আৰু পিছত সেইখিনিতে কাটি পেলাবলগীয়া হ'ল। কোম্পানীয়ে বক্ৰুবৰ চিকিৎসাৰ দায়িত্ব ল'লে যদিও চাকৰি কৰিবলৈ অপাৰগ হৈ পৰা বক্ৰুবে কোম্পানীৰ পৰা বিশেষ আৰ্থিক সাহায্য নাপালে। তেওঁৰ চাকৰিৰ আৰম্ভণিৰ সময়খিনিত থকা ব্ৰিটিছ ওপৰৱালাসকলো ঘৰৰ ল'ৰা ঘৰলৈ উভতি যোৱাত বক্ৰুবৰ প্ৰতি কৃপা কৰাৰ কোনো নাথাকিল। এনেয়েও বৰভুঁইকঁপৰ পাছত জলপথ এলাগী হৈ পৰাত জাহাজ কোম্পানীয়ে দিচাংমুখ ঘাটৰ তেওঁলোকৰ কাৰবাৰ চপাই আনি এসময়ত বন্ধ কৰিবলৈও বাধ্য হ'ল।

জাহাজ কোম্পানীৰ ভাগ্য পৰিৱৰ্তনৰ পূৰ্বে বক্ৰুবৰ পৰিয়ালৰ ভাগ্য সলনি হৈ গ'ল। বক্ৰুব মিস্ত্ৰীয়ে ডেকা বয়সত ল'ৰা-সমনীয়াৰ সৈতে মাজে-সময়ে সুৰাপান কৰাৰ অভ্যাসো আছিল। হাতখন কটা যোৱাৰ পাছত ঘৰত কিছুদিন বহি থকাৰ পাছত আৰু কোম্পানীৰ পৰা পোৱা সামান্য ক্ষতিপূৰণ আৰু আন প্ৰকাৰৰ পইচা-পাতিখিনি শেষ হৈ যোৱাত চাৰিটা ল'ৰা-ছোৱালীয়ে সৈতে ছজনীয়া পৰিয়ালটো বিপাঙতে পৰিল। তথাপিও নিজৰ অৰ্হতা আৰু অভিজ্ঞতাৰ বাবে বক্ৰুবে গাড়ী মেৰামতিৰ এটা গেৰেজ খুলি ঘৰখন চন্তালাৰ চেষ্টা কৰিলে। চোভান আলী আছিল বক্ৰুবৰ ডাঙৰ পুতেক। পঢ়া-শুনাত ভাল নাছিল আৰু তেওঁৰ পঢ়াতো বৰ ৰাপ নাছিল। বাপেকে গেৰেজ খোলাত চোভানে ভালেই পালে আৰু বাপেকক সহায় কৰাৰ চলেৰে স্কুল বাদ দি গেৰেজলৈ অহা-যোৱা কৰিবলৈ ল'লে। দেউতাকৰ দৰে চোভানৰো কাৰিকৰী কথা-বতৰাত সহজাত অৰ্হতা আছিল বাবে মটৰ মেৰামতিৰ খুটি-নাটিবোৰ আয়ত্ত কৰাত সময় নালাগিল।

দেউতাকৰ তত্ত্বাধানত চোভানে গাড়ী মেৰামতিৰ সকলো জ্ঞান কম সময়তে আয়ত্ত কৰি ল'ব পাৰিলে। পিতা-পুত্ৰৰ এই ক্ষেত্ৰত মান-যশ বাঢ়ি যোৱাত গেৰেজৰ পৰা উপাৰ্জনো বৃদ্ধি পাবলৈ ধৰিলে। পুৱাৰ পৰা নিশালৈকে গেৰেজৰ কাম পূৰ্ণ উদ্যমে চলিবলৈ ধৰিলে। কিন্তু দেউতাকে ভৰ বয়সত আৰম্ভ কৰা সুৰাপানৰ অভ্যাস পুতেকে কম বয়সৰ পৰাই আৰম্ভ কৰাতহে বিপদ হ'ল। পুতেকৰ মদ খোৱাৰ অভ্যাসৰ বাবে মাকে আপত্তি কৰিলে বক্‌ৰুব মিস্ত্ৰীয়ে কয়, "তোমালোকে মাইকীবোৰে মটৰ মেকানিকৰ কাম কিমান কষ্টৰ কি বুজিবা? যি কৰে সিহে জানে! দিনৰ দিনটো গেৰেজৰ খাটনিৰ বাবে গাবোৰ কিমান বিষায়! এটুপি ধৰি গাৰ বিষ মৰাত একো দোষ নাই।"

চোভানৰ মদ্যপানৰ মাত্ৰা কিন্তু এটুপিতে সীমিত হৈ নাথাকিল। আগতে কাম-কাজ শেষ কৰি ৰাতিৰ ফালেহে সপ্তাহত দুই এদিন গেৰেজতে লগৰ কেইটামানৰ সৈতে সঁচাকৈয়ে দুই-এটুপি ধৰিছিল। পিছলৈ মদ খোৱাৰ মাত্ৰা বাঢ়ি প্ৰত্যেক দিনাই গেৰেজত আড্ডা বা হ'ল। নিশা বহু সময়লৈকে এই মদ্যপানৰ অনুষ্ঠান নিয়মিতভাৱে চলাৰ বাবে পুৱা সময়মতে গেৰেজৰ কাম আৰম্ভ নোহোৱাত নিয়মিত গ্ৰাহকসকল বিৰক্ত হ'বলৈ ধৰিলে। বক্‌ৰুব মিস্ত্ৰীয়েও আগৰ দৰে কামৰ তদাৰক কৰিব নোৱাৰা হ'লত গেৰেজৰ সুনাম বহুখিনি নষ্ট হ'ল। আৰু কিছুদিনৰ পাছত বক্‌ৰুবৰ মৃত্যু হোৱাত কথাবোৰ অধিক বেয়ালৈ গ'ল। ইতিমধ্যে বাপেক জীয়াই থাকোতেই বিয়া পাতিলে পুতেকৰ মতিগতি সলনি হ'ব বুলি আশা কৰি কুকুৰাপুহিয়া গাঁৱৰ পৰা ছোৱালী এজনী চাই মাকেই জোৰ কৰি বিয়া পাতি দিলে। যথাসময়ত চোভান দুজনী ছোৱালী আৰু এটা ল'ৰাৰ দেউতাক হ'ল। কিন্তু চোভানৰ স্বভাৱৰ পৰিৱৰ্তন নহ'ল। বাপেক ঢুকুৱাৰ পাছত চোভান মেকানিক শোভন ড্ৰাইভাৰলৈ সলনি হোৱাতে তেওঁৰ পতনৰ কাহিনী সোমাই আছে। বাপেক ঢুকুৱাৰ তিনি বছৰৰ পাছতে চোভানৰ মাকো ঢুকাল। দাৰুণ অনিয়ম আৰু চোভানৰ উচ্ছৃংখল জীৱনৰ বাবে তেওঁৰ গেৰেজৰ কাম কমি কমি এদিন সম্পূৰ্ণৰূপে বন্ধ হৈ গ'ল। স্বাধীন ব্যৱসায়েৰে সন্মানিত এটি জীৱন যাপন কৰাৰ পৰা তেওঁ এদিন লোকৰ ব্যক্তিগত গাড়ী চলোৱা ড্ৰাইভাৰলৈ অৱনমিত হ'ল। চোভান মেকানিক এনেকৈয়ে শোভন ড্ৰাইভাৰ হ'ল। তাতো বিশেষ আপত্তিৰ কাৰণ নাছিল। কিন্তু লাহে লাহে মানুহটো আগৰ কৰ্মপটু, সুদক্ষ কৰ্মীৰ পৰা প্ৰায় দিনে-ৰাতিয়ে মদতে ডুবি থকা মানুহ হৈ যোৱাটোহে দুখৰ কথা হ'ল। মদৰ নিচাত যাৰে গাড়ী চলাই তেওঁৰে লগত সৰু কথাতে কাজিয়াত লিপ্ত হোৱাত শোভন ড্ৰাইভাৰৰ বদনাম হ'বলৈ ধৰিলে। নিজৰ গাড়ী চলাবলৈ দি শোভনৰ ব্যৱহাৰত অতিষ্ঠ হৈ পুনৰ আৰু কামত নলগাবলৈ সংকল্প লোৱাৰ বাবে পিছলৈ ড্ৰাইভাৰ হিচাবে জীৱিকা নিৰ্বাহ কৰিবলৈও মানুহটোৱে সুবিধা নোপোৱা হ'ল। শেষত চেগা-চোৰোকাকৈ আৰ-তাৰ ঘৰে ঘৰে গাড়ীৰ ইঞ্জিনৰ

ব'ৰিং আৰু অন্যান্য কাম কৰি উপাৰ্জন কৰাৰ বাহিৰে তেওঁৰ উপায় নোহোৱা হ'ল। সেই ক্ষেত্ৰতো প্ৰাপ্য মজুৰি পোৱাত সামান্য পলম হ'লে নাইবা ঘৰৰ প্ৰয়োজনত নহয় মদ খাবলৈহে আগধন বিচাৰি নাপালে গাড়ীৰ মালিকৰ ঘৰৰ সন্মুখত ষ্টেচন চাৰিআলিৰ বগৰীতলৰ মহলত এটুপি ধৰি আহি গালি-গালাজ পাৰি হুলস্থূল কৰা বাবে পাছলৈ তেনে কামলৈও মানুহে শোভনক নিবিচৰা হ'ল। শৰীৰৰ ওপৰত অহৰহ অত্যাচাৰৰ ফলত সোনকালেই শোভনৰ শৰীৰ ভাঙি পৰিল আৰু পঞ্চাছ বছৰ বয়স হওঁতে-নহওঁতেই পৰিয়ালটোক নিঠৰুৱা কৰি মানুহটো মৰি থাকিল।

সেই শোভন ড্ৰাইভাৰৰ সৰু জীয়েক ৰেহানাৰ লগত যেতিয়া হেমিদুৰৰ সৰু ভায়েক জুবেদুৰৰ বিয়াৰ কথা ওলাল, তেতিয়াই সিহঁতৰ পৰিয়ালটোৱে পোন প্ৰথমবাৰৰ বাবে বৰ ডাঙৰ জোকাৰ খাবলগীয়া হ'ল। সেই সময়ত হেমিদুৰহঁতৰ দেউতাক মুজিবুৰ মাষ্টৰে সংসাৰৰ দৈনন্দিন কথাবোৰৰ পৰা নিজকে নিলগাই আনিছে। তেওঁৰ শৰীৰটোৱেও চলিবলৈ আপত্তি কৰিবলৈ আৰম্ভ কৰিছে। আজি ইটো কালি সিটোকৈ সৰু-ডাঙৰ অসুখে মাষ্টৰক কোঙা কৰিবলৈ ধৰিলে। মাকেতো কাহানিবাই বিছনা ল'লে। ঔষধ পাতিত পইচা খৰচ কৰাতকৈ তেওঁ দোৱা-দৰুদ, তাবিজ-তুলাজহে বেছিকৈ নিৰ্ভৰ কৰিবলৈ আৰম্ভ কৰিছে। গতিকে জুবেদে যেতিয়া এদিনাখন পুৱাতে চাহৰ মেজতে দেউতাক আৰু ককায়েক আদিৰ সন্মুখতে ৰেহানাক সি বিয়া কৰাব খুজিছে বুলি খোলাখুলিকৈ ঘোষণা কৰিলে, তেতিয়া সিহঁতৰ দেউতাকৰ প্ৰতিক্ৰিয়াৰ কথা নাজানিলেও হেমিদুৰ নিজে কিন্তু হতবাক হৈ গ'ল। সিহঁতৰ দেউতাকে নিজৰ ল'ৰা-ছোৱালীহঁতক সদায় সকিয়াইছিল— যিটো কাম তহঁতি মুৰব্বীসকলৰ সন্মুখত মুকলিকৈ কৰবলৈ সংকোচ বোধ কৰ, ধৰি লবি সেইটো কাম ভাল নহয়। এতিয়া নগৰখনতে দুৰ্ঘোৰ মদপী বুলি জনাজাত শোভন ড্ৰাইভাৰৰ ছোৱালীক বিয়া কৰোৱাৰ কথাটো পৰিয়ালৰ সৰু-ডাঙৰ সকলোৰে আগত আৰু বিশেষকৈ সিহঁতে সৰুৰে পৰা সমীহ আৰু সন্মান কৰা দেউতাকৰ সন্মুখতে সেই কথাটো কৈছে যেতিয়া জুবেদুৱে নিশ্চয় সেই কামটো বেয়া বুলি ভবা নাই। গতিকে মনত ভাল নাপালেও হেমিদুৱে মুখেৰে একো মন্তব্য নিদি দেউতাকৰ প্ৰতিক্ৰিয়া জানিবলৈ বাট চালে। মুজিবুৰ মাষ্টৰে সৰু পুতেকক সুধিলে, "ছোৱালীজনীয়ে কিমান পঢ়া-শুনা কৰিছে? জুবেদে ক'লে, "গাৰ্লছ্ কলেজৰ পৰা পলিটিকেল চায়েঞ্চত মেজৰ লৈ বি. এ. পাছ কৰি প্ৰাইভেটকৈ এম.এ. পঢ়িছিল। টকা-পইচাৰ অভাৱ হোৱাত পঢ়া বাদ দি হাঁহচৰাৰ ওচৰৰ এখন ভেঞ্চাৰ স্কুলত এতিয়া চাকৰি কৰি আছে।" দেউতাকে পুতেকক সুধিলে, "ছোৱালীজনীৰ স্বভাৱ-চৰিত্ৰ ভাল বুলি তই জাননে?" জুবেদে তলমূৰকৈ উত্তৰ দিলে, "হয় ভাল।" মুজিবুৰ মাষ্টৰে আৰু বিশেষ একো নকৈ মাত্ৰ ক'লে, "তই যদি ভাল দেখিছ মই আপত্তি কৰিবলৈ কোন, বিয়া মানুহে জীৱনত এবাৰহে

কৰে। তোৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু সম্পূৰ্ণভাৱে ব্যক্তিগত কথাটোৰ সিদ্ধান্ত তয়েই ল'ব লাগিব। মই মাৰৰ দৰে ছোৱালীৰ গুৰি-গোষ্ঠীৰ আঁতি-গুৰিৰ বিচাৰ নকৰো। খালী ছোৱালীজনী ভাল হ'লেই মই খুচি হম।"

সময়ত দেখা গ'ল যে জুবেদে সঁচাকৈয়ে বিয়াৰ ক্ষেত্ৰত শুদ্ধ নিৰ্বাচনেই কৰিছিল। ইমান উচ্ছৃংখল এটা মানুহৰ যে ইমান শান্ত, নম্ৰ আৰু সকলোকে মৰমেৰে আপোন কৰি লব পৰা এজনী ছোৱালী হ'ব, হেমিদুৰে ভবাই নাছিল। ৰেহানা আহিয়েই হেমিদুৰহঁতৰ পৰিয়ালৰ আটাইৰে অন্তৰ জয় কৰিলে। বিশেষকৈ যিজনী মানুহে মদাহীৰ ঘৰৰ ছোৱালী তেওঁৰ বোৱাৰী কৰি লব নোৱাৰি বুলি ঘোষণা কৰিছিল, সেই হেমিদুৰহঁতৰ মাকৰে ৰেহানা কাষত নাথাকিলে কাম নচলা হ'ল। বিছনাতে দিনটোৰ সৰহখিনি সময় কটোৱা মানুহজনীৰ প্ৰয়োজনীয় সকলো কাম হাঁহিমুখে আৰু উপযাচি কৰিবলৈ আগ বাঢ়ি আহি পৰিস্থিতি সলনি কৰি পেলালে। পুৱা ফজৰৰ আজান দিয়াৰ আগতে বিছনাৰ পৰা উঠি পানী গৰম কৰি বাপেক-মাকৰ লগতে হেমিদুৰ আৰু তেওঁৰ ঘৈণীয়েকৰো অজুৰ পানী যুগুতাই দিয়া, নিৰ্দিষ্ট ঠাইত জাইনামাজ পাৰি সকলোৰে নামাজ আদায় কৰাত সুবিধা কৰি দিয়া, নামাজৰ পাছতে যিয়ে যেনেকুৱা চাহ খাই ভাল পায়, তেনেকৈ যোগাৰ দিয়া, ল'ৰা-ছোৱালীবোৰক সময়মতে বিছনাৰ পৰা উঠাই মুখ-হাত ধুই পঢ়াৰ মেজত বহুওৱা, সিহঁতকো চাহ-নাস্তাৰ যোগান ধৰা আদি পুৱাৰ ভাগৰ কামখিনিত হেমিদুৰৰ ঘৈণীয়েকক সহায় কৰি বিয়াৰ দহ-পোন্ধৰ দিনৰ পাছতে ছোৱালীজনী পৰিয়ালটোৰ এটি অবিচ্ছেদ্য অংগ হৈ পৰিল। পাছত ঘৈণীয়েকৰ পৰাই হেমিদুৰে গম পাইছিল বোলে জুবেদে ৰেহানাক বিয়া কৰোৱাৰ সিদ্ধান্ত লোৱাৰ বহু আগতেই তাইক হেনো কৈ থৈছিল যে বংশ পৰিচয়, শিক্ষা-দীক্ষা, পাৰিবাৰিক পৰিবেশ আদিৰ বলত নহয়, নিজৰ দৈনন্দিন কাম-কাজ আৰু আচৰণৰ যোগেদিহে তাই নিজৰ পৰিচয় দিব লাগিব। আন একো ডাঙৰ কথা তাই চিন্তা কৰাৰ প্ৰয়োজন নাই, মাত্ৰ জুবেদহঁতৰ ঘৰখন নিজৰ ঘৰ আৰু সিহঁতৰ পৰিয়ালৰ মানুহবোৰক নিজৰ আপোন মানুহ বুলি ভাবিলৈ টান নাপালেই সকলো সমস্যাৰ সমাধান হৈ যাব।

ৰেহেনাই সম্ভব জুবেদৰ পৰামৰ্শ বাস্তৱ ক্ষেত্ৰত মানি লৈছিল। সিহঁতৰ পৰিয়ালৰ মানুহৰ আৰু বিশেষকৈ হেমিদুৰৰ মাকৰ আপত্তিৰ কথা ছোৱালীজনীয়ে বিয়াৰ আগতেই নিশ্চয় গম পাইছিল। সেই বাবে তাইৰ কাম-কাজ, আচৰণৰ পৰা যাতে হেমিদুৰৰ পৰিয়ালৰ মানুহ কোনো প্ৰকাৰে ক্ষুণ্ণ নহয়, তাৰ প্ৰতি নিশ্চয় ৰেহেনা সচেতন আছিল। কিন্তু হেমিদুৰে অতি বিস্ময় আৰু প্ৰশ্ৰয়েৰে মন কৰিছিল যে তাইৰ ব্যৱহাৰত কোনো প্ৰকাৰৰ জড়তা নাইবা দ্বিধাৰ চিন দেখা নগৈছিল। সকলোৰে লগতে অতি সহজভাৱে তাই মিলি গৈছিল। সি ভাবে, এইটো বৰ সহজ কথা নহয়। মদে এটি পৰিয়ালত কেনে

ধুমুহাৰ সৃষ্টি কৰে সেয়া হেমিদুৱে জানে। তেনে পৰিয়ালত ডাঙৰ-দীঘল হৈও ইমান সহজে হেমিদুৰহঁতৰ দৰে এটি পৰিয়ালত জীণ যাব পৰাটোতে ছোৱালীজনীৰ চৰিত্ৰৰ সবলতা প্ৰকাশ পায়। সৰু ভাই বোৱাৰীয়েক ৰেহেনাৰ কথা চিন্তা কৰিলে হেমিদুৰৰ মনলৈ ৰাজকাপুৰৰ অতি বিখ্যাত আৰু জনপ্ৰিয় চিনেমা "আৱাৰা"ৰ কাহিনীটো মনলৈ আহে। বিখ্যাত লেখক খাজা আহমেদ আব্বাছৰ কাহিনীৰ প্ৰতিপাদ্য বিষয় আছিল— জন্মই নহয় পৰিৱেশেহে মানুহক প্ৰভাৱিত কৰে। যিমানেই অধম চৰিত্ৰৰ সন্তান নহওক কিয়, শুভময় পৰিৱেশত ডাঙৰ-দীঘল হ'বলৈ সুবিধা পালে যি কোনো সন্তানেই মানুহৰ পৰা দেৱতাৰ শাৰীলৈ উন্নত হ'ব পাৰে। তদুপৰি নিজে ভাল হৈ থকাৰ, সৎ হৈ থকাৰ সংকল্প মনত পুহি ৰাখিলে অনুকূল পৰিৱেশত সেই হেঁপাহে নিশ্চয় ফল-ফুল ধৰিব। দেউতাকৰ উচ্ছৃংখল স্বভাৱৰ লেশমানো প্ৰভাৱ ৰেহেনাৰ চৰিত্ৰত নপৰাৰ মূল কাৰণ তাইৰ সহজাত নিৰ্জু আৰু শান্ত প্ৰকৃতি। হেমিদুৰৰ দেউতাকৰ প্ৰভাৱত সিহঁতৰ পৰিয়ালৰ সকলোৱে তাইক সহানুভূতি আৰু প্ৰশ্ৰয়সনা ব্যৱহাৰেৰে আপোন কৰি লোৱাৰ প্ৰতিদান তাই মন-প্ৰাণ উজাৰি দিলে।

ইয়াৰ সম্পূৰ্ণ বিপৰীত ছবিখন দেখা গ'ল হেমিদুৰহঁতৰ মাজু পেহীয়েক সোণমাইৰ ক্ষেত্ৰত। সোণমাই পেহীটি হেমিদুৰতকৈ পাঁচ-ছয় বছৰ মানৰহে ডাঙৰ। সিহঁতৰ ককাক কৰিম আলীৰ পাঁচোটি সন্তানৰ ভিতৰৰে আটাইতকৈ মৰমৰ সন্তান সোণমাইক দেউতাকে যিহকে বিচাৰে তাকে দিবলৈ চেষ্টা কৰিছিল। অৱশ্যে দেউতাকৰ আবদাৰ পায়ো সোণমাই পেহীয়ে যিহকে মন যায় তাকে বিচৰা নাইবা যিহকে ইচ্ছা তাকে কৰা বিধৰ ছোৱালী নাছিল। স্কুলত পঢ়া-শুনাত ভাল ফল দেখুওৱা সোণমাই পেহীটিৰ কলেজত পঢ়াৰ বৰ মন আছিল। তেওঁৰ লগৰ বেছি ভাগ ছোৱালীয়ে কেইবছৰমানৰ আগতে খোলা কলেজখনত নাম লগাইছিল। কেইজনীমানেতো গুৱাহাটীলৈ গৈ কটন নাইবা 'হেণ্ডিক'ত নাম লগাইছিল। মেহেৰুন, অৰ্থাৎ হেমিদুৰহঁতৰ সোণমাই পেহীয়ে স্থানীয় কলেজখনতে পঢ়িবলৈ মন কৰিছিল। মাকৰ বায়েক, নমাটিৰ দিলৰুবা জেঠায়ে ভাগিনীয়েকৰ ইচ্ছাৰ কথা শুনি ভনীয়েকৰ ঘৰ পালেহি। জেঠায়ে হেমিদুৰৰ মাকক খাটাং কথা ক'লে, ছোৱালী কলেজত পঢ়াই হাতৰ কুঠাৰ ভৰিত মাৰিব বিচাৰিছ যদি যি কৰ কৰ। কিন্তু আমাৰ পৰিয়ালৰ ইজ্জতৰ খিয়াল ৰাখিবি। ছোৱালীয়ে মেট্ৰিক পাছ কৰিলে যেতিয়া হ'ল। তাইতো আৰু হাকিম-মুণ্ডিপ হৈ তহঁতক টকা আৰ্জি খুৱাব নালাগে। সোণমাই পেহীৰ উচ্চ শিক্ষাৰ সপোনে তেনেদৰেই বাস্তৱৰ ৰূপ নাপালে। পৰিয়ালৰ মুৰব্বীসকলে বন্দোবস্ত কৰা মতে সিংদুৱাৰৰ হেকিম পেছকাৰ ল'ৰা ফাইজুদ্দিনৰ লগত নিকাহত বহিবলৈ বাধ্য হ'ল। কিন্তু তেতিয়া সকলোবোৰ ভালকৈ বুজাৰ বয়স হোৱা নাছিল যদিও হেমিদুৱে আধা বুজা আধা নুবুজা ধৰণে গম

পাইছিল যে সিহঁতৰ পেহীয়েকে টাউনৰে ডি-আই অফিচৰ হেড-ক্লাৰ্ক খিজনুৰ আলীৰ ল'ৰা আমীৰক ভাল পাইছিল। তেওঁ অৱশ্যে তেওঁৰ অন্তৰৰ কথা পৰিয়ালৰ কাৰো আগতে কাহানিও ব্যক্ত কৰা নাছিল। সেই বাবে তেওঁৰ অন্তৰৰ গুপুত বাসনাই পোহৰৰ মুখ নেদেখাকৈয়ে সোণমাই পেহী সিংদুৱাৰলৈ হেকিম পেছকাৰৰ বোৱাৰীয়েক হৈ গুচি গ'ল।

গৈছিল হয়, কিন্তু পুনৰ ঘৰৰ ছোৱালী ঘৰলৈ ঘূৰি আহিবলৈ তেৰ বছৰ সময়ো নালাগিল। পেহীয়েকে স্বামী গৃহৰ পৰা পিতৃ গৃহলৈ ঘূৰি অহাৰ কাৰণ অৱশ্যে হেমিদুৱে গম পাইছিল। সোঁৱে-বাঁৱে, শুদ্ধ-অশুদ্ধ সকলো উপায়ে ধন ঘটা হেকিম পেছকাৰৰ ঘৰখনৰ পৰিবেশ আছিল সোণমাই পেহীৰ নিজৰ ঘৰখনৰ সম্পূৰ্ণ বিপৰীত। পইচাকে ঈশ্বৰ যেন দেখা সেই পৰিয়ালৰ সকলোৰে আচৰণ আছিল অতি উদ্ধত। আৰ্থিক ভাৱে সবল নোহোৱা মানুহক হেয়জ্ঞান কৰা পৰিয়ালটোৰ সকলো কথাই আছিল অতি উচ্চ গ্ৰামত বন্ধা। মিষ্টভাষী পৰিয়ালৰ সোণমাই পেহী সেই ঘৰখনত বাকৰুদ্ধ হ'বলৈ ধৰিলে। বোৱাৰীয়েকক কিনা বান্দীৰ দৰে ব্যৱহাৰ কৰা ফাইজুদ্দিনৰ মাকজনী আছিল অতি নিষ্ঠুৰ। বোৱাৰীয়েকক হকে-বিহকে গালি-গালাজ কৰা মানুহজনীয়ে বিয়াৰ দুদিনমানৰ পাছৰে পৰাই সোণমাই পেহীৰ দাম্পত্য জীৱন অসহনীয় কৰি তুলিলে। আটাইতকৈ ডাঙৰ কথাটো হ'ল সোণমাই পেহীৰ স্বামী ফাইজুদ্দিনেও নিজৰ ঘৈণীয়েকক দিনত বিনা পইচাৰ বনকৰা তিৰোতা আৰু ৰাতি পাষণ্ড এটি জন্তুৰ ভোগৰ উপাদানকৈ বেলেগ নহয় বুলি ভবাটো যৌতুকৰ সীমিত বস্তু-বেহানি দিয়াৰ বাবে মাকে বোৱাৰীয়েকক 'টোকোনাৰ ঘৰৰ জী' বোলা কথাটোতো শিক্ষিত ডেকা এজনৰো পূৰ্ণ সমৰ্থন থকা কথাটোৱে সোণমাই পেহীক ঘৰখনৰ সৈতে সম্পৰ্ক ছেদ কৰিবলৈ বাধ্য কৰিলে।



# নৱম খণ্ড

তাৰ নানায়েক, মানে মাকৰ বাপেকক হেমিদুৰৰ প্ৰায়ে মনত পৰে। তাৰ বাৰ বছৰমান বয়সতে হেমিদুৰৰ নানায়েক ডাঃ মকবুল হুছেইনৰ মৃত্যু হৈছিল। অতি প্ৰাণবন্ত, সদায় স্ফুৰ্তিবাজ মানুহগৰাকীৰ প্ৰাণখোলা হাঁহিৰ শব্দ সি এতিয়াও চকু মুদি সেই সময়ৰ কথা ভাবিলে কাণেৰে শুনি থকা যেন পায়। তেওঁ যেন হেমিদুৰহঁতৰ ঘৰ সুমুৱাৰ লগে লগে চিঞৰি চিঞৰি তেওঁৰ উপস্থিতি ঘোষণা কৰি সৰুতে লোৱাৰ দৰে এতিয়াও তাক সাৱট মাৰি ধৰি ক'ব— "কি খবৰ ববাজান, হাউ আৰ য়ু?" হেমিদুৰৰ মনত আছে— ইংৰাজী ভাষা শিকাৰ আগতেই সি এনে সম্ভাষণৰ উত্তৰ দিবলৈ শিকিছিল। সি থুনুক-থানাক মাতেৰে নানায়েকৰ সম্ভাষণৰ উত্তৰ দিছিল— "আই এম ফাইন, থেংক্ য়ু!" বেৰী হোৱাইট মেডিকেল স্কুলৰ পৰা এল-এম-পি পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ কিছুদিনৰ পাছতে ইউৰোপিয়ান কোম্পানীৰ চাহ বাগিচাত কামত সোমোৱা ডাঃ মকবুল হুছেইনে জীৱনৰ সৰহখিনি সময় ব্ৰিটিছ চাহ্ খেতিয়কৰ লগতে পাৰ কৰিলে। সেই বাবে কথাই কথাই ইংৰাজী কোৱাৰ অভ্যাসৰ উপৰিও তেখেতৰ চাল-চলন আৰু ব্যৱহাৰতো বহুখিনি 'চাহেবী' ঢং সোমাই পৰিছিল। অৱশ্যে স্বকীয়তা বিসৰ্জন নিদিয়াকৈ তেখেতে ইংৰাজসকলৰ ইতিবাচক স্বভাৱ আপোন কৰি লৈছিল। বিশেষকৈ নিয়মানুবৰ্তিতাৰ ক্ষেত্ৰত হেমিদুৰৰ নানায়েক আছিল সম্পূৰ্ণ ইংৰাজ। খোৱা-বোৱাৰ ক্ষেত্ৰত পৰিমিত স্বভাৱ আৰু সময়ৰ কাম সময়ত কৰাৰ বিষয়ত তেখেতে অকনো গাফিলতী নকৰিছিল। বাগিচাত কাম কৰি থাকোতে ঘৰৰ বাকী মানুহ শুই উঠাৰ আগতেই তেখেতে বিছনাৰ পৰা উঠি নিজে হাতে একাপ ফিকা চাহ বনাই খাই লৈ বাকীবোৰ কাম আৰম্ভ কৰিছিল। অসুখ-বিসুখ নহ'লে আৰু বৰ প্ৰয়োজন নাথাকিলে তেখেতে হেনো কাম খতি নকৰিছিল। বাগিচাৰ কৰ্মচাৰী আৰু শ্ৰমিকসকলৰ উপৰিও ব্যৱস্থাপনাৰ ক্ষেত্ৰত থকা ব্ৰিটিছ বিষয়াসকলৰ মাজতো তেখেত জনপ্ৰিয় আছিল। তেখেতৰ ঔষধে ৰোগীক যিমান কাম কৰিছিল, তাতোকৈ বেছি উপকাৰ কৰিছিল তেখেতৰ প্ৰেৰণাদায়ক উপস্থিতিয়ে। যিমানেই কঠিন ৰোগ নহওক কিয়, মকবুল ডাক্তৰে তাৰ বাবে কোনো ৰোগীকে হতাশাগ্ৰস্থ হ'বলৈ নিদিছিল। প্ৰচণ্ড জ্বৰত কেঁকাই থকা স্কুলীয়া ছাত্ৰ-ছাত্ৰীক কৈছিল— 'ইমান ভয় কৰিবলগীয়া কি হ'ল তোৰ? ইট্‌ছ এ ছিম্প্‌ল কেছ অব ফ্লু! দৰব খালে এসপ্তাহত ভাল হ'ব, নাখালে সাত দিনত!' তাৰ দাদীয়েক (বাপেকৰ মাক) আৰু নানীয়েকৰ (মাকৰ মাক) মুখত হেমিদুৰে শুনিছিল বোলে তাৰ নানাক ডাঃ মকবুল হুছেইন আদিতে

গোলাঘাটৰ মৰঙী ফালৰ মানুহ আছিল। মকবুলৰ নানায়েকৰ পৰিয়াল পূৰ্বে মুছলমান নাছিল। তাৰ দুয়ো ফালৰ বুঢ়ীমাকহঁতে কোৱা মতে মকবুলহঁতৰ পৰিয়ালৰ আদিপুৰুষ এজনৰ দিনত তেওঁলোক বুঢ়া পাহাৰৰ পাদদেশত বাস কৰিছিল। এটা সময়ত সেই সমগ্ৰ অঞ্চলটোতে হাইজাই মহামাৰীৰ ৰূপ ধাৰণ কৰি বহুতো মানুহৰ মৃত্যুৰ কাৰণ হৈছিল। মকবুলহঁতৰ মূল পৰিয়ালটোৰ প্ৰায় গোটেইখিনি মানুহেই হাইজাত ঢুকাইছিল। মকবুলৰ মাকৰ দেউতাকৰ আদি নাম হেনো আছিল ৰূপেশ্বৰ কেওঁট। ৰূপেশ্বৰৰ পৰিয়ালৰ এঘাৰজন সদস্যৰ বোলে তিনিদিনৰ ভিতৰতে হাইজাত মৃত্যু হৈছিল। পাৰলৌকিক কাৰ্যৰ বাবে মানুহৰ অভাৱ হোৱাত ৰূপেশ্বৰৰ মাকে বোলে তেওঁৰ ননদৰ সহায়ত মৃত স্বামীৰ শ'টো কান্ধত তুলি তিনিমাইল নিলগৰ ব্ৰহ্মপুত্ৰত উটুৱাই দিছিলগৈ। ৰূপেশ্বৰৰ দেউতাকৰ তিনিটা ল'ৰা-ছোৱালীৰ ভিতৰত একমাত্ৰ বাচি থকা ল'ৰাটোৰ হানি-বিঘিনি হোৱাৰ আশংকাত তেওঁৰ পৰিবাৰ বিতত হৈ পৰিছিল। সেই সময়তে তেওঁ শুনিবলৈ পাইছিল বোলে 'কম্বল ফকীৰ' বুলিবৰ এজন মুছলিম সাধুৱে তেওঁলোকৰ গাঁৱৰ পৰা তিনিমাইলমান দূৰৈৰ এটি পাহাৰৰ কাষত দুখীয়া-নিচলা আৰু অনাথ শিশুৰ বাবে এখন 'এতীমখানা' (অনাথালয়) খুলি বহুত ল'ৰা-ছোৱালীক আশ্ৰয় দান কৰিছে। ৰূপেশ্বৰৰ মাকে সেই সাধুজনৰ ওচৰতে পুতেকক চমজাই থৈ আছিল। কম্বল ফকীৰে হেনো ৰূপেশ্বৰৰ মাকক কৈছিল 'মইতো গৰীয়া গোসাঁই, ইয়াত থকা সকলোবোৰ ল'ৰাই মুছলমান। তোমাৰ ল'ৰা ইয়াত থাকিলে যদি সিও মুছলমান হৈ যায় তুমি জানো অন্তৰত দুখ নাপাবা!' ৰূপেশ্বৰৰ মাকে হেনো তেতিয়া কৈছিল; 'ফকীৰ বাবা, হিন্দুৱেই হওক বা মুছলমানেই হওক, মোৰ পোনাটো বাচি থাকিলেই হ'ল। আপুনি মাত্ৰ-তাৰ দায়িত্ব গ্ৰহণ কৰিব।'

তাৰ পাছৰে পৰা সম্পূৰ্ণ ইছলামীয় পৰিবেশৰ মাজত দীৰ্ঘদিন বাস কৰা সত্ত্বেও ৰূপেশ্বৰে ইছলাম ধৰ্ম গ্ৰহণ কৰা নাছিল। ফকীৰ চাহেবেও এই সম্পৰ্কত তাক একো কোৱা নাছিল। তেখেতে মাত্ৰ তাক কৈছিল, 'হিন্দু বা মুছলমান এয়া মাত্ৰ বাহিৰৰ লেফাফাটোৰহে নাম। তই মানুহ হ'ব পাৰিলিনে নাই, তাৰ ওপৰতে আল্লাই তোক কিয়ামতৰ দিনা বিচাৰ কৰিব। মানুহে নিজৰ ইচ্ছা মতে বাট বিচাৰি লোৱাৰ স্বাধীনতা আল্লায়েই দিছে। মই তোক কোন বাটে যাবি, সেয়া ক'বলৈ কোন? মই মাত্ৰ ক'ব পাৰো— এইটো চিধা ৰাস্তা, সেইটো বেঁকা। তই কোনটো বাটেৰে বাট বুলিবি নিজেই সময়ত ঠিক কৰি লবি।' মাকৰ মৃত্যু নোহোৱালৈকে ৰূপেশ্বৰে ধৰ্ম সলনি কৰা নাছিল।

ফকীৰৰ এতীমখানাত থাকোতেই তাক নি ওচৰৰ এখন স্কুলত নাম লগাই দিয়া হৈছিল। অনাথালয়ৰ দহজনমান ল'ৰাৰ লগতে সিও সেইখন স্কুলৰে পৰা এল-পি স্কুলৰ শিক্ষা শেষ কৰিলে। তাৰ পাছতে ওচৰতে থকা এম-ই স্কুলতো ফকীৰে তাক

নাম লগাই দিলে। ছমাহমান পঢ়াৰ পাছতে সি বাবাক ক'লে, 'বাবা, মই আৰু স্কুললৈ নাযাওঁ। মোক খেতি-বাতিৰ কাম শিকিবলৈ সুবিধা কৰি দিয়ক'। বাবাই হাঁহি হাঁহি ক'লে, 'হেৰ', মই ফকীৰ মানুহ, মোৰতো নিজৰ বুলিবলৈ মাটি-বাৰী নাই। তই ক'ত খেতি কৰিবি? তথাপি বাৰু চাওঁ, কিবা সুবিধা কৰিব পাৰো নেকি?' এতীমখানাৰ কাষতে থকা মুছলিম মানুহৰ গাঁওখনৰ গাঁওবুঢ়া চমছেৰ আলীয়ে ফকীৰ চাহেবক যথেষ্ট শ্ৰদ্ধা-ভক্তি কৰাৰ লগতে এতীমখানাৰ বহুখিনি প্ৰয়োজন পূৰ্ণ কৰিবলৈ চেষ্টা কৰে। অনাথালয়ৰ বাবে প্ৰয়োজনীয় চাউলখিনি তেখেতেই যোগান ধৰাৰ উপৰিও আন বহু প্ৰকাৰে সহায় কৰে। তিনিটাকৈ ভঁৰাল ঘৰ থকা চমছেৰ আলীৰ খেতি-বাৰী অজস্ৰ যদিও মানুহজন বৰ চাধাচিধা, অকণো অহংকাৰ নাই। ফকীৰে তেখেতক ৰূপেশ্বৰৰ ইচ্ছাৰ কথাটো ক'লে। ইতিমধ্যে ৰূপেশ্বৰ ৰূপচাঁদ আলী হৈছে। গাঁওবুঢ়াই ফকীৰক ক'লে, 'ল'ৰাটোৱে এতীমখানত থাকি মোৰ ইয়াত খেতি-বাতিৰ কাম কৰিবলৈ কষ্ট পাব। তাতোকৈ তাক মোৰ লগতে থাকিবলৈ নিদিয়ে কিয়?' বাবাই গাঁওবুঢ়াৰ যুক্তিত পতিয়ন গ'ল। ৰূপেশ্বৰে কিন্তু ইমান দিনৰ সান্নিধ্য এৰি যাবলৈ প্ৰথমতে আপত্তি কৰিছিল। ফকীৰে তাক বুজালে— 'হেৰ' বোপাই, তইতো সদায় এই এতীমখানাতে থাকিব নোৱাৰিবি। এদিন আমাৰ লগ তই এৰিবই লাগিব। গাঁওবুঢ়া ভাল মানুহ, তই তেওঁৰ লগত থাকি বেয়া নাপাব। তই যা, মোৰ দোৱা তোৰ লগত সদায় থাকিব।'

গাঁওবুঢ়াই ৰূপেশ্বৰৰ জীৱনৰ গতিকে সলনি কৰি দিলে। প্ৰথম কিছুদিন তেওঁৰ ঘৰৰ এটি কোঠাতেই ৰূপেশ্বৰক থাকিবলৈ দিছিল। পাছত ঘৰৰ কাষতে এটা কোঠা সাজি দি ৰূপেশ্বৰক ক'লে, 'তই মোৰ লগত থাকিবলৈ ললে নিজৰ ভৰিত নিজে থিয় দিবলৈ শিকা নহব। তই এইটো ঘৰত বেলেগে থাক। এতিয়া বাৰু আমাৰ লগতে খাবি। তিনিমাহৰ পাছত কিন্তু নিজৰ ব্যৱস্থা নিজে কৰি লবি।' গাঁওবুঢ়াই ৰূপেশ্বৰক খেতি-বাতি বৰ ভালকৈ শিকাই-বুজাই দিলে। দুবছৰমানৰ পাছত তাক কলিয়াবৰলৈ লৈ গৈ নিজৰ দুপুৰা মাটি তাৰ নামত কৰি দি স্বাধীনভাৱে জীৱন-যাপন কৰাৰ বাট দেখুৱাই দিলে। ইতিমধ্যে অৱশ্যে সি ৰূপচাঁদ নাম লৈ গাঁৱৰ মুছলমান মানুহখিনিৰ সৈতে এক হৈ গৈছিল। কামৰ প্ৰতি থকা তাৰ নিষ্ঠা আৰু অধ্যৱসায়ে তাক অতি সোনকালে এজন সফল খেতিয়ক কৰি তুলিলে। গাঁৱৰে মনচুৰ আলীৰ জীয়েক হাফিজাক বিয়া কৰোৱাৰ পাছৰে পৰা ৰূপচাঁদৰ ভাগ্যৰ চকৰি সলনি হৈ গ'ল। তিনি বছৰমান নৌ যাওঁতেই, মানে তাৰ ডাঙৰ ল'ৰা জমছেদৰ জন্মৰ পাছতেই ৰূপচাঁদ অঞ্চলটোৰ ভিতৰত কৃতী খেতিয়ক বুলি জনাজাত হৈ পৰিল। ইতিমধ্যে সি খেতিৰ মাটি বৃদ্ধি কৰাৰ লগতে ধান খেতিৰ উপৰিও আন বাম খেতিতো হাত দিলে। তাৰ নিজৰ পৰিশ্ৰমৰ উপৰিও খেতিৰ কামত তাক সহায় কৰা পৰিশ্ৰমী মানুহখিনিৰ সহায়ত তাৰ পথাৰত উৎপন্ন হোৱা

শাক-পাচলিয়ে অঞ্চলটোত ভাল বজাৰ পালে। কেইবছৰমানৰ ভিতৰতে ৰূপচাঁদ আলী এজন অগ্ৰণী কৃষকৰূপে বিখ্যাত হৈ পৰিল। ইতিমধ্যে তেওঁৰ সংসাৰো ডাঙৰ হ'ল। তিনিটা ল'ৰা আৰু দুজনী ছোৱালীৰ দেউতাক হ'ল। ডাঙৰটো ল'ৰা জমছেদ খেতি-বাতিৰ কামতে সৰুৰে পৰা ব্যস্ত হোৱাত পঢ়া-শুনা বেছি কৰিব নোৱাৰিলে। তাতে সেই সময়ত অঞ্চলটোত স্কুলৰ সংখ্যাও আছিল কম, হাইস্কুলত পঢ়িবলৈও পাঁচমাইল খোজ কাঢ়িব লাগিছিল। জমছেদ সম্পূৰ্ণৰূপে খেতিয়ক হ'ল। মাজু সন্তান মুবিনাই এল-পি স্কুলৰ ডেওনা পাৰ হওঁতেই জখলা বন্ধাৰ প্ৰসিদ্ধ ব্যৱসায়ী হেকিম খানৰ ল'ৰাৰ লগত বিয়া হৈ গ'ল। তাইৰ পিছৰ ল'ৰা মাজু পোনা, অৰ্থাৎ চেখাৱত আলীয়ে অৱশ্যে সুকলমে শিক্ষা শেষ কৰি নগাঁৱৰ পৰা বি-এ পাছ কৰি স্থানীয় হাইস্কুলখনতে সহকাৰী শিক্ষকৰ চাকৰি কৰি প্ৰতিষ্ঠিত হ'ল। তাৰ পিছৰ ল'ৰাটো মানে চাহজামালে মেট্ৰিক পাছ কৰিয়েই ডিব্ৰুগড়ত ফাৰ্মেচিষ্ট পঢ়ি সেইফালৰে এখন চাহ বাগিচাত চাকৰি ল'লে। ৰূপচাঁদৰ একেবাৰে নুমলীয়া সন্তান কুলচুমৰ বাবেই তেওঁ নিজৰ স্থান ত্যাগ কৰিবলগীয়া হ'ল।

ৰূপচাঁদৰ পৰিয়ালটোক যিসকলে জানে, তেওঁলোকে এনেকৈ কোৱা বুলি শুনিলে আচৰিত হ'ব। কাৰণ নুমলীয়া সন্তান বুলিয়েই নহয়, কুলচুম সঁচাকৈয়ে মৰম কৰিবলগীয়া ছোৱালী। ৰূপচাঁদ নিজে সভা-শুৱনী মানুহ নাছিল। তেওঁৰ পৰিবাৰ অৱশ্যে দেখনিয়াৰ ছোৱালীয়েই আছিল। কুলচুম কিন্তু বৰ ধুনীয়া ছোৱালী আছিল। তদুপৰি, তাইৰ স্বভাৱ-চৰিত্ৰ আৰু আচাৰ-ব্যৱহাৰে সকলোকে আকৰ্ষিত কৰিছিল। ৰূপচাঁদে তেওঁৰ এই ছোৱালীজনীক ইমানেই ভাল পাইছিল যে মোমায়েকহঁতৰ ঘৰত বিয়া-বাৰু, সকাম-নিকাম বুলি মাকৰ লগতে কুলচুম কেইদিনমানৰ বাবে ঘৰৰ পৰা আঁতৰ হ'লেও তেওঁৰ মন-মেজাজ বেয়া হৈ গৈছিল। ঘৰত থকা মানুহখিনিক সৰু কথাতে বা কেতিয়াবা অকাৰণতে খং কৰা, পথাৰত কাম কৰা মানুহবোৰৰ খুঁত উলিয়াই থকা আৰু আনকি মজজিদত অকণমান কথাত ইমামৰ লগতে তৰ্ক কৰা আদিৰ দ্বাৰা তেওঁৰ বিৰক্তি প্ৰকাশ কৰিছিল। কুলচুম ঘৰলৈ ঘূৰি অহাৰ পাছৰে পৰা অৱশ্যে তেওঁৰ প্ৰকৃত শান্ত, ধৈৰ্যশীল আৰু মিঠামুখীয়া স্বভাৱ ঘূৰি আহিছিল।

বোকাখাতৰ বিখ্যাত ব্যৱসায়ী আৰু ঠিকাদাৰ আব্দুল আজিজ সমগ্ৰ অঞ্চলটোতে জনাজাত মানুহ। তেওঁৰ প্ৰতি সদ্ভাৱ নথকা স্থানীয় কিছু মানুহে আজিজৰ বিষয়ে বহুতো বিৰূপ মন্তব্য দিয়ে যদিও সেইবোৰৰ উৎস তেওঁলোকৰ ঈৰ্ষা বুলিলেও ভুল নহয়। অৱশ্যে সমালোচকে কোৱা এটা কথা ঠিক যে আজিজৰ ককাক অঞ্চলটোৰ মূল মানুহ নহয়, কুৰি শতিকাৰ প্ৰথম ভাগতে গৰিমি ঘাট অঞ্চলত কাম কৰিবলৈ লোৱা পূৰ্ববংগৰ চট্টগ্ৰাম অঞ্চলৰ পৰিয়াল কেইটামানৰহে বংশধৰ। জাহাজ কোম্পানীৰ সৈতে জড়িত

হৈ নিজ জন্মভূমি এৰা এই পৰিয়ালকেইটাই প্ৰথমতে গমিৰি অঞ্চলত আৰু তাৰ পাছত ব্ৰহ্মপুত্ৰ পাৰ হৈ বোকাখাত অঞ্চলত থাকিবলৈ লয়। আজিজৰ দেউতাকে অঞ্চলটোত থকা চাহবাগিচাসমূহত চাহপাত কঢ়িয়াবলৈ প্ৰয়োজন হোৱা বেতৰ টুকুৰি সৰবৰাহৰ ঠিকা লৈয়েই ব্যৱসায় আৰম্ভ কৰিছিল। তাৰ পৰা উন্নতি কৰি চাহ বাগিচাৰ শ্ৰমিকৰ ঘৰ সজাৰ কাম কৰিবলৈ ল'লে। এনেকৈয়ে সৰু-সুৰা ঠিকা-ঠুকলি কৰি ব্যৱসায় বৃদ্ধি কৰি এসময়ত চৰকাৰী বিভাগতো এক নম্বৰী ঠিকাদাৰৰ মৰ্যাদা পালে। আজিজৰ দুটা ভায়েকৰ মাজুটোৱে কাঠৰ ব্যৱসায় আৰম্ভ কৰিলে। সেই সংক্ৰান্ততে বন বিভাগৰ সৈতে সম্পৰ্ক হ'ল আৰু ঘটনাচক্ৰত অসাধু বিষয়া-কৰ্মচাৰীৰ উপৰিও বনজ সম্পদ লগত জড়িত এটি দুৰ্দান্ত দুষ্ট চক্ৰৰ সম্পৰ্কলৈ আহিল। ভায়েকৰ ব্যৱসায়ত উন্নতি দ্ৰুত হোৱাতহে আজিজে ভায়েকৰ এই অন্ধকাৰ দিশটোৰ কথা গম পালে। তেওঁ ভায়েক চাহজামালক এই বিষয়ত সতৰ্ক হ'বলৈ আৰু পৰাপক্ষত অসাধু চক্ৰৰ পৰা নিলগত থাকিবলৈ সকিয়াইছিল। কিন্তু চাহজামাল তেতিয়া যিমান পাৰে আৰু যিমান খৰকৈ পাৰে ওপৰলৈ উঠাৰ চিন্তাত বিভোৰ। ককায়েকৰ সকিয়নীলৈ কাণসাৰ দিয়াৰ অৱসৰ ক'ত তাৰ?

এইবিলাক খবৰ অলপ অতিৰঞ্জিত হৈ ৰূপচাঁদৰ কাণতো পৰিছিল। সেই বাবে কুলচুমৰ বিয়াৰ সম্পৰ্ক লৈ আজিজৰ মাজু পুতেক ফাইজুৰৰ বাবে প্ৰথমতে যেতিয়া প্ৰস্তাৱ আহিছিল, তেতিয়া তেওঁ সন্মতি দিবলৈ সংকোচ বোধ কৰিছিল। পৰিয়ালটোৰ শিপাৰ কথাতকৈ ল'ৰাটোৰ দদায়েকৰ ব্যৱসায় সংক্ৰান্তীয় খবৰবোৰেহে তেওঁক নিৰুৎসাহিত কৰিছিল। আল্লাই তোমাক সু-স্বাস্থ্য দিছে, চিন্তা কৰিবলৈ শক্তি দিছে, ভাল বেয়া বিচাৰ কৰিবলৈ তুমি উপযুক্ত পৰিৱেশ আৰু শিক্ষা পাইছা— তাৰ পাছতনো তুমি অবাটে যোৱাৰ প্ৰয়োজন কি? এইবোৰ কথাৰ বাবেই ৰূপচাঁদে আজিজ চাহেবৰ পুতেকৰ বিষয়ত ভাল খবৰ পোৱা সত্বেও তেওঁৰ লগত কুলচুমৰ সম্পৰ্কৰ বিষয়ত ল'ৰা ঘৰক খাটাং কথা কবলৈ থেৰো-গেৰো কৰি আছিল। কম্বল বাবাৰ সান্নিধ্যত থকা সময়খিনিয়ে ৰূপচাঁদক টকা-পইচাক হাতৰ মলি বুলি মনে-প্ৰাণে বিশ্বাস কৰিবলৈ শিকাইছিল বাবেই সোঁহাতে-বাওঁহাতে ধন ঘটাৰ আকৃতি তেওঁ বেয়া পাইছিল। কিন্তু পৰিয়ালৰ আনবোৰ সদস্য আৰু বোকাখাতৰ ফালে থকা তেওঁৰ চিনাকি মানুহৰ পৰা ফাইজুৰৰ সম্পৰ্কত যোগাত্মক তথ্য পাই তেওঁ বিয়াখনত সন্মতি দিলে। আৰু বিয়াৰ পাছত পৰিয়ালটোৰ সৈতে ঘনিষ্ঠ সম্বন্ধ হোৱাৰ পাছত ৰূপচাঁদ আশ্বস্ত হ'ল যে দদায়েকৰ কাম-কাজবোৰ সন্দেহযুক্ত নহয় যদিও তেওঁৰ আচৰণে পৰিয়ালৰ আনবোৰ মানুহ আৰু বিশেষকৈ আজিজ চাহেবৰ ল'ৰা-ছোৱালীবোৰক প্ৰভাৱিত কৰিব পৰা নাই। ফাইজুৰতো সঁচাকৈয়ে বৰ ভাল ল'ৰা। পাণবাৰী নিম্ন প্ৰাইমেৰী বিদ্যালয়ত শিক্ষকতা কৰা ফাইজুৰৰ স্বভাৱ-চৰিত্ৰৰ বিষয়ত নিশ্চিন্ত হোৱাৰ পাছত ৰূপচাঁদে নুমলীয়া জীয়েক কুলচুমৰ বিয়াখন ধুমধামেৰে পাতি তেওঁৰ শেষ পাৰিবাৰিক দায়িত্ব সম্পন্ন কৰিলে।

ফাইজুৰৰ কোনো প্ৰকাৰৰ চাৰিত্ৰিক দুৰ্বলতা নাছিল। সি আছিল পিতৃ-মাতৃ গুৰুজনৰ প্ৰতি শ্ৰদ্ধাশীল, শিক্ষক হিচাবে নিজৰ কৰ্তব্যৰ প্ৰতি নিষ্ঠাবান আৰু ধৰ্ম-কৰ্ম আৰু সামাজিক কামত আগৰণুৱা যুৱক। যৌৱনসুলভ কোনো ধৰণৰ বিচ্যুতি ফাইজুৰৰ গাত নাছিল। দুৰ্বলতা বুলিবলৈ ফাইজুৰে চিকাৰ কৰি বৰ ভাল পাইছিল। দেউতাকৰ নামত থকা এটা দু-নলীয়া বন্দুকৰ উপৰিও গোলাঘাট-যোৰহাটলৈ দৌৰা-দৌৰি কৰি সি নিজৰ নামতো বন্দুকৰ লাইচেন্স যোগাৰ কৰি লৈছিল। সিহঁতৰ অঞ্চলটোত সহজে পোৱা বন্য জন্তুৰ ভিতৰত সি চৰাই চিকাৰ কৰিয়েই বেছি ভাল পাইছিল যদিও মাজে-সময়ে তাৰ চিকাৰী বন্ধু-বান্ধৱৰ লগত সি পহু চিকাৰো কৰিছিল। এই পহু চিকাৰলৈ গৈয়ে ফাইজুৰ আৰু জীৱিত অৱস্থাত ঘূৰি নাহিল। প্ৰকৃত ঘটনাটো কি আছিল, সেয়া ৰহস্যাবৃত হৈয়েই থাকিল যদিও তাৰ লগত যোৱা বন্ধু-বান্ধৱৰ মতে, দুৰ্ঘটনাক্ৰমে গুলি ভৰ্তি বন্দুকৰ ট্ৰিগাৰত ফাইজুৰে ভুলতে হাত দিয়াৰ বাবে নিজৰ গুলি ফুটি তেওঁৰ মূৰত লাগিল। তাৰ লগৰ বন্ধুকেইজনে কিবা কৰিবলৈ পোৱাৰ আগতেই ফাইজুৰৰ হাবিৰ মাজতে মৃত্যু হ'ল। তাৰ দেউতাক এই কথাত পতিয়ন নগ'লেও কোনো নিৰ্ভৰযোগ্য প্ৰমাণ অবিহনে কাকো সন্দেহ কৰা শোভনীয় নহয় বুলি ভাবি তেওঁ নিজৰ পুত্ৰৰ অকাল আৰু ভয়ানক মৃত্যুৰ বেদনা বুকুতে সুমুৱাই থলে। কুলচুম তেতিয়া পাঁচমহীয়া গৰ্ভৱতী।

মৃত্যুৰ পৰৱৰ্তী কাম-কাজবোৰ শেষ হোৱাৰ পাছত কুলচুমে বাপেকৰ আগত পিতৃগৃহলৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰাত শহুৰেকে হকা-বাধা নকৰিলে। ফাইজুৰৰ মৃত্যুৰ চল্লিশ দিনৰ পাছত পতা 'মিলাদ' অনুষ্ঠানৰ কাম শেষ হোৱাত ৰূপচাঁদে আহি জীয়েকক লৈ গ'ল। যথা সময়ত কুলচুম এটি পুত্ৰ সন্তানৰ মাক হ'ল। ল'ৰাটোৰ তিনিমাহ হোৱাৰ পাছত বোকাখাতৰ পৰা খবৰ গ'ল যে পাছৰ ৰবিবাৰে কুলচুম আৰু কেচুৱাক নিবলৈ আজিজ চাহাৰে টেক্সী পঠিয়াব। অৱশ্যে তাৰ পূৰ্বেই কুলচুমে মাক-দেউতাকক জনাই দিছিল যে তাই আৰু বোকাখাতৰ শহুৰেকৰ ঘৰলৈ যাবলৈ ইচ্ছা নকৰে। স্বামীৰ স্মৃতি-বিজড়িত ঠাইখনে তাইক শান্তিৰে জীয়াই থাকিবলৈ নিদিব। তাই বোকাখাতলৈ আৰু ঘূৰি নাযায়, তাই মাক-বাপেকৰ লগতে থাকিব।

জীয়েকৰ সিদ্ধান্তৰ কথা গম পাই ৰূপচাঁদ বৰ বিপাঙত পৰিল। সমাজত বাস কৰিলে মানুহৰ মতামতৰ কথাও চিন্তা কৰিব লাগিব। সামাজিক ব্যৱস্থাৰে নিকাহ দি উলিয়াই দিয়া ছোৱালী এজনী শহুৰেকৰ ঘৰতে থাকিব লাগে। তাৰ ব্যতিক্ৰম হ'লে তাৰ দায়িত্ব ৰূপচাঁদেই ল'ব লাগিব। কুলচুমক স্বামীগৃহলৈ পঠিওৱাৰ দায়িত্ব বাপেক হিচাবে ৰূপচাঁদৰে। সেইবাবে জীয়েকৰ সিদ্ধান্তত তেওঁ বিব্ৰত হ'ল। তথাপিও মৰমৰ জীয়েকৰ ইচ্ছাৰ বিৰুদ্ধে যাবলৈ বেয়া পাই ৰূপচাঁদে বিয়েয়েকক তেওঁৰ পৰিস্থিতিৰ

বিষয়ে বুজাবলৈ এদিন বোকাখাত ওলালগৈ। ইমানদিনে সকলো কথাকে যুক্তিপূৰ্ণভাৱে চিন্তা কৰা বুলি ভবা মানুহজনে এইবাৰ কিন্তু সম্পূৰ্ণ বেলেগ ৰূপত তেওঁৰ লগত কথা পাতিবলৈ ললে। আব্দুল আজিজৰ স্থিৰ মত হ'ল— 'আপুনি ছোৱালী বিয়া দিলে যেতিয়া সুখে-দুখে আপোনাৰ ছোৱালী আমাৰ ইয়াতেই চিৰদিন থাকিব লাগিব। মোৰ ল'ৰা গ'ল বুলিয়েই এইখন ঘৰৰ লগত আপোনাৰ ছোৱালীৰ সম্পৰ্কে ছিঙি গ'ল— এয়া কোন দেশৰ নিয়ম? মই হ'লে কৈ দিছো— কুলচুম যদি এইখন ঘৰলৈ নাহে, তেন্তে আমাৰ পৰিয়ালৰ সৈতে সকলো সম্পৰ্ক তাইৰ শেষ হ'ব। তাই নাইবা তাইৰ ল'ৰাই আমাৰ সম্পত্তিৰ একো ভাগ দাবী কৰিব নোৱাৰিব।' মানুহটোৰ কথাবোৰ শুনি ৰূপচাঁদৰ প্ৰচণ্ড খং উঠিছিল যদিও অসীম ধৈৰ্যৰে খং সম্বৰণ কৰি তেওঁ মাত্ৰ লাহে লাহে ক'লে, 'বিয়ৈ চাহেব, আপোনাৰ বা মোৰ সম্পত্তিয়ে মোৰ দুৰ্ভগীয়া ছোৱালীজনী নাইবা তাইৰ পিতৃহাৰা পোনাটোৰ ভাগ্য সলনি কৰিব নোৱাৰে। প্ৰত্যেক মানুহেই নিজৰ নিজৰ তক্দীৰ লৈ দুনিয়ালৈ আহে। আপোনাৰ সম্পত্তি আপুনিয়েই লৈ থাকক। মোৰ ছোৱালীজনীক মাত্ৰ আপোনালোকে মুক্তি দিয়ক।'

নুমলীয়া জোৱাঁয়েকৰ ঘৰৰ সৈতে চিৰকাললৈ সম্পৰ্কে ছেদ কৰি ঘৰলৈ ঘূৰি আহি ৰূপচাঁদে আৰু কেইটামান সিদ্ধান্ত ল'লে। নিজৰ ল'ৰা কেইটাৰ মাজত সমগ্ৰ সম্পত্তি ভগাই দি তেওঁ মৰঙীলৈ উঠি যোৱাৰ সিদ্ধান্ত ল'লে। পুতেকহঁতে এই সিদ্ধান্তত তীব্ৰ আপত্তি কৰিছিল, কন্দা-কটা কৰিছিল। বাপেকে যদি নিজৰ ঠাই এৰি যায়, তেন্তে সিহঁতো সেই ঠাইত নাথাকিব বুলি জনাই দিলে। ৰূপচাঁদে ক'লে, 'তহঁতি অবুজনৰ দৰে কথা নকবিচোন। মই মোৰ নিজৰ কাৰণে এইখন ঠাই এৰিব খোজা নাই নহয়। মই এই সিদ্ধান্ত লৈছো মাজনীৰ কাৰণে, মানে কুলচুমৰ কাৰণে আৰু বিশেষকৈ তাইৰ ল'ৰাটোৰ কাৰণে। জীৱনৰ এটা অধ্যায় সমাপ্ত কৰি আন এটা নতুন অধ্যায় আৰম্ভ কৰাৰ মোৰ অভিজ্ঞতা আছে। তহঁতি ইয়াতে থাক। মই, মাজনী, পোনাকণ আৰু মাৰক লৈ মৰঙীত এটা সম্পূৰ্ণ নতুন জীৱন আৰম্ভ কৰিবলৈ বিচাৰিছো। তহঁতি মোৰ সন্তান, তহঁতি নহয়, মইহে তহঁতক দোৱা কৰিব লাগে। কিন্তু মোৰ এই দুখুনী ছোৱালীজনী, তহঁতৰ ভনীয়েৰ কুলচুম আৰু তাইৰ সন্তানটোৰ বাবে মইহে তহঁতৰ দোৱা বিচাৰিছো। তহঁতক যেনেকৈ জীৱনত প্ৰতিষ্ঠিত কৰিবলৈ আল্লাই মোক শক্তি দিলে, এই মাউৰা পোনাটিকো যাতে তেনেকৈ প্ৰতিষ্ঠিত কৰিব পাৰো, তাৰ বাবে যেন আল্লাই মোক শক্তি দিয়ে।'

সেই মাউৰা ল'ৰাটোৱেই হ'ল ডাঃ মকবুল হুছেইন।

)))

# দশম খণ্ড

যিটো বয়সত কথাবোৰ খোলোচাকৈ জানিবলৈ হেমিদুৰৰ মনত অপাৰ কৌতূহলৰ সৃষ্টি হৈছিল, সেই সময়ত জনা নহ'ল। জনা নহ'ল মানে হেমিদুৰহঁতে তেতিয়া এনেবোৰ কথা আনহে নালাগে নিজৰ লগ-সমনীয়াৰ লগতো মুকলিকৈ পতাৰ পৰিৱেশ নাছিল। জানিবৰ ইচ্ছা থাকিলেও ছেক্সৰ বিষয়ে জনাৰ একো উপায়েই সিহঁতৰ বাবে নাছিল। শৰীৰ বিজ্ঞানৰ উল্লেখ পৰ্যন্ত সিহঁতৰ বাবে নিষিদ্ধ বিষয় আছিল। সেই বাবে, সিহঁতৰ মন আৰু মগজুত ছেক্সৰ বিষয়ত অবৈজ্ঞানিক জ্ঞান সোমাবলৈ সুবিধা পাইছিল। নাৰীৰ শৰীৰৰ বিষয়ত কৈশোৰ-যৌৱনৰ আহুকলীয়া সময়ছোৱাত হেমিদুৰহঁতৰ কৌতূহলৰ নিৰসন হৈছিল যৌন সম্বন্ধীয় অবৈজ্ঞানিক আৰু ভুল তথ্য সম্বলিত সস্তীয়া পৰ্ণগ্ৰাফীৰ আবৰ্জনাসদৃশ নিষিদ্ধ কিতাপ-আলোচনীৰ পৰা। পঢ়াৰ বাহিৰে আন অলাগতিয়াল কাম-কাজত ব্যস্ত হৈ একোটা শ্ৰেণীতে কেইবা বছৰ ধৰি পঢ়ি থকা সিহঁততকৈ ডাঙৰ সহপাঠীসকলেই সিহঁতক ছেক্স সম্বন্ধে জ্ঞানদানৰ দায়িত্ব উপযাচি গ্ৰহণ কৰিছিল। মানৱ শৰীৰৰ যিবোৰ অংগৰ নাম উল্লেখো সিহঁতৰ বাবে নিষিদ্ধ আছিল, সেইবোৰৰ বিষয়ে বিশদ কিন্তু ভুল তথ্য এই অকাল-পক্ক 'দাদা'হঁতৰ পৰাই হেমিদুৰহঁতে পাইছিল। সেইবাবে আমিনা মাহীৰ জীৱনৰ প্ৰকৃত গোপন তথ্যবোৰ জানিবলৈ তাৰ আগ্ৰহৰ কথাও কাকো ক'ব পৰাৰ পৰিৱেশ নাছিল। তাৰ দেউতাকৰ ওচৰলৈ অহা বিভিন্ন শ্ৰেণীৰ মানুহৰ সান্নিধ্য, চিকিৎসক নানায়েকৰ ওচৰলৈ ৰোগী হিচাবেই হওক বা আন প্ৰয়োজনতে হওক, নানা কাৰণত অহা মানুহবোৰৰ কথা-বতৰাৰ বুজা-নুবুজা তথ্য, তাতোকৈ জ্যেষ্ঠ আত্মীয়সকলৰ পৰা ওফৰি পৰা জ্ঞান আৰু সৰ্বোপৰি জীৱনৰ গঠনমূক সময়খিনিত বিভিন্ন সূত্ৰৰ জৰিয়তে পঢ়িবলৈ সুবিধা পোৱা কিতাপ-পত্ৰই হেমিদুৰক বয়সতকৈ আগতেই পৰিপক্ক হ'বলৈ সুবিধা আনি দিছিল। ইয়াৰ পৰা লাভ যেনেকৈ হৈছিল, তেনেকৈয়ে এই পৰিস্থিতিয়ে তাক মানসিক যন্ত্ৰণাৰ মাজলৈও লৈ গৈছিল। বিশেষকৈ আমিনা মাহীটিৰ জীৱনৰ অজ্ঞাত ৰহস্যৰ বিষয়ত তাৰ মনলৈ অহা ভাৱবোৰে তাক বৰ কষ্ট দিছিল।

তাৰ প্ৰধান কাৰণ আছিল এয়ে যে আমিনা মাহীটিৰ ব্যক্তিত্বই হেমিদুৰক অপ্ৰতিৰোধ্যভাৱে আকৰ্ষিত কৰিছিল। মাহীটিৰ শাৰীৰিক গঠন, চেহেৰা-পাতি, মাত-কথা, ব্যৱহাৰ আদিয়ে তাক ইমান বেছিকৈ মোহিত কৰিছিল যে তাৰ সৈতে

মানুহগৰাকীয়ে অতি সহজভাৱে বয়সৰ ব্যৱধান অনুসৰি তাৰ লগত কৰা ব্যৱহাৰ সত্ত্বেও আমিনা মাহীৰ সান্নিধ্যই তাক বিব্ৰত কৰি তুলিছিল। মানুহগৰাকীৰ উপস্থিতিৰ বিষয়ে প্ৰয়োজনতকৈ অধিক সতৰ্ক হ'বলৈ ধৰা সময়খিনিত তেখেতৰ বয়স নিশ্চিতভাৱে চল্লিশৰ ওপৰত আৰু হেমিদুৰৰ বয়স ষোল্ল-সোতৰ বছৰ হ'ব। অভাৱ-অনাটন, পৰিয়ালৰ আপোনজনৰ অৱহেলা-ভ্ৰূকুটি, সাধাৰণভাৱে জীয়াই থাকিবৰ বাবে কৰা কঠোৰ সংগ্ৰাম, একমাত্ৰ পুতেকক বিপদ-আপদৰ পৰা ৰক্ষা কৰিবলৈ কৰা একক প্ৰচেষ্টা— ইত্যাদি দুৰূহ সমস্যা সত্ত্বেও মানুহগৰাকীৰ শাৰীৰিক লাৱণ্য ম্লান পৰা নাছিল। বহুত বছৰৰ পাছত হেমিদুৰে গম পাইছিল যে আমিনা মাহীটিয়ে তেওঁৰ সুষম শৰীৰ আৰু লাৱণ্যৰ বাবে কম সমস্যাৰ সন্মুখীন হ'ব লগা হোৱা নাছিল। যৌৱনৰ দুৱাৰদলিত খোজ পেলোৱাৰ সময়খিনিতে আমিনা মাহীৰ উপস্থিতিৰ পৰাই হেমিদুৰৰ মন মগজুত ঘটা আলোড়নৰ পৰাই সি মাহীটিৰ বিপদৰ উমান পাইছিল। মানুহে তেওঁৰ বিষয়ে কৰা বিৰূপ আলোচনাৰ কথা হেমিদুৰে তাৰ বন্ধু-বান্ধৱৰ জৰিয়তে সেই বয়সতে গম পাইছিল।

আনে তেওঁৰ বিষয়ে মুখৰোচক আলোচনা কৰাৰ কথা জানিলেও আমিনা মাহীটিয়ে কিন্তু হেমিদুৰহঁতৰ ঘৰখনত সদায়েই সহানুভূতিসুলভ আৰু সৌহাৰ্দপূৰ্ণ ব্যৱহাৰেই লাভ কৰিছিল। এই বিষয়ত সিহঁতৰ মাকৰ সহজ অথচ মৰ্যাদাপূৰ্ণ আচৰণত হেমিদুৰ সেই কম বয়সতে অতিশয় বিস্মিত হৈছিল। তাৰ দেউতাক আছিল শিক্ষিত, মৰ্যাদাপূৰ্ণ বৃত্তিত নিয়োজিত, অহৰহ শিক্ষিত সদাচাৰী মানুহৰ সান্নিধ্যৰে সমৃদ্ধ ব্যক্তি। পঢ়া-শুনা আৰু জ্ঞানী-গুণীজনৰ সৈতে কৰা আলোচনাই তেখেতৰ দৃষ্টিভংগী আৰু দৰ্শনলৈ উদাৰতা অনাটো আছিল স্বাভাৱিক কথা। কিন্তু তাহাঁতৰ মাকৰতো আনুষ্ঠানিক শিক্ষা নাছিল বুলিলেই হয়। তদুপৰি সেই যুগত মুছলিম মহিলাসকলে সামাজিক আচৰণ আদিৰ সম্পৰ্কত উচ্চ পৰ্যায়ৰ আলোচনাৰ অংশীদাৰ হ'বলৈ সুবিধা পোৱা নাছিল। আচলতে সিহঁতৰ মাকহঁতে সাধাৰণ ক্ষুদ্ৰাতিক্ষুদ্ৰ দৈনন্দিন কথাৰ বাহিৰে আন সামাজিক বিষয়ৰ ওপৰত কথা পাতিবলৈ অৱসৰ পোৱা নাছিল। দিনটোৰ চৌবিছ ঘণ্টাৰ ভিতৰৰে সাৰ পাই থকা সময়খিনিৰ বেছি ভাগেই অতিবাহিত হৈছিল পুৱাৰ চাহ জলপানৰ পৰা আৰম্ভ কৰি নিশাৰ ভাত সাঁজৰ বাবে কৰা বিস্তৃত আয়োজনৰ ব্যস্ততাত। আনকি চাহ একাপ কৰিবলৈকে তেওঁলোকে আজিৰ মহিলাতকৈ চাৰিগুণ অধিক সময় ব্যয় কৰিব লাগিছিল। তাৰ পাছত অৱসৰ বুলিবলৈ যিকণ সময় পাইছিল, সেই সময়খিনিত যিবোৰ মহিলাৰ সৈতে সম্পৰ্ক স্থাপন কৰিবলৈ সুবিধা পাইছিল তেখেতসকলৰ শাকখোৱা, মাছখোৱা আৰু পৰনিন্দাৰ বাহিৰে আন বিষয়ে কথা পাতিবলৈ উৎসাহ নাছিল। তথাপিও কিন্তু হেমিদুৰৰ মাকে আমিনা মাহীৰ সৈতে যি ধৰণৰ ব্যৱহাৰ কৰিছিল, তাত সি বিস্মিত নহৈ নোৱাৰিছিল। মাহীটিৰ সম্পৰ্কে মানুহৰ মাজত আলোচনা হোৱা কথাবোৰ সঁচা

আছিল নে মিছা আছিল, সেয়া বেলেগ কথা, কিন্তু সেই আটাইবোৰ আলোচনাই মানুহগৰাকীক অন্ততঃ তেওঁক চিনি পোৱা মানুহবোৰৰ অন্তৰত বিতৃষ্ণাৰ ভাব জগাই তুলিছিল। অন্ততঃ তিৰোতা মহলত আমিনা মাহীটি আছিল অপাংক্তেয়। তাৰ মাক আমিনা মাহীৰ কেনে ধৰণৰ বায়েক হয়, সেই তথ্য বহুদিনলৈকে হেমিদুৰে জনা নাছিল। সিহঁতৰ ঠাইখনত তাৰ মাকৰ সম্বন্ধীয় মানুহ থকাৰ কথা নহয় আৰু আচলতে কোনো আপোন মানুহ নাছিলো। তথাপিও আমিনা মাহীনো কেনেকৈ সিহঁতৰ মাহীয়েক হ'ল, সেই কথাটো তাৰ জানিবৰ মন গ'লেও মানুহগৰাকীৰ সৈতে সিহঁতৰ ঘৰখনত সম্পৰ্ক ইমান নিবিড় হৈ গৈছিল যে তাৰ পাছত আৰু সম্পৰ্কৰ তথ্যৰ অনুসন্ধান একেবাৰে অপ্ৰয়োজনীয় হৈ গৈছিল। সৰহীয়াকৈ কিবা খোৱা বস্তু ঘৰলৈ আহিলে আমিনা মাহীটিৰ বাবে তাৰ এটা অংশ আছুতীয়াকৈ থৈ দিয়া মাকৰ অভ্যাসত পৰিণত হৈছিল। তাৰ দেউতাকেও ঈদে-বক্ৰীদে ঘৰৰ মানুহৰ বাবে নতুন কাপোৰ কিনাৰ সময়ত আমিনা মাহীটি আৰু তেওঁৰ ল'ৰা জিয়াউৰৰ বাবেও কাপোৰ কিনি অনা এটা বাৎসৰিক নিয়ম হৈ গৈছিল। পিছত অৱশ্যে সি জানিছিল যে আমিনা মাহীৰ লগত সিহঁতৰ পৰিয়ালৰ ৰক্তৰ সম্পৰ্ক নাছিল। আমিনাই হেমিদুৰহঁতৰ মাকক বাইটি আৰু দেউতাকক ভিণ্টী বুলি সম্বোধন কৰাৰ বাবেই তেওঁ সিহঁতৰ মাহীটি হৈ পৰিছিল। সিহঁতৰ দেউতাকৰ লগত হেমিদুৰহঁতৰ সম্পৰ্ক সহজ আৰু খোলা আছিল যদিও আমিনা মাহীৰ সম্পৰ্কত তেখেতক সুধিবলৈ অন্ততঃ হেমিদুৰৰ সাহ নাছিল। তাৰ প্ৰধান কাৰণ আছিল হেমিদুৰে নিজে মানুহগৰাকীক একপ্ৰকাৰ ৰহস্যময়ী নাৰীৰ দৰে কল্পনা কৰি লৈছিল। কোনেও নোকোৱাকৈয়ে আৰু কাকো নোসোধাকৈয়ে মাহীটিৰ সম্পৰ্কে এনে কিছুমান কথা সি মনতে গঢ়ি লৈছিল, যিবোৰ জ্যেষ্ঠজনক সোধাৰ কথাই নাই, আনে শুনাকৈ সেইবোৰ কথা ক'বও নোৱাৰা বিধৰ আছিল।

যেনে— সি বহুত দিনলৈকে মাহীটিৰ সম্পৰ্কত তাৰ দেউতাকৰে কিবা প্ৰকাৰৰ দুৰ্বলতা আছিল বুলি মনতে কল্পনা কৰি লৈছিল। কেতিয়াও সিহঁতে তেখেতৰ চাৰিত্ৰিক দুৰ্বলতাৰ সামান্যতম চিনো দেখা নাছিল যদিও হেমিদুৰে ভাবিছিল তাৰ দেউতাক যে মানুহগৰাকীৰ প্ৰতি ইমান সদয়, তাৰ অন্তৰালত নিশ্চয় কিবা নহয় কিবা গোপন ৰহস্য আছে। সদায় উচ্চস্তৰীয় চিন্তা-চৰ্চাতে ব্যস্ত থকা, নিয়মিতভাৱে বাধ্যতামূলক দিনটোৰ পাঁচবাৰ নামাজ আদায় কৰা, নিজে অন্যায় কৰাৰ কথাই নাই, অন্যায়ক সামান্যতনো প্ৰশ্ৰয় নিদিয়া মানুহজনৰ সম্পৰ্কত এনেবোৰ অলীক কল্পনা তাৰ মনলৈ অহা বাবে হেমিদুৰে সেইবোৰ সময়ত নিজকে অতি নিকৃষ্ট, হীন যেন অনুভৱ কৰিছিল। দেৱতাহেন দেউতাকৰ সম্পৰ্কত এনে চিন্তা তাৰ মনলৈ আহিবলৈ দিয়াৰ বাবে সি নিজকে পাপী বুলি চিহ্নিত কৰি এই পাপৰ প্ৰায়শ্চিত্তৰ বাবে আল্লাৰ ওচৰত আন্তৰিক ক্ষমা বিচাৰি

মনে মনে কান্দিছিল। দুপৰীয়া দেউতাকে ভাত-পানী খাই বিছনাত শুই থাকোতে সি তেখেতৰ বিছনাৰ কাষলৈ গৈ তেখেতৰ ভৰিৰ ফালে থিয় হৈ মনে মনে ক্ষমা খুজিছিল। আচলতে সেই সময়ত এসোপামান অসমীয়া, বাংলা, ইংৰাজী গল্প উপন্যাস পঢ়ি পেলোৱাৰ বাবে হেমিদুৰৰ মগজুত সি বলে নোৱাৰা জটিল চিন্তাই নাভূত-নাশ্রুত কল্পনাৰ জন্ম দিয়াৰ বাবেই সম্ভৱ এনেবোৰ উদ্ভট চিন্তাই তাৰ মগজুত ঠাই পাইছিল। বহুত দিনৰ পাছত আমিনা মাহীটি ঢুকুৱাৰ বহুত পাছতহে ৰহস্যৰ আঁতবোৰ তাৰ মগজুত খোল খাইছিল। আচলতে মাকেই তাৰ অন্তৰত সোমাই থকা মাহীটিৰ সম্পৰ্কীয় কৌতূহলৰ নিৰসন কৰিছিল।

তেতিয়া হেমিদুৰে চাকৰিৰ পৰা অৱসৰ পাবলৈ দুই-তিনি বছৰমান বাকী। অসমৰ প্ৰায়বোৰ ঠাইতে চাকৰি কৰি অৱসৰৰ মাত্ৰ কিছু বছৰৰ পাছতো সি নিজৰ ঠাইত কাম কৰাৰ কোনো আশাই দেখা নাছিল। প্ৰশাসনীয় সংস্কাৰৰ নামত যিমান সমিতি-আয়োগৰে পৰামৰ্শ নাথাকক কিয়, শেষত দুৰ্নীতিগ্ৰস্ত ৰাজনৈতিক নেতা আৰু তোষামোদ চাটুকাৰিতা প্ৰিয় শীৰ্ষ প্ৰশাসনিক মুৰব্বীৰ খেয়াল-খুচীতেই বিষয়াৰ বদলি-নিযুক্তি হৈ থাকে বুলি জানিয়েই হেমিদুৰে কাহানিও নিজে উদ্যোগ লৈ পচন্দৰ ঠাইত নিযুক্ত হ'বলৈ চেষ্টা কৰা নাছিল। যিমানেই আওহতীয়া ঠাইলৈকে বদলিৰ নিৰ্দেশ নাহক কিয়, সি কোনো দিনেই আপত্তি কৰা নাছিল। ডাঙৰ ল'ৰাটোৰ মেট্ৰিক পৰীক্ষাৰ ঠিক আগে আগে সি নগাঁৱৰ পৰা হাফলঙলৈ বদলিৰ আদেশ পাইছিল। সেই সময়ত সি পুতেকৰ ওচৰত থকাৰ প্ৰয়োজন আছিল। কিন্তু সি বদলিৰ আদেশ পোৱাৰ সাতদিনৰ ভিতৰতে হাফলঙত জইন কৰিলে। একেদৰে, তাৰ একমাত্ৰ ছোৱালীজনীৰ বিয়াৰ মাত্ৰ এমাহৰ আগতে পদোন্নতিসহ ধুবুৰীলৈ বদলিৰ আদেশো সি নিষ্ঠাবত পালন কৰিছিল। সি কিন্তু জানিছিল যে নীতি-নিয়ম-অনুশাসনৰ প্ৰতি তাৰ এই স্বভাৱজাত অনুসৰণে প্ৰশাসন ব্যৱস্থাত মুঠেই প্ৰভাৱ নেপেলায়। কোনেও তাৰ নিষ্ঠাক প্ৰশংসা নকৰে, বৰঞ্চ তাৰ সহকৰ্মী আৰু পৰিয়ালৰ শুভাকাংখীসকলে তাক 'বুৰ্বক' বুলিহে মনতে ভাৱে। তাৰ পৰিবাৰ, ল'ৰা-ছোৱালীহঁতৰ দুৰ্ভোগৰ কথা সহানুভূতিৰে উপলব্ধি কৰিও হেমিদুৰে এই কথাত সন্তুষ্টি লভে যে চাকৰি কালত সি দুৰ্নীতিত লেটি-পেটি কৰি থকা মন্ত্ৰী-বিষয়াৰ ওচৰত অনুগ্ৰহ প্ৰাৰ্থনাৰ গ্লানিৰ পৰা সি সম্পূৰ্ণ মুক্ত আছিল। পাছত অৱশ্যে তাৰ দেউতাকৰ মৃত্যু আৰু পাৰিবাৰিক কিছুমান বিপৰ্যয়ৰ কথা জানি তাৰ প্ৰতি সহানুভূতি থকা সহকৰ্মী কেইজনমানৰ হস্তক্ষেপত এগৰাকী আয়ুক্তই পোনপ্ৰথম আৰু শেষবাৰৰ বাবে নিজৰ জন্ম-জিলালৈ তাক বদলিৰ আদেশ উলিয়াই তাক সকাহ দিলে।

সেই সময়ত তাৰ মাকৰ অৱস্থা বেচ কাহিল। ইটো-সিটো অসুখ লাগিয়েই থাকে। গোটেই জীৱন নিজৰ কষ্টৰ কথা কাকো মুখ খুলি নোকোৱা মানুহগৰাকীয়ে

এতিয়া কথাই কথাই, হকে-বিহকে বিৰক্ত হৈ থাকে। প্ৰকৃততে কঁকালৰ বিষ, ভৰিৰ বিষ, আঁঠুৰ বিষ আৰু নেৰানেপেৰা কাঁহে মানুহগৰাকীক অহৰহ কষ্ট দি থকাৰ বাবেই সিহঁতৰ মাকৰ মেজাজ সদায়েই সপ্তমত থাকে। সৰুৰে পৰা মাকৰ লগত তাৰ সম্পৰ্ক আনকেইটা সন্তানতকৈ অলপ বেলেগ আছিল। সি মাকৰ প্ৰিয়তম সন্তান হয়তো নাছিল, কিন্তু মাকৰ সৈতে তাৰ সম্পৰ্ক বোধকৰো মাক-পুতেকৰ মাজৰ সম্পৰ্কতকৈও দুজন বন্ধুৰ মাজৰ সম্পৰ্কৰ দৰে আছিল। সি নিজৰ ঠাইলৈ বদলি হোৱালৈকে কথাবোৰ বহুত সলনি হ'লেও তাৰ আৰু মাকৰ মাজৰ সম্পৰ্ক অধিক ঘনিষ্ঠ হোৱাৰ উপৰিও সহজতৰ হৈ পৰিল। সেইবাবে সি আনৰ লগত সহজভাৱে পাতিব নোৱাৰা বহুতো কথা মাকৰ লগত পাতিব পৰা হ'ল বাবেই আমিনা মাহীৰ বিষয়ত কিছুমান কথা সি গম পালে।

সিহঁতে জনা-বুজা হোৱা সময়ৰে পৰা দেখি থকা মাহীটিৰ ঘৰৰ কাষৰ যিটো দুমহলীয়া ঘৰ মাহীটিৰ ককায়েকৰ বুলি হেমিদুৰহঁতে জানিছিল, সেই ঘৰটোতে হেনো আমিনা মাহীৰ জন্ম। মানে সেইটোৱে বোলে আমিনা মাহীহঁতৰ পৈতৃক ভেটি। সেইটোকে আগতে মানুহে চেৰাফৎ অভৰচিয়েৰৰ ঘৰ বুলি কৈছিল। আচলতে তেখেত কোনো কাৰিকৰী শিক্ষা প্ৰতিষ্ঠানৰ পৰা শিক্ষাপ্ৰাপ্ত অভিযন্তা নাছিল। ব্ৰিটিছৰ দিনত গড়কাপ্টানী বিভাগত সাধাৰণ মহৰীৰ চাকৰিত সোমাই পৰিশ্ৰম, অধ্যৱসায় আৰু নিষ্ঠাৰ বাবে অৱসৰ লোৱাৰ আগতে ছাবৰ্ডিনেট ইঞ্জিনীয়াৰৰ পদলৈ উন্নীত হোৱাৰ বাবেই তেখেত চেৰাফৎ অভাৰচিয়েৰ বুলি জনাজাত হ'ল। তেখেতৰ দ্বিতীয়গৰাকী কন্যা আমিনাকে চেৰেকাপাৰৰ গুলজাৰ কম্পাউণ্ডাৰৰ ডাঙৰ ল'ৰা চোনাতোলৈ বিয়া দিয়া হৈছিল। আলিগড়ত পঢ়িবলৈ যোৱা চোনাতোৱে— তেওঁৰ ভাল নাম আছিল দিলদাৰ হুছেইন— আই এ পাছ নকৰাকৈয়ে ঘৰলৈ ঘূৰি আহিল। মাকহঁতে কোৱা মতে আলিগড়ৰ হোষ্টেলৰ অতিপাত মছলা দিয়া খানা বোলে চোনাতোৰ সহ্য নহ'ল। অজস্ৰ সম্পত্তি থকা বাবে বাপেকে টাউনত খুলি দিয়া মনোহাৰী মালৰ দোকানখনতে চোনাতোৱে চলাই আছিল। বিয়াৰ তিনি মাহৰ পাছতে এদিন সন্ধিয়া দোকান বন্ধ কৰি সেউজীয়া ৰঙৰ ধুনীয়া ৰেলী চাইকেলখনেৰে ঘৰলৈ ঘূৰি যাওঁতে ষ্টেছন চাৰিআলিৰ ওচৰতে এখন ট্ৰাকে পাছফালৰ পৰা প্ৰচণ্ড জোৰে খুন্দা মাৰে। পুৰা এমাহ হস্পিতালত অচেতন অৱস্থাত চিকিৎসাধীন হৈ থকাৰ পাছত আমিনা মাহীৰ স্বামীৰ মৃত্যু হ'ল। তাৰ তিনিমাহ নে চাৰিমাহৰ পাছতে আমিনা মাহীটিৰ একমাত্ৰ সন্তান জানতোৰ জন্ম হ'ল। আৰু তাক পাছতে তেওঁৰ জীৱনলৈ দুৰ্যোগৰ ঢল নামি আহিল। হেমিদুৰৰ মাকে তাৰ কথাবোৰ কওঁতে আমিনা মাহীটি স্বামীগৃহৰ পৰা কি কাৰণে প্ৰায় লাঞ্ছিতা, অপমানিতা হৈ অপৰাধীৰ দৰে পিতৃ গৃহলৈ ঘূৰি আহিবলগীয়া হ'ল, সেই কথা খোলোচাকৈ নক'লেও

ঠাৰে-ঠিঁয়াৰে কোৱা কথাবোৰৰ পৰাই সি বুজিব পাৰিছিল যে চোনাতোহঁতৰ বাপেক-মাকে আমিনা মাহীৰ গৰ্ভস্থ সন্তানটোৰ পিতৃত্ব সম্পৰ্কত সন্দেহ প্ৰকাশ কৰাৰ কাৰণেই সেইখন ঘৰত বাস কৰা মাহীটিৰ বাবে অসম্ভৱ হৈ পৰিল।

আচলতে আমিনা মাহীয়ে তেওঁৰ স্বামীক হেৰুওৱাৰ পাছৰ পৰাই ঘৰখনৰ মানুহৰ পৰা দুৰ্ব্যৱহাৰ পাই আহিছিল। সকলোৰে প্ৰতি প্ৰীতিপূৰ্ণ ব্যৱহাৰ আৰু সকলোৰে লগত হাঁহি মুখে কথা-বতৰা পথাৰ স্বভাৱ বিশেষকৈ তেওঁৰ শহুৰেক-শাহুৱেকে ভাল পোৱা নাছিল। স্বামীৰ মৃত্যুৰ পাছতো মৃত গিৰীয়েকৰ পৰিয়ালৰ সকলোকে নিজৰ ঘৰৰ মানুহৰ দৰে জ্ঞান কৰি অনবৰত বেজাৰ কৰাৰ সলনি স্বাভাৱিক জীৱন-যাপন কৰিবলৈ চেষ্টা কৰা কথাটো শাহুৱেকে ভুল ব্যাখ্যা দিছিল। দিলদাৰ হুছেইন, মানে মাহীটিৰ স্বামী আছিল এজন অতি শান্ত, নিৰ্জু আৰু নিজকে যিমান পাৰে সিমান লুকুৱাই ৰাখিব খোজা মানুহ। পুতেকৰ সৰলতাৰ সুযোগ লৈ বোৱাৰীয়েকে নকৰিবলগীয়া কাম কৰাৰ বাবেহে আমিনা মাহী সন্তানসম্ভৱা হ'ল বুলি দোষাৰোপ কৰিবলৈ আৰম্ভ কৰা সত্ত্বেও আমিনা মাহীয়ে স্বামীগৃহৰ মাটিকে খামুচি থকাৰ সিদ্ধান্তই লৈছিল। ঘৰখনৰ কোনো এজন সদস্যৰ পৰাও সামান্যতম সহানুভূতি নোপোৱা সত্ত্বেও তেওঁ মনে মনে আল্লাৰ সহায় বিচাৰি প্ৰাৰ্থনা কৰাৰ লগতে গৰ্ভস্থ সন্তানটোক সম্বোধন কৰি স্ফীত উদৰত হাত থৈ কৈছিল— 'বাছা, তয়েই মোৰ সাৰথি! মোক কাকো নালাগে, তই মাথো কুশলে থাক। তোৰ ভৰসাতে মই সকলো সহ্য কৰি যাম।' এইবোৰ বোলে হেমিদুৰহঁতৰ মাকক আমিনা মাহীটিয়ে নিজে কোৱা কথা। তেওঁ হেনো কৈছিল, খোৱা-বোৱাত কষ্ট, মাত-কথাত কষ্ট, ফজৰৰ আগৰে পৰা ৰাতি এডোখৰলৈকে ঘৰখনৰ কামৰ বোজা— এইবোৰ তোমাক কৈছো বাইটি, মই একো কেৰেপকে কৰা নাছিলো। জীয়াই জীয়াই মোৰ ডেকা মানুহটোক লৈ যাবলৈ আল্লাই যেতিয়া বেয়া নাপালে, তেতিয়াই মই বুজি গৈছিলো যে এই দুনিয়াত মই সহজে বাচি থাকিব নোৱাৰিম। ৰাতি যেতিয়া ভাগৰে-জুগৰে বিছনাত পৰো, তেতিয়া আল্লাক খাটো— হে পৰবৰদিগাৰ! আন একো কাৰণতে নহ'লেও মোৰ পেটত থকা জানটোৰ কাৰণেই মোৰ জীয়াই থকাৰ শক্তি দিয়া!

সেই আশা লৈয়েই মাহীটিয়ে মূৰত অপমানৰ গধুৰ বোজা লৈ মাকৰ ঘৰলৈ গুচি আহিছিল। ইয়াতো কিন্তু কাৰো পৰা সাদৰ-অভ্যৰ্থনা নাপালে। মাক-দেউতাকৰ মৃত্যুৰ পাছত তেওঁলোকৰ পৰিয়ালটো থানবান হৈ গৈছিল। মাহীটিৰ ডাঙৰ দুজন ককায়েকে নিজৰ নিজৰ সম্পত্তিৰ অংশ বিক্ৰী কৰি শ্বিলং আৰু গুৱাহাটীত থিতাপি ল'লে। মাজু ককায়েক আৰু ভায়েকেও পুৰণি পৈত্ৰিক ঘৰটো ভাঙি নিজৰ নিজৰ অংশত ধুনীয়াকৈ বেলেগে বেলেগে ঘৰ সাজি ল'লে। দুয়োজনেই আমিনা মাহীটিক

একো দিব বিচৰা নাছিল। ডাঙৰ বায়েক আৰু মোমায়েকৰ ল'ৰাকেইটাৰ মধ্যস্থতাত অনিচ্ছা সত্ত্বেও মূল ঘৰৰ একাষে একঠা মাটি দি তাতে দুচলিয়া ঘৰ এটা সাজি দি নিজৰ ব্যৱস্থা নিজে কৰি ল'বলৈ ক'লে। মাহীটিয়ে একো আপত্তিকে নকৰিলে। শহুৰেকৰ ঘৰৰ পৰাও ইছলামীয় উত্তৰাধিকাৰী বিধি অনুসৰি দেউতাকৰ জীৱিত অৱস্থাত পুত্ৰৰ মৃত্যু হ'লে স্বামীৰ সম্পত্তিত বিধবা স্ত্ৰীৰ অধিকাৰ নাথাকে, নাবালক সন্তানৰ অংশীদাৰিত্ব ককাকৰ হাতত থাকে আৰু সন্তানৰ বয়ঃপ্ৰাপ্তিৰ পাছতহে সম্পত্তিৰ অধিকাৰ হস্তান্তৰিত হয় বুলি জনোৱাতো তেওঁ আপত্তি নকৰিলে। মাকে হেমিদুৰক কৈছিল— 'তাৰ পাছৰ পৰা মানুহজনীয়ে যি প্ৰাণপণ চেষ্টাৰে কেচুৱা ল'ৰাটো লৈ জীয়াই থাকিল, তাক দেখি মোৰ প্ৰাণ সদায় কান্দি উঠে। চিলাইৰ কাম কৰি, ছুৱেটাৰ গুঠি, ৰাজমাই বাগানৰ পৰা কৰ্দৈগুৰিৰ ল'ৰা এটাই আনি দিয়া চাহপাত ঘৰে ঘৰে বিক্ৰী কৰি, বিয়াই হওক, জোৰোণেই হওক, ল'ৰা-ছোৱালীৰ বাজ ওলোৱাৰ কামেই হওক যাৰ ঘৰলৈকে মাতক, তাৰ ঘৰতে কাম কৰি মানুহজনীয়ে কিমান কষ্ট কৰি ল'ৰাটোক মানুহ কৰিলে তইঁতি নাজান বোপাই। ববায়েৰক আল্লাই বেহেস্ত নচীফ কৰক, মানুহজনে মোক সদায় কৈছিল, এই মানুহগৰাকী আমাৰ ঘৰলৈ যেতিয়াই আহক, যি সকামতেই আহক, তেওঁ যেন কোনোদিন শুদা হাঁতে আৰু শুদা মুখে ঘূৰি নাযায় তালৈ চকু দিবা। কোৰান শ্বৰীফতে আছে— এতীমৰ (মাউৰাৰ) হুমুনিয়াহ যাৰ কাণত নপৰে, তাৰ নামাজৰ কোনো ফয়দা নাই। তোমাক তেওঁ দোৱা কৰিব বা তেওঁৰ পৰা তুমি প্ৰতিদান পাবা সেই আশাত নহয়, আল্লাৰ সন্তুষ্টিৰ বাবেই মানুহজনীক যেনেকৈ পাৰা তেনেকৈ সহায় কৰিবা। এয়াহে আচল মুছলমানৰ চিন।'



# একাদশ খণ্ড

বাৰাণ্ডাত বহি পুৱাতে ওপৰে ওপৰে চকু ফুৰোৱা দৈনিক বাতৰি কাকতকেইখন খৰচি মাৰি পঢ়িব বুলি সাজু হৈ লওঁতেই সিহঁতৰ মছজিদৰ ইমাম চাহেবজন সোমাই আহিল। আধুনিক শিক্ষা আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰ অভাৱ থকা কেৱল ধৰ্মীয় শিক্ষাৰে সমৃদ্ধ এই শ্ৰেণীৰ মানুহবোৰৰ প্ৰতি বহুতৰে থকা বিৰক্তি বা 'এলাৰ্জি' হেমিদুৰৰ নাই যদিও যিকোনো বিষয়ৰ ওপৰতে যুক্তিপূৰ্ণ দৃষ্টিভংগী নথকা কিছুমান ধৰ্মীয় ব্যৱস্থাপক শ্ৰেণীৰ লোকৰ প্ৰতি তাৰ আন্তৰিক শ্ৰদ্ধা নাই। পৱিত্ৰ কোৰাণৰ কথাবোৰ মহাজ্ঞানী, কৰুণাময় প্ৰতিপালকগৰাকীৰ বুলি মানি ল'লে সেইবোৰৰ তত্ত্ব যুক্তিপূৰ্ণভাৱে ব্যাখ্যা কৰাৰ পৰিশ্ৰমো কৰিব লাগিব। মহাপৰাক্ৰমী আল্লা যুক্তিবৰ্জিত আৰু অন্ধ আনুগত্য দাবী কৰা দুৰ্বল শক্তি নহয়। হেমিদুৰে অলপতে পঢ়া এখন সৰু পুস্তিকাত উল্লেখ আছে যে পৱিত্ৰ কোৰাণৰ ছহেজাৰতকৈ অধিক 'আয়াত'ৰ (শ্লোকৰ) ভিতৰৰ প্ৰায় এহেজাৰতকৈ অধিক 'আয়াত'ত বিজ্ঞান সম্পৰ্কীয় কথা আলোচিত হৈছে। বিজ্ঞানৰ সাধাৰণ প্ৰাথমিক জ্ঞানফেৰাও নাথাকিলে পৱিত্ৰ কোৰাণৰ বাণী উপলব্ধি কৰা যে সম্ভৱ নহয়, সেই কথা এই ধৰ্ম-ব্যৱসায়ীসকলে বুজি নাপায়। হেমিদুৰে জানে যে এইসকলক দোষ দিবও নোৱাৰি। কিয়নো, এওঁলোকৰ সৰহ সংখ্যকৰে দৰিদ্ৰ পিতৃ-মাতৃ-অভিভাৱকে সন্তানক আধুনিক শিক্ষানুষ্ঠানত শিক্ষা গ্ৰহণ কৰিবলৈ পঠিওৱাৰ সংগতি নাই বাবে বিনামূলীয়াকৈ শিক্ষাদান কৰা মাদ্ৰাছালৈকে সিহঁতৰ ধৰ্মীয় শিক্ষা গ্ৰহণৰ বাবে পঠিয়ায়। সেইবোৰত আধুনিক জ্ঞান-চৰ্চা আৰু বিশেষকৈ বিজ্ঞান শিক্ষাৰ ব্যৱস্থা সচৰাচৰ নাথাকে।

কিন্তু হেমিদুৰে দেখিছে, এইজন 'জোনাব' সেই দিশৰ পৰা ব্যতিক্ৰম। আজি প্ৰায় পাঁচ বছৰমানৰ পৰা হেমিদুৰহঁতৰ স্থানীয় মছজিদটোত ইমামতি কৰা এই শান্ত, সৌম্য, মিঠামুখীয়া ব্যক্তিজনে প্ৰথম চিনাকিৰ দিনটোতে হেমিদুৰক আকৰ্ষিত কৰিছিল। সেইবাৰ ঈদ-উল-ফিতৰৰ পিছদিনাখনে সম্ভৱ তেখেতে হেমিদুৰৰ ঘৰত ঈদ খাবলৈ আহিছিল। চাহ-নাস্তা খোৱাৰ পিছত বাৰাণ্ডাতে বহি মৌলানা ৰছিদ আলিয়ে তেখেতৰ নিজৰ কথা, পৰিয়ালৰ কথা, কেনে পাৰিবাৰিক আৰু সামাজিক পৰিৱেশৰ মাজত তেখেতে ধৰ্মীয় শিক্ষা গ্ৰহণ কৰিবলগীয়া হৈছিল তাৰ দীঘলীয়া বৰ্ণনা দি হেমিদুৰক মানুহজনৰ বিষয়ে জানিবলৈ দিছিল। তেওঁ আৱেগহীন কণ্ঠেৰে হেমিদুৰক কৈছিল— 'জোনাব চাহেব, মই কেনে ধৰণৰ গৰীবিৰ মাজত জন্মগ্ৰহণ কৰি কিমান মুচীবতৰ

মাজত ডাঙৰ-দীঘল হৈ এই অৱস্থা পাইছো, তাক এইফালৰ ল'ৰাবোৰে কল্পনাও কৰিব নোৱাৰে। আপোনালোকে যিবোৰ শিক্ষা আৰু জ্ঞান স্কুল-কলেজত নিয়মিতভাৱে পালে, মই সেইবোৰ ছেকেণ্ডহেণ্ড হিচাবে ইখন দোকানৰ পৰা এটা সিখনৰ পৰা আন এটা গোটাবলগীয়া হৈছে। এনেদৰে এই বিনয়ী আলীমগৰাকীয়ে প্ৰায়ে হেমিদুৰৰ ওচৰলৈ আহি এনে কিছুমান বিষয় আলোচনা কৰেহি, যিবোৰে প্ৰায়ে তাক সমস্যাবোৰ বেলেগ দৃষ্টিভংগীৰে চাবলৈ সুবিধা দিয়ে। এবাৰ হেমিদুৰে তেখেতক প্ৰশ্ন কৰিছিল— ইমাম চাহেব, মোক এটা প্ৰশ্নৰ উত্তৰ দিয়কচোন। এই যে সমগ্ৰ মানৱ জাতিৰ বাবেই অৱতীৰ্ণ হোৱা পৱিত্ৰ কোৰাণৰ শিক্ষা আৰু বিশ্বব্ৰহ্মাণ্ডৰ কল্যাণস্বৰূপ হজৰত মহম্মদ (দঃ)ৰ আদৰ্শ আৰু নীতি এইবোৰ এতিয়াও আমাৰ মাজত থকা সত্ত্বেও মানুহেনো কি কাৰণত সদায় ভুল বাটটোহে বাছি লয়? হেমিদুৰৰ প্ৰশ্নটো শুনি ইমাম চাহেবে তেখেতৰ মূৰৰ টুপীটো খুলি কাষতে থকা মেজতে থ'লে আৰু তাৰ পিছত সোঁহাতেৰে তেখেতৰ কেঁচা-পকা দাড়িকোচা মোহাৰি মোহাৰি কিছু সময় নীৰৱে ৰ'ল। তাৰ পিছত অতি বিনয়েৰে ক'লে, চাওক ৰহমান চাহেব, আপুনি মোৰ চাচাৰ বয়সৰ, তাৰ উপৰি ইমান পঢ়া-শুনা কৰা আৰু ইমান ডাঙৰ চাকৰি কৰা মানুহ। আপুনি মোতকৈ বহুত বেছি কথা জানে। তথাপি আপুনি কৰা প্ৰশ্নটোৰ উত্তৰ মই দিব লাগিব। মই কোনো কিতাপ-পত্ৰ বা ডাঙৰ আলীমৰ পৰা শিকি প্ৰশ্নটোৰ উত্তৰ দিব খোজা নাই। কিন্তু মই ভাবো যে আল্লা-তা-আলাই এই দুনীয়া আৰু ইয়াৰ জীৱ-জন্তু, গছ-গছনি, নদী-পাহাৰ আৰু আশ্ৰাফুল মখ্‌লুকাৎ (জীৱশ্ৰেষ্ঠ) মানুহক সৃষ্টি কৰি হাত দাঙি দিলে। নিজৰ জীৱন নিজ ইচ্ছা অনুসৰি চলোৱাৰ দায়িত্ব মানৱৰ হাতত এৰি বোধকৰো আল্লাহ আন কৰ্মত ব্যস্ত হ'ল।

একে ধৰণৰে কথা সিদিনা শৈলেন বৰঠাকুৰেও ক'লে। সিদিনা পাৰ্কত আড্ডা মাৰি থাকোতে কোনোবাই কথাটো উলিয়াইছিল। অৰ্থাৎ কোনো দিনে পাপ কৰি নোপোৱা, সদায় সৎ পথত চলা, নিয়মিত ভগৱানৰ উপাসনা কৰা মানুহ এজনৰ জীৱনলৈও ভগৱানে এটাৰ পিছত আন এটা বিপৰ্যয় কিয় আনে কোনোবাই সুধিছিল। শৈলেনে ক'লে, এনে এটা প্ৰশ্ন মনলৈ কিয় আহিব পাৰে মই বুজা নাই। পাপ নকৰা পুণ্যৱান মানুহক ভগৱানে একো দুখ-কষ্ট নিদিয়াকৈ আলফুলে ৰাখিব আৰু পাপীবোৰক উৰাই-ঘূৰাই দুঃখ-যাতনা দিব, এনে ধাৰণাই ভগৱানক পক্ষপাতদুষ্ট হিচাপে চিনাক্ত কৰিব। এইক্ষেত্ৰত ভগৱানৰ ভূমিকা সম্পূৰ্ণ নিৰপেক্ষ। পুণ্যবানসকলে পৃথিৱীতো সুখী হ'ব আৰু পৰকালতো অপাৰ আনন্দত নিমজ্জিত হৈ থাকিব আৰু পাপীহঁতে ইয়াতো কষ্ট পাব আৰু পৰকালতো নৰক-যন্ত্ৰণা ভোগ কৰিব— ব্যৱস্থাটো ন্যায়সংগত হ'ব জানো?

এনেধৰণৰ চিন্তাবোৰে আজি কালি হেমিদুৰক প্ৰায়ে বিব্ৰত কৰে, বিৰক্ত কৰে। জীৱন নাটৰ সামৰণি মাৰি অমোঘ ভৱিষ্যতৰ পিনে ধীৰ অথচ নিশ্চিতভাৱে গৈ থকাৰ সময়ত এনেবোৰ চিন্তাই হেমিদুৰক সমাজ ব্যৱস্থাক দোষাৰোপ কৰিবলৈ প্ৰৰোচিত কৰাৰ সলনি সৃষ্টিকৰ্তাৰ 'অন্যায়'ৰ বিষয়েহে উত্তেজিত কৰে। সি জানে, ভগৱানক দোষী কৰা এক প্ৰকাৰৰ পলায়নবাদী মনোভাৱ। সি জানে যে অপ্ৰত্যাশিত দুৰ্যোগৰ বাহিৰে মানৱ সমাজৰ প্ৰায়বোৰ দুৰ্ভোগ আৰু বিপৰ্যয় মানৱসৃষ্ট। আৰু এইবোৰ দুৰ্যোগ সৃষ্টি হ'লেই এচাম মানুহৰ সুবিধা হয় বাবেই তেওঁলোকে সেইবোৰৰ সমাধানৰ পথ জানিও সেই পথ নিজেও নলয় আৰু আনকো ল'বলৈ নিদিয়ে। সেইবাবে সাধাৰণ নিৰীহ মানুহৰ বিপদ বাঢ়ি গৈ থাকে। এইবোৰ মানুহক দোষাৰোপ নকৰি ভগৱানৰ দোষ দিয়াৰ অৰ্থই হৈছে পলায়নবাদী মনোভাৱ গ্ৰহণ কৰা।

অৱশ্যে, এজন মানুহৰ জীৱনলৈ অহা সকলোধৰণৰ দুখ-কষ্টৰ মূল কাৰণ মানুহৰে সৃষ্টি বুলিবও জানো পাৰি? সিহঁতৰ পৰিয়ালৰে বহুত মানুহৰ দুখৰ বাবে সমাজ ব্যৱস্থাকে জগৰীয়া কৰিব নোৱাৰি। হেমিদুৱে দেখা, তাৰ চিনাকি আৰু বহুতো অচিনাকি মানুহেও নিজৰ কোনো দৃশ্যমান দোষ বা অপৰাধ নথকা সত্ত্বেও অশেষ কষ্টৰ সন্মুখীন হোৱা সি দেখিছে। এই ভাল মানুহবোৰে কিহৰ বাবে এনে দুখ-কষ্ট সহিব লাগে? সিহঁতৰ ঘৰৰ পৰা অলপ দূৰৈত থকা এসময়ত তেলীয়াপট্টি নামে জনাজাত অঞ্চলটোৰ মানুহবোৰৰ জীৱন হেমিদুৱে তেনেই সৰুৰে পৰা ওচৰৰ পৰা দেখিছে। দিখৌ নদীৰ ওপৰেদি জাহাজ চলাচল কৰাৰ সময়ৰে পৰাই সম্ভৱ এই মানুহখিনি নদীৰ পাৰতে বসতি কৰিবলৈ লৈছিল। যেতিয়ালৈকে অসমৰ বাহিৰৰ সৈতে ব্ৰহ্মপুত্ৰৰ ওপৰেদি জল-পৰিবহণ ব্যৱস্থা চলি আছিল আৰু বিশেষকৈ গোৱালণ্ডই দি বৰ্তমানৰ বাংলাদেশৰ মাজেদিয়েই এতিয়াৰ পশ্চিমবংগৰ বন্দৰ নগৰ কলিকতাৰ লগত যোগাযোগ ব্যৱস্থা বাহাল আছিল, তেতিয়ালৈকে দিখৌ নৈ ইয়াৰ পাৰৰ অধিবাসীসকলৰ বাবে জীৱিকাৰ উৎস হৈয়েই আছিল। পিছত পূৰ্ব বংগ বিদেশ হৈ পৰাত আৰু পঞ্চাশৰ বৰভূইকঁপৰ পাছত লুইতৰ বালি ওখ হৈ জাহাজ চলাচলত অসুবিধা হোৱাত বৰলুইতৰ লগতে দিখৌও এলাগী হৈ পৰিল। ঘাইকৈ গধুৰ যান-বাহন নিৰ্মাণকাৰী আৰু ন্যস্ত স্বাৰ্থৰ ৰাজনৈতিক নেতৃত্বৰ সখা-মিতিৰালিত জল পৰিবহণৰ মৰিশালিৰ ওপৰেদি পথ-পৰিবহণৰ দ্ৰুতগামী বাহনবোৰ চলিবলৈ ধৰিলে। ইয়াৰ ফলত স্বাধীনতাৰ বহু পূৰ্বৰে পৰা সেৱা আগ বঢ়াই অহা এটি শুভময় অৰ্থনৈতিক ব্যৱস্থাক টেটু চেপি হত্যা কৰা হ'ল। ফলত নদীৰ ওপৰতে নিৰ্ভৰ কৰি জীৱিকা অৰ্জা এটি বৃহৎ জনগোষ্ঠীৰ পৰম্পৰাগত জীৱন-প্ৰণালী সলনি হ'বলৈ বাধ্য হ'ল। সেই জনগোষ্ঠীসমূহৰ ভিতৰৰে এই সাধাৰণভাৱে 'তেলী' বুলি জনাজাত গোষ্ঠীটোৰ জীৱনলৈ অহা আকস্মিক পৰিৱৰ্তনে তেওঁলোকক বহু দিনলৈকে

কিংকর্তব্যবিমূঢ় কৰি ৰাখিছিল। নগৰৰ এটি অঞ্চলত বাস কৰিবলৈ লোৱাৰ বাবে নদীৰ পাৰতে বাস কৰা সত্ত্বেও নৌ পৰিবহণৰ সৈতে সম্পৰ্ক থকা বৃত্তিৰ সৈতে পাৰস্পৰিক সম্পৰ্ক লাহে লাহে কমি আহিল। নদীৰ কাষত আন মানুহৰ বৈধ-অবৈধ বসতি আৰম্ভ হোৱাৰ বাবে এই মানুহবোৰে নদীৰ পাৰত বৃত্তিমূলক কাম-কাজ চলোৱাত অসুবিধা পাবলৈ ধৰিলে। নৈ ঘাটতে তেওঁলোকৰ কৰ্মকাণ্ড সীমিত কৰিবলৈ বাধ্য হোৱাত ব্যৱসায় প্ৰসাৰৰ সুবিধা নোহোৱা হ'ল। প্ৰথমতে নিজৰ দেউতাকৰ লগত, কেতিয়াবা পৰিয়ালৰ আন কোনোবা জ্যেষ্ঠ সদস্যৰ লগত দৈনিক বজাৰলৈ যোৱাৰ পিছত হেমিদুৰে বজাৰ-সমাৰ কৰাৰ কায়দা-কিটিপবোৰ শিকি থৈছিল। সিহঁতৰ দেউতাক অৱশ্যে দৰ-দাম কৰাত মুঠেই পাকৈত নাছিল। দেখদেখকৈ অত্যধিক দাম যেন লাগিলেহে তেখেতে অতি অনিচ্ছাতহে দোকানীক কৈছিল— এঃ বৰ বেছি দাম কৰিছা নেকি? সি কিন্তু জানিছিল যে সচৰাচৰ বেপাৰীসকলে যি দামত এটা সামগ্ৰী বেচিলে তেওঁৰ হাতত এক যুক্তিপূৰ্ণ লাভ থাকে, তাতোকৈ অলপ বঢ়াই ক'লে গ্ৰাহকে দৰ-দাম কৰি বেপাৰীয়ে প্ৰথমতে কোৱা দামতকৈ অলপ কম দামত কিনিব পাৰিলে লাভ হোৱা যেন অনুভৱ কৰে। বজাৰ কৰাত অভিজ্ঞ হোৱাৰ পিছত হেমিদুৰে জানিছিল স্থানীয় বজাৰত থলুৱা বেপাৰীসকলৰ পৰা বস্তু কিনোতে যিমান পৰা যায় বেপাৰীয়ে কোৱা দামতকৈ বহু কম মূল্য ক'ব লাগে। এইবোৰ কিটিপ সি নিজে আৱিষ্কাৰ কৰাৰ লগতে তাক শিকাইছিল সিহঁতৰ লগতে ক্লাছ এইটলৈকে পঢ়া হৰিলাল গোসাঁয়ে। হৰিলালে অৱশ্যে স্কুলত শিক্ষকে তাৰ নামটো প্ৰথমদিনা সোধোতে সি অতি নম্ৰভাৱে থিয় হৈ প্ৰণাম কৰাৰ ভংগীৰে হাতজোৰকৈ কৈছিল— নমস্কাৰ, মোৰ নাম হৰিলাল গোঁচাই। পিছলৈ ক্লাছৰ বাকীবোৰ ল'ৰাই তাক বহুদিনলৈকে 'গোঁচাই' বুলিয়েই মাতিবলৈ লৈছিল। হেমিদুৰে হ'লে এই অতি শান্ত স্বভাৱৰ সহপাঠীজনৰ লগত যিমান পাৰে ভাল ব্যৱহাৰকে কৰিবলৈ চেষ্টা কৰিছিল। সেইবাবে হৰিলালৰ সৈতে তাৰ ভাল সম্পৰ্ক হৈছিল। হৰিলালে তাক সি সদায় ভয় কৰা অংক বিষয়টো শিকাত সহায় কৰিছিল। হেমিদুৰে হৰিলালক ইংৰাজী চাই দিছিল।

সেই সময়খিনিত হৰিলালে বাস কৰা জগতখন আৰু হেমিদুৰহঁতে বাস কৰা জগতখন ওচৰাউচৰিকৈ থাকিও মানসিক আৰু সামাজিকভাৱে বহুযোজন দূৰৈত আছিল। নগৰখনৰ একমাত্ৰ দৈনিক বজাৰখনলৈ সদায় অহা যোৱা কৰা নগৰৰ সকলো মানুহে হৰিলালহঁতে বাস কৰা ঠাইখনৰ মাজেদিয়েই যাবলগীয়া হৈছিল। তথাপিও যেন তেওঁলোকে হৰিলালহঁতক দেখা নাছিল। অৰ্থাৎ হৰিলালহঁতৰ সমাজখনৰ লগত আন মানুহৰ কোনো প্ৰকাৰৰ মানসিক আৰু সামাজিক সম্পৰ্ক নাছিল। স্কুলীয়া সহপাঠী হোৱা বাবে হেমিদুৰ হৰিলালহঁতৰ ঘৰলৈ মাজে সময়ে গৈছিল আৰু হৰিলালেও স্কুললৈ

অহা যোৱা কৰোতে বাটতে পৰা হেমিদুৰহঁতৰ ঘৰলৈ প্ৰায়ে আহিছিল। চূণ-চুৰকিৰে সজা হৰিলালহঁতৰ ঘৰটো বহু বছৰ মেৰামতি নকৰাৰ বাবে বিৱৰ্ণ হ'বলৈ ধৰিছিল। হৰিলালহঁতৰ আলহী-অতিথিক বহুৱাবৰ বাবে বেলেগ চ'ৰাঘৰ নাছিল। সিহঁতৰ ককাদেউতাকৰ দিনৰে গেলামালৰ দোকানখনৰ একাষে থকা 'গাদী'খনতে হৰিলালৰ দেউতাকে টকা-পইচা থোৱা কেচ-বক্স আৰু তাৰ পিছতে থকা দেৱ-দেৱীৰ পূজাৰ বাবে মূৰৰ ওপৰতে ৰখা বাকচটোৰ তলতে বহি দোকান চলাইছিল। ব্যৱহাৰত মলিন হৈ পৰা এখন পাতল তোচকৰ ওপৰত এখন লেতেৰা চাদৰ। গ্ৰাহক আৰু অভ্যাগত তাতে বহি গৃহস্থৰ সৈতে কথা পাতিব লাগে। অংক বুজিবলৈ আহিলে নাইবা হৰিলালক ইংৰাজী পাঠৰ কিবা এটা খুদুৰনি মাৰিবলৈ হ'লে সেই ডাঙৰ গাদীখনৰ ওপৰত দুয়োটাই বহি আলোচনা কৰিব লাগিছিল। চ'কবজাৰ বুলি এসময়ত জনাজাত দৈনিক বজাৰখনৰ কাষতে থকা হৰিলালহঁতৰ ককাকৰ দিনৰ দোকান এসময়ত নগৰখনৰ বিখ্যাত বিপণী আছিল। দিখৌৰ ঘাটত চলোৱা জাহাজবোৰৰ কৰ্মচাৰী, ঘাটত বস্তু নমোৱা-উঠোৱা কৰা শ্ৰমিক আৰু চ'কবজাৰলৈ অহা বেপাৰী-গ্ৰাহকবোৰে সেইখন দোকানৰ পৰাই প্ৰয়োজনীয় সামগ্ৰী কিনিছিল। হেমিদুৰৰ দেউতাকে কোৱা মতে অতি সাধাৰণ অৱস্থাৰ পৰা ব্যৱসায় আৰম্ভ কৰা হৰিলালৰ আজো-ককাক সুখদেউ গোঁচাইৰ অমানুষিক পৰিশ্ৰম আৰু অধ্যৱসায়ৰ ফলতে পুতেক লালমোহনৰ দিনত তেওঁলোকৰ গোলা নগৰখনৰে এখন উল্লেখযোগ্য ব্যৱসায়িক প্ৰতিষ্ঠান হৈ উঠিছিল। পিছত অৱশ্যে দিখৌত জাহাজ চলাচল বন্ধ হৈ যোৱাত আৰু বিশেষকৈ দৈনিক বজাৰখন পৰ্যায়ক্ৰমে নগৰখনৰ মধ্যস্থললৈ স্থানান্তৰিত হোৱাত লালমোহনৰ গোলাৰ ব্যৱসায়লৈ ভাঁটা আহিল। হৰিলাল স্কুলত পঢ়ি থকা অৱস্থাত দোকানখন কলপ-ঢলপকৈ চলি থাকিলেও সেইখনৰ ব্যৱসায় বন্ধ হৈ যাবলৈ সম্ভৱ কুৰি বছৰো নালাগিল। সেই ক্ৰমশঃ পতন আৰু তাৰ ফলত হৰিলালহঁতৰ পৰিয়ালটোৰ ধাৰাবাহিক অৱনমন হেমিদুৰে বিস্তাৰিতভাৱে প্ৰত্যক্ষ কৰা নাছিল যদিও সিহঁত স্কুলত থাকোতেই ডাঙৰ গোলাখনৰ ক্ৰমবৰ্ধমান অৱনতি সি দেখিছিল।

পাছত কলেজত পঢ়িবৰ বাবে বাহিৰলৈ যোৱাত আৰু পঢ়া সাং কৰি চাকৰি সংক্ৰান্তত অসমৰ বিভিন্ন ঠাইত বাস কৰিবলগীয়া হোৱাত হেমিদুৰে হৰিলালহঁতৰ ধ্বংসৰ শেষ দৃশ্য দেখাৰ দুৰ্ভাগ্যৰ পৰা বাছিল। কিন্তু অৱসৰৰ পিছত এদিন পুৱা ফজৰৰ নামাজ শেষ কৰি সিহঁতৰ বাল্য কালৰে পৰা চিনাকি দিখৌ ঘাটটো এবাৰ চাবলৈ বুলি ওলাই গৈ হৰিলালহঁতৰ ঘৰটো নেদেখি হেমিদুৰ আচৰিত হৈ গ'ল। পুৰণি লক্ষ্মী মন্দিৰটো একে অৱস্থাতে আছে, চৌহদটোৰ উন্নতি হ'ল। কিন্তু তাৰ কাষৰে ৰামেশ্বৰ তেলীৰ পাছৰ হৰিলালহঁতৰ দোকানখন নাই। তাৰ ঠাইত এটা কেইবামহলীয়া ঘৰ,

তলৰ মহলাত আধুনিক বজাৰ, ওপৰত দোকান আৰু বিভিন্ন ব্যৱসায়িক প্ৰতিষ্ঠানৰ কাৰ্যালয়। পিছত মানুহক সুধি হেমিদুৱে গম পালে যে হৰিলালৰ বৰদেউতাক, খুৰাক আৰু তাহাঁতৰ বাপেকৰ ভাগত পৰা সকলো সম্পত্তি চম্পকলাল আগৰৱালাই অলপ অলপকৈ কিনি লৈ তাত শ্ৰী কামাখ্যা মাৰ্কেট কমপ্লেক্স সাজিলে। হৰিলালৰ বৰদেউতাক কাহানিবাই ঢুকাল, তেওঁৰ দুজনী ছোৱালীৰ কাহানিবাই বিয়া হ'ল, ল'ৰাটোৱে চেপন নে সাপেখাটিত কিবা সৰু-সুৰা ব্যৱসায় কৰি তাতে থাকিবলৈ ল'লে। খুৰাকৰ অত্যধিক মদ্যপানৰ কথা হেমিদুৱে কেতিয়াবাই শুনিছিল। কম বয়সতে ঢুকাই থকা খুৰাকৰ এটা ল'ৰাই কেতিয়াবা তীৰৰ আৰু কেতিয়াবা লটাৰীৰ টিকট বেচে আৰু গধূলি গধূলি মদ খাই আহি ঘৰত উৎপাত কৰে। তাৰ সৰু ভায়েকটোৱে বাছষ্টেশ্বৰ সম্মুখত পাণ-তামোলৰ দোকান দিয়ে।

কিন্তু হেমিদুৰৰ বাবে আটাইতকৈ হতবাক আৰু চৰম মনোকষ্টৰ কথা আছিল হৰিলালৰ চৰম পতনৰ ঘটনা। স্কুলত পঢ়োতে হৰিলালে অংকত অতি বিস্ময়কৰ প্ৰতিভাৰ চিন দেখুৱাইছিল। তদুপৰি বিজ্ঞান, বুৰঞ্জী আদি বিষয়ত সি সিহঁতৰ শ্ৰেণীটোৰ আটাইকেওটা শাখাৰ ছাত্ৰৰ ভিতৰত প্ৰত্যেকটো পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পাইছিল। তাৰ হাতৰ আখৰ আছিল মুকুতাৰ দৰে আৰু বিজ্ঞান আৰু ভূগোলত সি আঁকা চিত্ৰ শিক্ষকসকলে আনকি ওপৰ শ্ৰেমীৰ ছাত্ৰকো আদৰ্শৰূপে দেখুৱাবলৈ লৈ গৈছিল। স্কুলৰ শিক্ষক-ছাত্ৰ সকলোৱে নিশ্চিত আছিল যে হৰিলালে মেট্ৰিকত ভাল ফল দেখুৱাই স্কুললৈ সুনাম আনিব আৰু সময়ত ইঞ্জিনীয়েৰ হৈ প্ৰতিষ্ঠিত হ'ব। পাৰিবাৰিক দুৰ্যোগৰ সন্মুখত তিষ্ঠিব নোৱাৰি হৰিলালে আনকি স্কুলীয়া শিক্ষাকে সমাপ্ত কৰিব নোৱাৰিলে। তেতিয়াই হৰিলালৰ মাকে দুখ কৰি হেমিদুৰক কৈছিল— বোপাই হেমিদ, কি কৰিবা আমাৰেই কপাল। ভগৱানে আমালৈ মুখ তুলি নাচায়, ভেকুলীৰ পিঠিত নোম নগজে। সিদিনা হেমিদুৱে মানুহগৰাকীৰ কৰুণ মুখখনলৈ চাব পৰা নাছিল। পিছত সি নিজৰ প্ৰতিষ্ঠাৰ বাবে লাগি থাকোতে হৰিলালৰ কথা পাহৰিয়েই গৈছিল। ঘৰলৈ আহিলে কেতিয়াবা বাটে পথে হৰিলালক লগ পালে সি হেমিদুৰক নেদেখাৰ ভাও ধৰা সি লক্ষ্য কৰিছিল। হৰিলালে তেনে আচৰণ কৰাৰ কাৰণ সি লাহে লাহে বুজি পাইছিল। নিজৰ জগতখনত বিচৰণ কৰাতে ব্যস্ত থকাৰ বাবে হেমিদুৱে হৰিলালৰ খবৰ ল'বলৈ সময় আৰু অৱসৰ পোৱা নাছিল।

চাকৰি শেষ কৰি ঘৰলৈ চিৰস্থায়ীভাৱে ঘূৰি অহাৰ পিছত পুৰণি বন্ধুবোৰৰ হিচাপ উলিয়াওতেহে হৰিলাললৈ তাৰ মনত পৰিল। আৰু তেতিয়া হৰিলালৰ চৰম অধঃপতনৰ কথা গম পাই তাৰ মন ভাগি গ'ল। আজি ইটো কালি সিটো ব্যৱসায়ত হাত দি সকলোতে ব্যৰ্থ হৈ হৰিলালে অৱশেষত যিটো বৃত্তি ল'লে, সেইটোৰ চিন্তা তাৰ

মগজুত কেনেকৈ সোমাল হেমিদুৱে ভাবি উলিয়াব নোৱাৰিলে। সি পাণবেচাৰ ওচৰৰ এখন গাঁৱৰ পৰা আহোম সম্প্ৰদায়ৰ এজনী ছোৱালী পলুৱাই অনাৰ কথা হেমিদুৱে কাৰোবাৰ মুখত শুনিছিল। কিন্তু এতিয়া যে হৰিলালৰ ঘৈণীয়েকে ঘৰতে মদ তৈয়াৰ কৰি বেচে আৰু সেই মদৰ লগত খাবৰ বাবে 'চাট' হিচাপে ছানা ভজা, সিজোৱা কণী, পকৰী আদি বনাই হৰিলালে ঘৈণীয়েকৰ ব্যৱসায়ত হাত উজান দিয়ে সেই কথা জানি হেমিদুৰৰ বুকু বিষাই গৈছিল।

হৰিলালৰ পতনৰ লগতে সিহঁতৰ সম্প্ৰদায়টোৰ কৰুণ অৱস্থানৰ ইংগিতে হেমিদুৰৰ মনত দুখ দিয়ে। পৰম্পৰাগত বৃত্তিৰ পৰা উৎখাত হোৱা এই পৰিশ্ৰমী অথচ সৰু জনগোষ্ঠীটোক সুচিন্তিত পৰিকল্পনাৰ যোগে বিকল্প জীৱিকাত নিয়োজিত কৰাৰ প্ৰচুৰ সম্ভাৱনা আছিল। কিন্তু সংখ্যাত তাকৰ বাবে এওঁলোকৰ অভিযোগৰ মাত কাৰো কাণত নপৰিল। নগৰমুখী উন্নয়নৰ ধুমুহাই হৰিলালহঁতৰ সম্প্ৰদায়ৰ মানুহবোৰক অ'লৈ ত'লৈ উৰুৱাই লৈ গ'ল। ভাগ্যৰ এই পৰিৱৰ্তনৰ কাৰণ ভগৱানৰ কোপদৃষ্টি নে মানুহে মানুহক কৰা অন্যায়ৰ ফল, সেয়া হেমিদুৱে ধৰিব নোৱাৰে। শৈলেন বৰঠাকুৰে সিদিনা কোৱাৰ দৰে এয়া ভগৱানৰ নিৰপেক্ষতাৰ চিন নেকি হেমিদুৱে তাকো নাজানে। কিন্তু হৰিলালৰ কথা ভাবিলে তাৰ বুকুখন বিষায়।



# অন্তিম খণ্ড

চাওঁতে চাওঁতে বেলি লহিয়াবৰে হ'ল। বাৰাণ্ডাৰ পৰাই বাহিৰলৈ চাই হেমিদুৰে কথাষাৰ মনতে ভাবিলে। মানুহখিনিৰ লগত কথা পাতি থকাৰ সময়ত কোনেও সময়ৰ কথা মন কৰা নাছিল। দুৰ্গেশ্বৰ মাষ্টৰে ঘড়ীটোলৈ চাই সময়ৰ উল্লেখ কৰাতহে সকলো সষ্টম হৈ পৰিল। হয়, বহুত সময় হ'ল। দুৰ্গেশ্বৰে এইখিনি সময়তে এটা বৰি খাব লাগে। মেডিকেলৰ ডাক্তৰে তেওঁক বাৰে বাৰে সকীয়াইছে— ঔষধ খোৱাত কিন্তু অকণমানো হেৰফেৰ হ'লে এইবাৰ কথা বিষম হ'ব। তফজল কম্পাউণ্ডৰো তেতিয়াহে মনত পৰিল— ষ্টেডিয়ামৰ পৰা নাতিয়েক ইৰফানক আনিবৰ সময় হৈছে। পলম হ'লে ল'ৰাটোৱে অকলশৰীয়া হৈ ভয় খাব। আন দিনা বীৰেন ফুকনৰ অবাবত নষ্ট কৰিবলৈ সময় নাথাকে। নগৰখনৰ প্ৰথমখন জেনেৰেল প্ৰভিজন ষ্ট'ৰৰ মালিক ফুকনৰ সপ্তাহটোৰ ছদিন পুৱাৰ পৰা নিশালৈকে উশাহ ল'বলৈ সময় নাই। দেওবাৰে দুপৰীয়াৰ সাঁজ ভাত খোৱাৰ পাছত তেওঁ সময়ৰ বাধ্যবাধকতাৰ পৰা সম্পূৰ্ণ মুক্ত, স্বাধীন। সেইখিনি সময় তেওঁ সেয়ে ইচ্ছামতে চুহি চুহি খৰচ কৰে। সেয়ে, হেমিদুৰৰ তাত কথাৰ মহলা মাৰিবলৈ পাই তেওঁ ভালেই পাইছিল। দুৰ্গেশ্বৰে সময়ৰ কথা মনত পেলাই দিওঁতে তেওঁৰো মনত পৰিল— নামৰূপৰ পৰা জেঠেৰীয়েক আহিব, পুতেক-বোৱাৰীয়েকক লৈ। বজাৰৰ পৰা ভাল মাছ আৰু হামিদ কচাইৰ পৰা মাংস অনাৰ দায়িত্ব তেওঁৰ। দেৰি হ'লে ভাল বস্তু নাপাবও পাৰে। সেয়ে, সকলোৱে হঠাতে সষ্টম হৈ হেমিদুৰক মাত লগাই ওলাই গ'ল।

মানুহবোৰ ওলাই যোৱাৰ পাছতো হেমিদুৰে বাৰাণ্ডাতে বহি থাকিল। এই যে বেলি লহিয়াবৰে হ'ল বুলি কোনোবা এজনে ক'লে, সেই কথাটো অথনি হেমিদুৰৰ ঘৰৰ বাৰাণ্ডাত বহা মানুহখিনিৰ জীৱনৰ সৈতেও নাখাটে জানো? মানে, সেই মানুহখিনিৰ সৰহভাগৰে জানো জীৱনৰ বেলি লহিয়াবলৈ ধৰা নাই? হেমিদুৰে জানে মানুহে নিজৰ সুবিধাৰ বাবেই সময়ক বিভাজন কৰি বেলেগ বেলেগ নাম দি লৈছে। পুৱা, দুপৰীয়া, অপৰাহ্ন, সন্ধিয়া, নিশা আৰু পুনৰ পুৱা। এইবোৰ মানুহে নিজে সুবিধা অনুসৰি ভগাই লোৱা সময়ৰ বিভাজিত নাম। হেমিদুৰে সিদিনা পবিত্ৰ কোৰাণ অধ্যয়ন কৰোতে তাত সময় সম্বন্ধে কোৱা কথাবোৰ পঢ়ি বিস্মিত হৈছিল। মানুহৰ সৃষ্টিৰ বহু পূৰ্বেই এই বিশ্ব

ব্ৰহ্মাণ্ডৰ সৃষ্টি হৈছিল। তাৰ অৰ্থ হৈছে মানৱ সৃষ্ট সময়ৰ ধাৰণাৰ বহু আগতে পৃথিৱীৰ জন্ম হৈছিল। সেই তেতিয়াই যদি কাল নিৰৱধি আছিল, তেন্তে এতিয়াও তেনে আছে। সেয়েই যদি সঁচা, অৰ্থাৎ কাল যদি সৰ্বদা নিৰবধি আৰু মানৱাত্মা যদি সঁচাকৈয়ে 'ন হন্যতে', তেনেহ'লেনো জীৱনৰ বেলি লহিয়াবলৈ ধৰিছে বুলি ইমান বিচলিত হ'বৰ কাৰণ কি? অৱশ্যে এটা কথা সঁচা যে পৃথিৱীৰ সৰহভাগ মানুহেই আগৰে পৰা হিচাব-নিকাচ কৰি জীৱনত কৰিবলগীয়া কামবোৰৰ ফিৰিস্তি একোখন কৰি লৈ সেইবোৰক অগ্ৰাধিকাৰ ভিত্তিক এটা এটাকৈ কৰি যোৱাৰ আঁচনি কৰি নলয়। আৰু যিসকলে তেনে কৰে, তেওঁলোকৰ বহুতেই সেই আঁচনি মতে শৃংখলাবদ্ধভাৱে এটাৰ পাছত আনটো কাম কৰিবলৈ সুযোগ নাপায় আৰু বহুতৰে বহুতো কৰিবলগীয়া কাম বাকী ৰৈ যায়। আশা বা ইচ্ছাৰ এই অপূৰ্ণতাই মানুহৰ অন্তৰত কষ্ট দিলেও সেই অপূৰ্ণতাৰ বাবে তেওঁলোকৰ জীৱনৰ গতি ৰুদ্ধ হৈ নাযায়। কাৰণ, পূৰ্বতে নিজে নিৰ্দিষ্ট কৰি লোৱা অগ্ৰাধিকাৰক পৰৱৰ্তী সময়ত পৰিস্থিতি আৰু প্ৰয়োজনে সঘনে সলনি কৰি পেলায়। জীৱনৰ আৰম্ভণিৰ সময়খিনিত বেছি ভাগ মানুহৰে ব্যক্তিগত আশা আকাংখ্যাৰ পূৰণ আৰু প্ৰতিষ্ঠাৰ প্ৰয়োজনেই লক্ষ্যৰ দৰে হ'লেও সময় বাগৰাৰ লগে লগে নিজৰ প্ৰয়োজনৰ লগতে নিজৰ প্ৰিয়জন আৰু পৰিয়ালৰ প্ৰয়োজন সাঙোৰ খাই পৰে। যিসকল লোক কম-বেছি পৰিমাণে সমাজ সচেতন, তেওঁলোকৰ বাবে সামাজিক প্ৰয়োজন আৰু স্বাৰ্থয়ো প্ৰাধান্য পায়। [illegible]তিকে, নিজৰ ব্যক্তিগত আশা আৰু আকাংখ্যাৰ অপূৰ্ণতাই এজন ব্যক্তিক ব্যথিত কৰিলেও যিসকলৰ অন্তৰত আনৰ বাবেও চিন্তা কৰাৰ স্থান থাকে, তেওঁলোকে জীৱনৰ অন্তিম মুহূৰ্তলৈকে আশা পূৰণৰ দিগন্তলৈ আগ্ৰহেৰে চাই থকাৰ অৱকাশ ৰৈ যায়। জীৱন ভাটি দিলেও সেইবোৰ মানুহ কাহানিও হতাশ নহয়।

অলপ আগতে তেওঁৰ ওচৰলৈ ৰাজহুৱা কথা এটা আলোচনা কৰিবলৈ অহা মানুহখিনিৰ আচৰণত সেয়ে হেমিদুৰ সন্তুষ্ট হ'ল। তেওঁৰ ওচৰলৈ অহা মানুহখিনিৰ সকলোৰে কথা-কাণ্ড হেমিদুৰে ভাল নাপায়। তেওঁলোকৰ কেইবাজনৰো অতীত মুঠেই প্ৰশংসনীয় নহয়। কেৱল যৌৱন কালৰ ত্ৰুটি-বিচ্যুতিয়েই নহয়, তাৰ পাছতো তেওঁলোকে ব্যক্তিগত আৰু সামাজিক ক্ষেত্ৰতো যথেষ্ট কেলেংকাৰীৰ সৈতে জড়িত হৈছিল। কেইজনমানৰ বৰ্তমানৰ কাৰ্যকলাপো সমৰ্থনযোগ্য নহয়। কিন্তু হেমিদুৰে জানে যে তেনেকৈ বাচিবলৈ গ'লে লগে-ভাগে কাম কৰাৰ উপযুক্ত মানুহ বিচাৰি পোৱাই টান হ'ব। বাংলা ভাষাত এটি প্ৰবাদ বাক্য বৰ জনপ্ৰিয়— ঠগ বাচোতে গাওঁ উজাৰ। সেই যে ভগৱান বুদ্ধই সন্তানৰ মৃত্যুত বিহ্বলা এগৰাকী মাতৃক কৈছিল, তোমাৰ গাঁওখনৰ অধিবাসীসকলৰ কোনোবা এনে এঘৰৰ পৰা অকণমান ধূলি লৈ আনাচোন যিখন ঘৰত কেতিয়াও কাৰো মৃত্যু হোৱা নাই। হেমিদুৰে ভাবিলে— সমাজত ভাল মানুহো থাকে,

বেয়া মানুহো থাকে। ক'তো এনে কোনো মানুহ নিশ্চয় নাই যি সম্পূৰ্ণৰূপে এশ শতাংশই বেয়া। আটাইতকৈ বেয়াজনৰো অকণমান নহয় অকণমান ভাল গুণ থাকিবই। সমাজৰ কল্যাণৰ কামত সকলোকে যুক্ত কৰিব খুজিলে তেওঁলোককো অংশগ্ৰহণ কৰিবলৈ সুবিধা দিব লাগে আৰু তেওঁলোকৰ মাজত থকা শুভময় গুণবোৰ বিকশিত হ'বলৈ পৰিৱেশৰ সৃষ্টি কৰিব লাগে।

ঘনকান্ত মাষ্টৰৰ আশী বছৰীয়া জন্মদিন ৰাজহুৱাভাৱে পালন কৰাৰ উদ্দেশ্যে এখন উদ্‌যাপন সমিতি গঠনৰ বাবে তেওঁৰ পৰামৰ্শ বিচাৰি অথনি মানুহখিনি হেমিদুৰৰ ওচৰলৈ আহিছিল। তেতিয়াই হেমিদুৱে উপলব্ধি কৰিছিল যে বাহিৰৰ পৰা, দূৰৈৰ পৰা এজন মানুহৰ বাহ্যিক আচৰণৰ পৰাই মানুহজনৰ প্ৰকৃত চেহেৰা বা চৰিত্ৰ বুজা সহজ নহয়। মাণিক ফুকনৰ কথাই চাওক, কেতিয়াও তেওঁ কোনো সামাজিক অনুষ্ঠানৰ সৈতে জড়িত হৈ পোৱা নাই, তেনেকুৱা কামত কোনোবাই তেওঁৰ সংগ বিচাৰিলে ফুকনে বৰ টান পায়। তেনে কামৰ বাবে তেওঁৰ পৰা দান-বৰঙণি বিচাৰিলেতো তেওঁ সাত জাপ মাৰে। সেই মাণিক ফুকনেই আকৌ এই কামটোৰ বাবে যিখিনি পইচা খৰচ হ'ব, সেইখিনি সমুদায় তেওঁ দিব বুলি কথা দিছে। তেওঁৰ মাত্ৰ এটাই চৰ্ত— কথাটো ৰাজহুৱা কৰিব নালাগে।

এই বৈচিত্ৰ্য আৰু বৈপৰীত্যৰ বাবেই পৃথিৱীখন এতিয়াও বাসযোগ্য হৈ আছে। এই পৃথিৱীৰ সকলো বাসিন্দাই যদি সমানে বেয়া হ'লহেঁতেন, তেনেহ'লে ইয়াত কাম কৰা কিমান কষ্টসাধ্য হ'লহেঁতেন সেয়া হেমিদুৰে কল্পনাও কৰিব নোৱাৰে। কিন্তু সি জানে যে তেনে নহৈ যদি পৃথিৱীৰ সকলো মানুহ অতিশয় ভাল হ'লহেঁতেন, এজনো বেয়া মানুহ যদি এই পৃথিৱীত নাথাকিলহেঁতেন, তেতিয়া হ'লেও জানো এই পৃথিৱীত বাস কৰা সুখকৰ হ'লহেঁতেন? সেই পৰিৱেশ জানো এটা সময়ৰ পাছত বিৰক্তিকৰ নহ'লহেঁতেন? পৃথিৱীখন নহ'লেও মই বাস কৰা অঞ্চলটোৰ পৰিৱেশ, মোৰ কাষতে থকা মানুহবোৰৰ আচৰণ, কাম-কাজ মোৰ মনে বিচৰা ধৰণৰ নহ'ল বুলিয়েই সংসাৰৰ প্ৰতি বীতশ্ৰদ্ধ হৈ মন-মেজাজ বেয়া কৰি ৰাখিলে নিজৰে বিপদ। আৰু এটা নিৰ্দিষ্ট বয়সৰ পাছত আৰু বিশেষকৈ কৰ্মব্যস্ত জীৱনৰ পৰা অৱসৰ লোৱাৰ পাছত সংসাৰৰ সৰু-বৰ দৈনন্দিন কথাবোৰৰ লগত নিজকে ইমান গভীৰভাৱে যুক্ত কৰি ৰখাৰো বিশেষ কাৰণ নাই। ভাৰতীয় পৰম্পৰাত সেয়ে জীৱনক বয়সৰ স্তৰ অনুযায়ী ভাগ কৰা হৈছে। কিন্তু হাস্যকৰ কথা এয়ে যে আন কেওটা স্তৰ স্বাভাৱিকভাৱে পাৰ কৰাসকলেও অন্তিম স্তৰ, অৰ্থাৎ সন্ন্যাস বৰ্ণলৈ যাবলৈ ইচ্ছা নকৰে। আচলতে মানুহে মৃত্যুক ভয় কৰে। এই মৃত্যুভীতিৰ কাৰণে নহ'লেও সুদীৰ্ঘকাল পৃথিৱীত থকা বাবে এই সংসাৰখন, ইয়াৰ গছ-গছনি, পশু-পক্ষী, ইয়াত থকা আপোনজন এইবোৰৰ প্ৰতি গভীৰ আসক্তি জন্মে

আৰু এইবোৰ এৰি থৈ অজান এখন ঠাইলৈ অকলশৰে গুচি যাবলৈ মন নাযায়। সিপাৰৰ যাত্ৰাৰ বাবে সাজু হ'বলৈ মনৰ দুৱাৰত যিমানেই টোকৰৰ শব্দ প্ৰবল হয়, সিমানেই মানুহে এই সংসাৰখনক খামুচি ধৰিবলৈ ব্যাকুল হয়। সেই বাবেই বোধকৰো বৃদ্ধসকলে পৃথিৱীৰ সৰু-সুৰা কৰ্মকাণ্ডসমূহৰ প্ৰতিও প্ৰয়োজনতকৈ অধিক সপ্ৰতিভ হয়, উৎসাহিত হয়। যিমান দিনলৈকে এগৰাকী মানুহ কৰ্মঠ হৈ থাকিব পাৰে, সিমানেই ভাল আৰু তেওঁৰ কৰ্মই যদি সমাজৰ কল্যাণ সাধিব পাৰে, তেনেহ'লেতো আৰু ভাল। কিন্তু মানুহ যিমানেই বৃদ্ধ হৈ আহে, সিমানেই তেওঁৰ উৎপাদন ক্ষমতা হ্ৰাস পায়। তেতিয়া পৰিস্থিতিৰ সৈতে বুজাবুজি কৰিবলৈ সক্ষম নোহোৱাসকলে সাম্প্ৰতিক সময়টোক, এই সময়ত কৰ্মস্থসকলৰ কামত দোষ খুচৰিবলৈ আৰম্ভ কৰে। এই পৰিস্থিতিয়ে এজন ব্যক্তিক অসন্তুষ্ট কৰাৰ লগতে তেওঁ কাম কৰা সমাজখনৰ মানুহকো অসন্তুষ্ট কৰে।

এই পৰিস্থিতিৰ সম্যক উপলব্ধিৰ বিষয়ে আন্তৰ্জাতিক খ্যাতিসম্পন্ন এগৰাকী বাংলা অভিনেতা আৰু কবি সৌমিত্ৰ চট্টোপাধ্যায়ৰ এটি সাক্ষাৎকাৰ পঢ়ি হেমিদুৰ সিদিনা বৰ উৎসাহিত হ'ল। তেখেতে কৈছিল— 'সময় বৰ মূল্যবান আৰু এতিয়া ই আগতকৈ চুটি হৈ আহিল, মই ইয়াৰ অন্ত পৰ্যন্ত এতিয়া দেখা পাইছো। এই অন্ত নিশ্চয় অপৰিহাৰ্য। ইয়াক ভয় কৰা অৰ্থহীন। মই মৃত্যুক নহয় কিন্তু ইয়াৰ সৈতে সংস্পৃষ্ট শাৰীৰিক যন্ত্ৰণাকহে ভয় কৰো। যোৱাৰ পূৰ্বে এই যন্ত্ৰণাই যাতে মোৰ সম্ভ্ৰম বিনষ্ট নকৰে, সেইটো বিষয়তহে মই উদ্বিগ্ন। কোনেও মৰিব নিবিচাৰে, ময়ো নিবিচাৰো। কিন্তু মৃত্যু যে অনিবাৰ্য, সেইটো গ্ৰহণ কৰিবলৈ মই শিকিছো। এটা সময়ত জীৱনটোৱেই মৰণলৈ ৰূপান্তৰিত হৈ যায়।' যিসকল কৰ্মৰ সৈতে ওতঃপ্ৰোতভাৱে যুক্ত হৈ জীৱনৰ বিয়লি বেলাত উপনীত হয়, তেওঁলোকে নিজৰ কৰ্মত সন্তুষ্ট হোৱাৰ বাবেই যাবৰ পৰত ভীতিগ্ৰস্ত নহয়। এচামে আকৌ যেতিয়া উপলব্ধি কৰে যে এতিয়া আৰু তেওঁ এই সংসাৰলৈ আগ বঢ়াব পৰা অৱদান আৰু নাই, তেতিয়া সন্তুষ্টচিত্তে, প্ৰসন্নবদনে, সম্ভ্ৰমেৰে সৈতে পৃথিৱী এৰিবলৈ সিদ্ধান্ত লয়। উত্তৰ ভাৰতৰ কোনো কোনো সম্প্ৰদায়ৰ মাজত সেয়ে এক ধৰণৰ ইচ্ছা মৃত্যু, যাক মোক্ষ লাভৰ পন্থাও বুলিব পাৰি, প্ৰচলন আছে। এগৰাকী বিশ্ববিদ্যালয়ৰ কৃতী অধ্যাপকে অৱসৰৰ অন্তত কেইবাটাও সামাজিক কল্যাণকৰ কৰ্মৰ সৈতে যুক্ত হোৱাৰ পাছত প্ৰায় নৱৈ বছৰ বয়সত সিদ্ধান্ত ল'লে যে তেখেতে মোক্ষত্ব লাভ কৰিব। তেখেতৰ বৃহৎ একান্নৱৰ্তী পৰিয়ালে সেয়েহে বাৰানসীত থকা 'বেনাৰস মুক্তি ভৱন' নামৰ প্ৰতিষ্ঠানটোৰ চৌহদত বৃদ্ধগৰাকীৰ সৈতে এমাহৰো ওপৰ কাল বাহৰ পাতিলেহি। মোক্ষত্ব প্ৰাৰ্থী বৃদ্ধসকলে লাহে লাহে আহাৰ গ্ৰহণৰ মাত্ৰা আৰু পৰিমাণ কমাই কমাই শেষৰ ফালে কেৱল গংগাজল পান কৰাতে সীমিত ৰাখে। এটা সময়ত মোক্ষত্ব প্ৰাৰ্থীজনৰ মৃত্যু হয় আৰু তাৰ পাছত তেখেতৰ আত্মীয়-

স্বজনে তেখেতৰ মৰদেহ শ্মশান ঘাটলৈ নি শেষকৃত্য সম্পন্ন কৰে। তেনে এগৰাকী মৰণপথৰ যাত্ৰীক তেওঁৰ নাতিয়েকে এনে কৰাৰ কাৰণ সোধাত তেখেতে হেনো কৈছিল— মোৰ বাবে মৃত্যু হৈছে মুক্তি, এযোৰ কাপোৰ সলাই আন এযোৰ পিন্ধাৰ দৰে সাধাৰণ ঘটনা। আৰু কাশীৰ এই পৱিত্ৰ ঘাটত মৃত্যু হ'লে আত্মাই মোক্ষত্ব লাভ কৰে বুলি আমাৰ বিশ্বাস।

এনে ধৰণৰ কথাবোৰ, মানে মৃত্যু বিষয়ক চিন্তাবোৰ হেমিদুৰৰ মনলৈ এনেয়েই আহে। সেই বুলি তেওঁ মৰাৰ কথাকে ভাবি হাত সাবটি অন্তিম ক্ষণটোৰ অপেক্ষাত ৰৈ নাথাকে। সেয়া যেতিয়া হ'ব তেতিয়া দেখা যাব। কিন্তু এই জীয়াই থকা সময়খিনি যাতে পৰিপূৰ্ণভাৱে মানুহৰ মংগল সাধনৰ কামতে ব্যয় কৰিব পাৰি, সেই বিষয়ত কোনোবাই গঠনমূলক পৰামৰ্শ বিচাৰিলে হেমিদুৰে আনন্দমনে তেনে পৰামৰ্শ দিবলৈ বিচাৰে। ঘনকান্ত হাজৰিকাৰ সম্বৰ্ধনা অনুষ্ঠানৰ বিষয়ত বয়সস্থসকলে লোৱা পৰিকল্পনা সমৰ্থন কৰাৰ লগতে হেমিদুৰে এই কামটোত অপেক্ষাকৃতভাৱে পাছৰ চাম মানুহ আৰু যুৱ সমাজকো জড়িত কৰাৰ পৰামৰ্শ আগ বঢ়াইছিল। তাৰ ওচৰলৈ অহা মানুহ কেইজনৰ মাজত কেইজনমানৰ কথাটোত দুৰ্ঘোৰ আপত্তি। তেওঁলোকৰ মতে, নতুন চামৰ হিচাবৰ খাতাত আমাৰ নাম নাই। আমি সিহঁতৰ বাবে জগা-কাঠ। ঘন মাষ্টৰৰ সম্বৰ্ধনাৰ কথাটো আমি বুঢ়াবোৰে ভাবিব লাগিছিল নে সিহঁতে? হেমিদুৰ আৰু আন দুজনমানে বুজালে— নাই, সৰুৰ কথাত ডাঙৰে ঠেহ পাতিলে একো কামকে দেখোন কৰিব পৰা নহ'ব। সিহঁততো আমাৰে মানুহ! কোনোবাই ঘন হাজৰিকাৰ সম্বৰ্ধনাৰ লগতে এখন স্মৃতিগ্ৰন্থ উলিওৱাৰ প্ৰসংগ উলিয়ালে। হেমিদুৰে ক'লে, সেইখন কিন্তু গতানুগতিক নকৰি অতীত আৰু বৰ্তমানৰ সমন্বয়ৰ প্ৰতীক ৰূপত উলিওৱাৰ কথা ভাবিব লাগে। অৰ্থাৎ সেইখনত ঘনকান্ত হাজৰিকাৰ জীৱন আৰু শিক্ষক হিচাবে তেখেতৰ কীৰ্তিৰ উল্লেখ থকাৰ উপৰিও সাধাৰণভাৱে শিক্ষা ক্ষেত্ৰ সম্পৰ্কীয় বিদ্যায়তনিক আলোচনাৰ লগতে অতীতৰ শিক্ষক-ছাত্ৰৰ লগতে সাম্প্ৰতিক কালৰ শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ অভিজ্ঞতালব্ধ মন্তব্যইও স্থান পোৱা উচিত। হেমিদুৰৰ কথাত সকলোৱে একেমুখে হয়ভৰ দিছিল। সম্বৰ্ধনা গ্ৰন্থখন প্ৰকাশৰ পাছতহে গম পোৱা যাব সেইবোৰ পৰামৰ্শৰ কিমানখিনি কাৰ্যক্ষেত্ৰত ৰূপায়িত হ'ল।

পাছদিনা পুৱা শুই উঠি ফজৰৰ নামাজ পঢ়ি হেমিদুৰে সদায় ওলাই যোৱাৰ দৰে মৰ্ণিং ৱাক কৰিবলৈ ওলাই নগ'ল। আনদিনা ফুৰি-চাকি অহাৰ পাছত বোৱাৰীয়েক জেৰিনাই বৰ আথে-বেথে যুগুতাই দিয়া চাহ-নাস্তা খাইহে হেমিদুৰ বাহিৰৰ বাৰাণ্ডাত বহে। আজি ফুৰিবলৈ যাবলৈ মন নোযোৱাৰ বাবে তেওঁৰ ৰুটীনখনো সলনি হ'ল। তেওঁ ঘৰৰ আনে গম নোপোৱাকৈ লাহে লাহে পাকঘৰত সোমাল আৰু বহুত দিনৰ

মূৰত নিজ হাতেৰে চাহ একাপ কৰি খাবলৈ ইচ্ছা কৰিলে। পাকঘৰত সোমাই তেওঁ প্ৰথমতে গোটেই কোঠাটো এবাৰ চাই ল'লে। হেমিদুৰৰ মনত পৰিল ঘৰটো সাজিবৰ সময়ত বাকীবোৰ কথাত তেওঁৰ পৰিবাৰ হুছনাই বিশেষ মতামত নিদিলেও পাকঘৰটো আৰু তেওঁলোকৰ গাধোৱা ঘৰটো সজাৰ ক্ষেত্ৰত কেইটামান চৰ্ত ৰাখিছিল। তেওঁ হেমিদুৰক স্পষ্ট ভাষাত সেই সময়ত কৈছিল— আপোনাৰ কোনো কথাতে কাহানিও মই একো আপত্তি কৰা নাই। ঘৰটো সাজোতেও আপুনি যেনেকুৱা হ'ব লাগে বুলি ভাবিছে, মই তাকে মানি লৈছো। কিন্তু ৰান্ধনী ঘৰটোৱেই মোৰ মানত সাম্ৰাজ্য। এইকণ সাম্ৰাজ্য মই মোৰ মনৰ মতন কৰি সজাব খুজিছো, আপুনি কিন্তু হকা-বাধা নকৰিব। মানুহজনীৰ কথা শুনি হেমিদুৰৰ সিদিনা হাঁহি উঠিছিল। তেওঁ হাঁহি হাঁহিয়েই উত্তৰ দিছিল, হ'ব বাৰু, তযু ইচ্ছা পূৰ্ণ হ'ব দেৱী। পাকঘৰৰ সৈতে এই শৰ্মাৰ সম্পৰ্ক খোৱাৰ মেজতহে প্ৰকাশ পায়। এইটো কোঠা আৰু গা-ধোৱা ঘৰটো তুমি যেনেকৈ ইচ্ছা, সজাই লোৱা। সঁচাকৈয়ে দুয়োটা কোঠাই মানুহজনীয়ে ইমান পৰিপাটিকৈ সজাই লৈছিল যে পাকঘৰটোত আনকি একেবাৰে অনভিজ্ঞ ৰান্ধনীয়েও কাম কৰি ভাল পাব। ৰান্ধনী ঘৰটোত য'ত, যেনেকৈ যি সময়ত যিটো বস্তু লাগে তাকে সজাই থোৱাৰ ব্যৱস্থা কৰি লৈছিল। পোহৰ আৰু বতাহৰ যাতে ভাল ব্যৱস্থা হয় তালৈও চকু দিয়া হৈছিল। গা-ধোৱা ঘৰটোও আছিল যথেষ্ট আহল-বহল আৰু সকলোফালে সুচল। কিন্তু কি হ'ব? দুয়োটা কোঠাকে মানুহজনীয়ে বোধকৰো দুবছৰেই ব্যৱহাৰ কৰিবলৈ নাপালে। য'ৰ বস্তু ত'তে এৰি মানুহজনী হঠাতে নাইকিয়া হৈ গ'ল।

হুছনা, মানে তেওঁৰ পৰিবাৰ ঢুকুওৱাৰ পাছত সম্ভৱ আজিহে হেমিদুৰ পাকঘৰত সোমালে। গেছ ষ্টোভটো জ্বলাবলৈ বুলি তেওঁ গেছ চিলিণ্ডাৰটো খুলিবলৈ বিচাৰোতেহে হেমিদুৰৰ মনত পৰিল— ধেৎ, এতিয়াতো তেওঁলোকৰ ঘৰত পাইপ গেছৰ ব্যৱস্থা। নিজে নিজে লাজ পাই তেওঁ চাহ কৰা কেটলিটো ষ্টোভত বহাই গেছৰ নবটো খুলিলে। সদায় ব্যৱহাৰ কৰা কফি মাগটো উলিয়াই তেওঁ স্লেবখনতে থলে। নাই, জেৰিনাক শাহুৱেকে সকলো কথা সুন্দৰকৈ শিকাই গৈছে। চাহৰ টেমা, চেনিৰ টেমা, চাহ চেকা ছেকনী, গাখীৰৰ চ'চপেন সকলোবোৰ সহজে পোৱাকৈ থোৱা আছে। চাহ কাপ কৰিবলৈ লৈ হেমিদুৰৰ একেবাৰে অসুবিধা নহ'ল। বেৰত লগাই থোৱা মীট-চেফটোৰ পৰা থিন-এৰ'ৰুট বিস্কুট এটা উলিয়াই হেমিদুৰে পাকঘৰতে থকা সৰু মেজখনত থৈ চকীখনতে বহি আৰামেৰে চাহ কাপ খাই ল'লে। জেৰিনাই বনাই দিয়াৰ দৰে চাহ কাপ হোৱা নাই যদিও বৰ বেয়াও হোৱা নাই। হেমিদুৰে লাহে-ধীৰে চাহ কাপৰ সোৱাদ লৈ মাগটো বেচিনতে থৈ পাকঘৰৰ দুৱাৰখন লাহেকৈ জপাই বাৰাণ্ডাতে বহিল। হেমিদুৰে মনতে ভাবিলে— এবাৰ ফুৰি অহা হ'লে ভাল আছিল নেকি? পিছ মুহূৰ্ততে ঠিক

কৰিলে, নাই, ইমান পলমকৈ ওলাই গৈ ভাল নালাগিব। তাতোকৈ অলপ পাছতে হৰেনে কাগজকেইখন দিবহি। বাৰাণ্ডাতে বহি কাগজলৈ বাট চোৱাই ভাল হ'ব। বাৰাণ্ডাৰ তেওঁৰ নিৰ্দিষ্ট চকীখনৰ সন্মুখতে থকা সৰু মূঢ়াটোত ভৰি দুখন থৈ হেমিদুৰে চকু দুটা মুদি দিলে।

কিবা এটা শব্দত যেন হেমিদুৰ সাৰ পাই গ'ল। চকু দুটা মেলি তেওঁ চাৰিওফালে চাব খুজিলে। তেওঁ উপলব্ধি কৰিলে মূৰটো তেওঁ ইচ্ছামতে ঘূৰাব পৰা নাই। চকু কেইটাকে ইফালে-সিফালে ঘূৰাই তেওঁনো ক'ত আছে বুজিবলৈ চেষ্টা কৰিলে। ক'ত আছে সেয়া তেওঁ উপলব্ধি কৰিব নোৱাৰিলেও বুজি পালে যে তেওঁ নিজৰ বাৰাণ্ডাত বহি থকা নাই আৰু এতিয়া পুৱা হৈ থকা নাই। লাহি শৰীৰৰ বগীকৈ মৰম লগা নাৰ্ছজনী তেওঁৰ কাষলৈ আহোতেহে হেমিদুৰে বুজিলে তেওঁ হাস্পতালত আছে। পাছত তেওঁ গম পালে যে সিদিনা তেনেকৈ ঘৰৰ বাৰাণ্ডাতে বহি থাকোতেই কেতিয়ানো মূৰ্ছা গৈছিল, ঘৰৰ কোনেও নাজানিলে। বোৱাৰীয়েক জেৰিনাই তেওঁ সদায় যোৱাৰ দৰে মৰ্ণিং ৱাক কৰিবলৈ ওলাই যোৱা বুলি পাকঘৰত সোমাই পুৱাৰ জলপানৰ যোগাৰ কৰাত লাগি আছিল। নাতিয়েক পাৰভেজ উঠি ককাকক বিচাৰি যাওঁতেহে সকলোৱে গম পালে হেমিদুৰ আৰামী চকীখনতে বেহুচ হৈ পৰি আছে। লগে লগে গোটেইখন হুৱাদুৱা লাগিল। ওচৰৰে কাৰোবাৰ ডাঙৰ গাড়ী এখনতে ভৰাই লগে লগে নাৰ্ছিং হোমলৈ অনাতহে ৰক্ষা। তথাপিও পূৰা আঠাইশ ঘণ্টাৰ পাছতহে হেমিদুৰৰ চেতনা আহিছিল। ডাক্তৰৰ মতে তেওঁৰ এটি মাইল্ড ষ্ট্ৰোক হৈ গ'ল। ভাগ্য ভাল, শৰীৰৰ ক'তো পক্ষাঘাতৰ চিন নাই। তিনি-চাৰি দিন মানৰ পাছতে সুস্থ হৈ ঘৰলৈ যাব পাৰিব। মাত্ৰ এতিয়াৰ পৰা কিন্তু খুব সাৱধানী জীৱন-যাপন কৰিব লাগিব। খোৱা-বোৱাতো ভীষণ সাৱধান হ'ব লাগিব। ডাক্তৰ, নাৰ্ছ, পৰিয়ালৰ মানুহ, তেওঁক দেখা কৰিবলৈ অহা মানুহ— সকলোৰে কথা-বতৰা হেমিদুৰে মনে মনে শুনি গ'ল।

তেওঁ নিজকে নিজে কোৱাৰ দৰে মনৰ ভিতৰত ক'লে, তোমালোকৰ কথাৰ সাৰাংশ হ'ল— মহাকালৰ যাত্ৰাৰ পাছপ'ৰ্টখন চাকৰিৰ পৰা অৱসৰৰ দিনাই হাতত পৰিছিল। এইবাৰ সেই অজান দেশলৈ যাত্ৰাৰ অনুমতি স্বৰূপে ভিছাৰ মোহৰটো পাছপ'ৰ্টত পৰিল। ঠিক আছে, মই সাজু হওঁ, এই যাত্ৰাত মই খোজ কাঢ়িবৰ প্ৰয়োজন নাই, লোকৰ কান্ধত উঠিহে যাব লাগিব। কোনো চিন্তা নাই, সিফালৰ বিমান বন্দৰত মোৰ বাবে হুছনা ৰৈ থাকিব। মই আহি আছো, হেৰা!

*সমাপ্ত*

চকু দুটা মুদি দুয়োখন হাতেৰে মুখখন ঢাকি ধৰিলে। তথাপি সেই দৃশ্যটো তাৰ চকুৰ আগতে ওলমি থাকিল। আজি কিছু দিনৰ পৰা এই হৈছে। অলপ অন্যমনস্কভাবে কিবা কথা ভাবিবৰ চেষ্টা কৰিলেই হাতত-সাৰে ভৰিত-সাৰে সেই একেটো দৃশ্য তাৰ চকুৰ আগলৈ গুচি আহে। এটা লুংলুঙীয়া পকী আলিবাট। দুয়ো কাষৰ ওখ ওখ চেৰী গছবোৰ ফুলেৰে জাতিষ্কাৰ হৈ আছে। বহুদূৰলৈকে ক'তো কোনো জনপ্ৰাণীৰ চিন নাই। সেই ঠেক বাটটোৰে চিকাৰীয়ে খেদি নিয়া হৰিণা এটাৰ দৰে ত্ৰস্ত ক্ষীপ্ৰ খোজেৰে সি গৈ আছে। কিছুদূৰৈত দুয়ো কাষৰ চেৰীগছবোৰ আহি এঠাইত লগ হৈছেহি। ভাবিছে, মৰো-জীওঁ সোঁ-আধিকৈ কোনোমতে সেই ঠাইডোখৰ গৈ পালেই সি ৰক্ষা পৰিব। কিন্তু সি কোনোপধ্যে সেইডোখৰ ঠাই নাপায়হে নাপায়। সি দৌৰি থাকে। মনস্তত্ব ইত্যাদিৰ সৰল ব্যাখ্যা থকা জনপ্ৰিয় কিতাপবোৰৰ পাত সি কোনোদিনে লুটিওৱা নাই। চাবৃকন্সাছ মনত কিহৰ চাপ বৈ গ'লে এনে কাণ্ড হয় সেয়েহে সি ক'ব নোৱাৰে। সি আন্থকাল পায়। তাৰ চিন্তাস্ৰোতত এই অনাকাঙ্ক্ষিত দৃশ্যই বাধাৰ সৃষ্টি কৰে। কাষৰ জগতখনৰ পৰা বিচাৰি উলিওৱা সাময়িক ছুটি এইটো দৃশ্যৰ উৎপাতত ক'ৰবালৈ পলায়। সি বিৰক্ত হয়।

বিশেষকৈ এই সময়ত তাৰ মনটো ইয়াৰ পৰা ক'ৰবালৈ পলুৱাই পঠিয়াব পৰা হ'লে সি ৰক্ষা পৰিলহেঁতেন। কাৰোবাৰ ঘৰত কেচুৱা এটা জন্ম হোৱা নাইবা এজন বুঢ়া মানুহৰ মৃত্যু হোৱাৰ বাতৰিয়ে আজি-কালি তাৰ মনত কোনো প্ৰতিক্ৰিয়া সৃষ্টি কৰিব নোৱাৰে। তাৰ অৰ্থ এই নহয় যে এনেবোৰ ঘটনাক সি দাৰ্শনিকৰ নিৰ্লিপ্ত দৃষ্টিভঙ্গীৰে চাবলৈ আৰম্ভ কৰিছে। কৰিছে! আচলতে সি এইবোৰ বাতৰিত উত্তেজনাৰ একো খোৰাক নাপায়। জৈবিক প্ৰতিক্ৰিয়াৰ স্বাভাৱিক পৰিণতি স্বৰূপেহে এটি শিশু পৃথিবীলৈ আহে, এজন বৃদ্ধই পৃথিবীৰ পৰা মেলানি মাগে। ইয়াত বৈচিত্ৰ আছে কি? ইয়াৰ প্ৰাত্যহিক গতানুগতিকতাই তাক কাহানিবাই আমুৱাইছে। কিন্তু এতিয়াৰ ঘটনাটো সুকীয়া। আজি পুৱা ফজৰৰ আজানৰ ধ্বনি বতাহৰ পৰা লুকুৱাই যোৱাৰ লগে লগেই তাৰ মাকে পৃথিবীৰ পৰা বিদায় লৈছে। প্ৰায় চাৰিবছৰ বেমাৰী-পাটিত পৰি থকাৰ পিচত তেওঁ আজি নিস্তাৰ পাইছে সকলো যন্ত্ৰণাৰ পৰা। সি সেইবাবে বেয়া পোৱা নাই। কিন্তু এইটো পৰিবেশ তাৰ বাবে মুঠেই সহনীয় নহয়। ব্যস্ত হৈ ঘুৰি

ফুৰা নাইবা শোকাভিভূত হৈ বহি বহি থকা মানুহবোৰে এটা মনোভাব প্ৰচাৰ কৰাৰ ষড়যন্ত্ৰ কৰিছে যেন তাৰ মাক মৰাৰ বাবে এই ঘৰখনৰ এক অভাৱনীয়, অপূৰণীয় ক্ষতি হৈছে। যেন সকলোবোৰ মানুহ এই অপ্ৰত্যাশিত দুৰ্ঘটনাত বিচলিত হৈ কিংকৰ্ত্তব্যবিমূঢ় হৈছে। এনে নিৰ্লজ ভণ্ডামী তাৰ মুঠেই সহ্য নহয়।

কিন্তু সহ্য নহলেও উপায় নাই। এটা দৃশ্যৰ অৱতাৰণা কৰাৰ উৎসাহ তাৰ অন্তৰত নাই। মনে মনে বহি থকাৰ বাহিৰে আন একোতে তাৰ এই সময়ত উৎসাহ নাই। একাপ ফিকা চাহ খাই লৈ তাৰ কোঠালিত সোমাই থাকিব পৰা হলেই সি সুখী হলহেঁতেন। কিন্তু এতিয়াতো কাকো চাহ একাপৰ কথা ক'ব নোৱাৰি। শোকাভিভূত হৈ ঘৰখনৰ সকলোৱে ৰন্ধা-বঢ়া কামক এটা অলাগতিয়াল সামান্য কাম বুলি থিক কৰি লৈছে। ওচৰৰ কাৰোবাৰ কাৰোবাৰ ঘৰৰ পৰা কেবাকেটলিও চাহ ব্ৰে'ড অহা সি দেখি আছে অথনিৰ পৰা। একাপ চাহ খাব খুজিছে বুলি জানিলে কোনোবা সহৃদয়া মহিলাই নিশ্চয় শব্যস্ত হৈ তাক আনি দিবহি। কিন্তু সেয়াও এটা কাম হ'ব! মাকৰ লাশ ঘৰত থাকোতেই চাহৰ কথা চিন্তা কৰাৰ বাবে মানুহে তাক বেয়া পাব, সেই লাজ তাৰ নাই। কিন্তু সিওযে ঘৰত আছে এই খবৰটো মানুহৰ মনৰ পৰা নাইকিয়া কৰি দিয়াৰ মনেৰেই সি মানুহৰ মাজৰ পৰা আঁতৰি ফুৰিছে। মাৰ সুযোগ্য পুত্ৰ-কন্যাসকলেই সকলোৰে চকুত জিলিকি থাকক। মোৰ দৰে এটা অপদাৰ্থৰ কথা মানুহে পাহৰি থকাই ভাল।

মা পুৱা ঢুকাল। জানাজা আছৰৰ পিচত হ'ব। এই বাৰ্তাটোকে সদৰি কৰিবলৈ অসম আৰু অসমৰ বাহিৰলৈকে কেবাখনো তাঁৰ আজি গৈছে। এইবোৰ টেলিগ্ৰামে হেনো 'টপ প্ৰায়ৰিটি' পায়। তাৰ ককায়েকহঁতে তেওঁলোকৰ শহুৰেকৰ পৰিয়ালৰ প্ৰায় সকলো মানুহলৈকে টেলিগ্ৰাম কৰিবলৈ দিছে। অথনি তাৰ হাতত বিৰাট দীঘল তালিকাখন দি টেলিগ্ৰামবোৰ সোনকালে কৰি আহিবলৈ তাক কওঁতে খঙে তাৰ মূৰৰ চুলিৰ পাইছিলগৈ। মাহৰ শেষৰ ফালে তাৰ জেপৰ অৱস্থা কেনে হয় সেই কথা ভাবিবৰ অৱকাশ তেওঁলোকৰ তেতিয়া নাছিল। মাতৃবিয়োগৰ শোকত তেওঁলোক তেতিয়া ম্ৰিয়মান। মাকৰ লৰা সিও এটা নহয়হে যেন। অপদাৰ্থ হ'ল বাবেই মাকৰ বিয়োগত শোক কৰাৰ সমান অধিকাৰ তাৰ যেন নাই। তাৰ বৰ খং উঠিছিল। কিন্তু অন্ততঃ কিছুসময়ৰ বাবে ঘৰখনৰ এই উশাহ বন্ধ কৰি আনিব খোজা পৰিবেশৰ পৰা সি ৰেহাই পাব এই ভাবি চাইকেলখন লৈ সি ওলাই গৈছিল। নৰেন দৰ্জীৰ পৰা টকা ত্ৰিশটা ধাৰ কৰি টেলিগ্ৰামকেইখন কৰি আহি সঁচাকৈয়ে সকাহ পোৱাৰ দৰে পাইছিল।

মাকৰ মৃত্যু সিহঁতৰ কাৰোবাবে অপ্ৰত্যাশিত নহয়। চাৰি বছৰ লেকাত ভুগি থকাৰ পিচত আজি তৈওঁ গৈছে। এই কেইবছৰ তাৰ মাকৰ কি কি অৱস্থা গ'ল সেই কথা তাতকৈ আন কোনেও বেছি ভালকৈ নাজানে। ভাবিলে বৰ আচৰিত কথা যেন

লাগে। সৰুৰে পৰা সি দেখিছে সিহঁতৰ ঘৰক মাকৰ কৰ্তৃত্ব প্ৰায় অপৰিসীম। সিহঁতৰ বাপেক আছিল এজন কৃতী পুৰুষ। সেই বাবে তেখেত সৰ্বদা ব্যস্ত আছিল। নিজৰ ব্যৱসায়িক কামত ঘূৰি ফুৰোঁতে বাপেকে ঘৰখনৰ প্ৰতি চকু দিবলৈ অৱসৰ পোৱা নাছিল। তাৰ ভাৰ লৈছিল সিহঁতৰ মাকে। আৰু সেই দায়িত্বৰ প্ৰতি তেওঁ প্ৰায়ে প্ৰয়োজনতকৈ বেছি সচেতন আছিল। সেইবাবে মানুহে সিহঁতৰ বাপেকক তিৰোতা-সেৰুৱা বুলি কবলৈ সুবিধা পাইছিল। অপূৰ্ব দক্ষতাৰে মাকে ঘৰখনৰ প্ৰায় আটাইবোৰ কাম অতি নিয়াৰিকৈ কৰি দিছিল নাইবা কৰাই লৈছিল। ধন অৰ্জাৰ এখ্‌তীয়াৰ বাপেকৰ একচেতিয়া আছিল যদিও সেই ধন খৰচ কৰাৰ সৰ্বস্বত্ব মাকেহে সংৰক্ষিত কৰি থৈছিল। ডেৰাডুনৰ ফৰেষ্ট কলেজত পঢ়ি থকা ডাঙৰ ককায়েকলৈ কিমান পইচা পঠিয়াব লাগে নাইবা শিবপুৰত ইঞ্জিনীয়াৰিং পঢ়ি থকা মাজু ককায়েকে তেওঁৰ বন্ধুৰ ঘৰত ফুৰিবৰ বাবে যোৱা উচিত হ'ব নে নহয় সেইবোৰৰ পৰা আৰম্ভ কৰি মাটি-বাৰী কিনা, ছোৱালী বিয়া দিয়ালৈকে সকলোবোৰ কথাতে শেষ কথাষাৰ আছিল সিহঁতৰ মাকৰ।

সেইবাবেই বাপেক ঢুকুৱাৰ পিচত ক্ৰমান্বয়ে তাৰ মাকৰ স্থান সিহঁতৰ ঘৰখনত অপ্ৰয়োজনীয় হৈ অহা দেখি সি বেয়া পাইছিল। শেষৰ ফালেতো তেওঁৰ অৱস্থা বৰ দুখলগা হৈছিলগৈ। ঘৰখনৰ আটাইৰে এটা গধুৰ বোজা সদৃশ হৈছিল তেওঁ। এই বোজা যিমানে সোনকালে কান্ধৰ পৰা নামে সিমানেই ভাল, মুখেৰে নক'লেও ঘৰখনৰ সকলোৰে ব্যৱহাৰত সেই কথা দেখাদেখিকৈ ওলাইছিল। আৰু এই কথা সিহঁতৰ মাকে নিশ্চয় গম পাইছিল। সেই বাবে সি বেছি বেয়া পাইছিল।

কিন্তু কোনো দিনে মাকৰ নেক-নজৰত অহা নাছিল। বৰঞ্চ সৰু ডাঙৰ বহুতো কথাত সঘনে মাকৰ স'তে তাৰ মতান্তৰ ঘটাৰ কাৰণ ওলাইছিল। সি কৰিব খোজা প্ৰত্যেকটো কামেই মাকৰ মনোমত হোৱা নাছিল। নাইবা এনেকৈও ক'ব পাৰি, মাকৰ মনোমত কোনো কামকে কৰিবলৈ সি উৎসাহ পোৱা নাছিল। গতিকে স্বাভাৱিকতে মাকৰ স'তে তাৰ খুট-খাট লাগছিল। ল'ৰা-ছোৱালী ছটাৰ ভিতৰত সৰ্বকনিষ্ঠ আছিল বাবে সি আছিল মাকৰ বৰ মৰমৰ। আৰু এই মৰমৰ অত্যাচাৰ তাৰ বাবে দুৰ্বিসহ হৈছিল। সি মাকৰ ওপৰত বিৰক্ত হৈছিল। অতি কম বয়সতে সি স্বাধীনতা বিচাৰিছিল। তাৰ পৰাই মাকৰ লগত মনোমালিন্য ঘটাৰ কাৰণে ওলাইছিল। এই মনোমালিন্যই চৰম অৱস্থা পাইছিল জেৰিনাৰ বাবে।

*তাৰ ককায়েকৰ কথা সুকীয়া। জেৰিনাৰ প্ৰতি সদয় হৈ থকাৰ তেওঁলোকৰ কোনো কাৰণ নাই। বৰ হুলস্থূল কৰিবলগীয়া ধুনীয়া চেহেৰা জেৰিনাৰ নহয়। গঢ়নটো ভাল, মুখৰ ঠগটোও তিমান বেয়া নহয়। পঢ়া-শুনাও আছে। সেইবোৰত আপত্তি*

কৰিবৰ কথা বৰ বিশেষ নাই। কিন্তু ককায়েক-বৌৱেকহঁতে কোৱাৰ দৰে—ষ্টেটাছ বুলিতো এটা কথা আছে। ছোৱালী এজনী দেখি ভাল লাগিলে বুলিয়েই তাইক আনি ঘৰ সুমুৱাব নোৱাৰি নহয়। ককায়েকহঁতৰ আপত্তিত সি যুক্তি বিচাৰি পায়। বিয়া যে কেৱল দুখন হিয়াৰ মিলনৰ বাহ্যিক প্ৰকাশ মাত্ৰ সেই কথা মানিবলৈ তেওঁলোকে বেয়া পোৱাত আচৰিত হ'বৰ কথা নাই। তেওঁলোকৰ মানত বিয়া হৈছে দুটা পৰিয়ালৰ মাজত হোৱা সামাজিক মৈত্ৰীৰ লেনদেনৰ বাহিৰে আন একো নহয়। ব্যৱসায়িক লাভ যদিও ফাওতে কিবা হয় তেন্তে বৰ বেয়া নহয়। কিন্তু যিয়েই নহওক ল'ৰা আৰু ছোৱালীৰ পৰিয়ালত সামাজিক ষ্টেটাছৰ মাজত স্পষ্ট সমতা থকা অত্যাৱশ্যকীয় কথা। ইয়াৰ যদি ব্যতিক্ৰম ঘটাৰ কিবা উমান পোৱা যায় তেন্তে তাৰ সঁচ মাৰি পেলোৱাৰ ব্যৱস্থা লোৱাত তৎপৰ হোৱা দৰকাৰ। কিন্তু মাকে আপত্তি কৰাৰ কাৰণটো থকা উচিত আছিল। তাৰ বাপেকৰ পৰিয়াল সামাজিক স্তৰৰ জোখত মাকৰ পৰিয়ালতকৈ বহুত ওখত। আৰু বাপেকে তেখেতৰ সমগ্ৰ পৰিয়ালৰ সন্মিলিত প্ৰতিৰোধ জয় কৰি তাৰ মাকক বিয়া কৰিছিল। গতিকে জেৰিনাৰ প্ৰতি বিৰূপ মনোভাব মাকে অন্ততঃ দেখুৱাব নালাগিছিল। কিন্তু আটাইতকৈ সৰৱ আৰু প্ৰবল বিৰোধিতা আহিল তেওঁৰ পৰাই। তিৰোতা মানুহৰ চৰিত্ৰ সহজ কথা নহয়।

এইবোৰ চিন্তা সি মনলৈ এতিয়া আনিব খোজা নাছিল। সি এইবোৰ পাহৰি যাবলৈহে চেষ্টা কৰিছিল। অকলে থাকিলে এই ভাবিব নিবিচৰা কথাবোৰ জুম বান্ধি মনলৈ আহে বাবে সি আজি-কালি ভীষণ আড্ডাবাজ হৈ গৈছে। গধূলীবোৰ সৰৱ মুখৰোচক আলোচনাৰ মাজত কটাই নিশা যেতিয়া ঘৰ সোমাই তেতিয়া ভাত খাই উঠাৰ পিচত আন একো কথা মনলৈ নাহে। কঠোৰ শ্ৰম কৰি পাটিত পৰা শ্ৰমিকৰ দৰে বিছনাত পৰা মাত্ৰকে তাৰ চকু জাপ খাই আহে। কাগজ দুখন পুনৰ খৰচি মাৰি পঢ়িবলৈ ইচ্ছা থাকিলেও উৎসাহ নাথাকে। কিন্তু এইদৰে অকলশৰে থাকিলে দুনিয়াৰ সকলোবোৰ লেতেৰা চিন্তাই মনত বাহ লয়। জীৱনত একো নহ'ল, লগৰ আনবোৰে অৱলীলাক্ৰমে গাড়ী, বাৰী আৰু নাৰীৰ গৰাকী হৈ গ'ল, মোৰযে একো নহ'ল। অথচ মোৰ......। খং উঠি যায় তাৰ। সেইবাবে সি লাহে লাহে কোঠালিৰ পৰা ওলাই আহে।

ইতিমধ্যে মাকক ধুৱাই আনি চোতালতে শুৱাই থৈছেহি। কোনোবা এগৰাকী তিৰোতাই চাদৰৰ আগটোৰে চকু কেইটা মোহাৰি মোহাৰি তাৰ কাষ পালেহি আৰু প্ৰায় উচুপি উচুপি ক'লে, যা বোপাই, সাইত কৰে গাটো ধুই আহগৈ। দুখ কৰি থআকিলে কি হ'ব অ' বোপাই। খোদায়ে নিবলৈ ভাল পাইছে, আমি বেজাৰ কৰিলে কি হ'ব? প্ৰশ্নটো সিহে ভদ্ৰ মহিলাক কৰিব খুজিছিল। সেইবাবে সি পিচ ফাললৈ

ৰাওনা হ'ল! বাথৰুমবোৰত গা ধুবৰ চেষ্টা কৰাটো পণ্ডশ্ৰমৰ বাহিৰে একো নহ'ব। সেইবাবে সি পিচফালৰ পুখুৰীত গা ধুবলৈ সিদ্ধান্ত ল'লে। পুখুৰীত গা সি কিমানদিন ধোৱা নাই পাহৰি গ'ল। কিন্তু মনত পেলাবৰ সময় নাই এতিয়া। লৰালৰিকৈ গাটো ধুই পায়জামাটো আৰু কামিজটো পিন্ধি সি যেতিয়া আগচোতালত থিয় হয় তেতিয়া মানুহবোৰে তাৰ মাকৰ লাশটো কান্ধত লৈছে। যথাৰীতি কান্দোনৰ ৰোল পুনৰায় উঠিল। মাক ক'লৈ যাবলৈ ওলাইছে, ঘৰখনৰ বাকীবোৰক কাৰ হাতত গটাই দৈ থৈ গৈছে, ইত্যাদি অৱান্তৰ আৰু হাস্যাস্পদ প্ৰশ্নেৰে মহাপ্ৰস্থানৰ যাত্ৰীগৰাকীক বিব্ৰত কৰাৰ বৃথা চেষ্টাত মহিলা-মহল ব্যস্ত হ'ল। মাকক আগত লৈ জানাজা কবৰস্থানৰ ফালে আগবাঢ়িল।

পুৰণি ৰামধেনু এখনত আগতে নপঢ়া কবিতা এটাৰ ওপৰত চকু ফুৰাই আছিল মনোৱাৰে। হঠাতে কোঠালিত সোমালহি তাৰ পেহীয়েকৰ জীয়েক ৰেজিনা বাইটি ৮অঙ্কৰ বাঘ মাষ্টৰে ল'ৰাক হুকুম দিয়াৰ দৰে তাক ক'লে, 'কিতাপখন থৈ উঠচোন। বিয়াঘৰলৈ আহি পঢ়ি নফলালেও হ'ব'। মনোৱাৰে ইতস্ততঃ কৰা দেখি বাইটিয়ে তেওঁৰ মাত আৰু অলপ উচ্চতৰ সুৰলৈ নি ক'লে, শুনিছনে নাই মোৰ কথা। ভালে ভালে নুঠিলে মই তোক চোচোৰাই নিম এতিয়া। ৰেজিনা বাইটিৰ মেজাজ পৰিয়ালৰ সকলোৱে জানে। তাইৰ বিয়াৰ সময়ত নিকাহ্ কবুল কৰাৰ সন্মতিসূচক 'উ' শব্দটো প্ৰথমবাৰ নুশুনি পেঘেনিয়াই থকাৰ বাবে যোৰহাটৰ প্ৰখ্যাত উকীল ভূতপূৰ্ব এম্-এল-এ ৰেহিমুদ্দিন আহমেদৰ দৰে এজন লোককো 'কৰিছো নহয়, কেইবাৰ ক'ব লাগে' বুলি ভেকাহি মাৰি দি ৰেজিনা বাইটি বিখ্যাত হৈ আছে। গতিকে চিনাকী-অচিনাকী এজাক মানুহৰ আগত মিছাতে অপদস্থ হোৱাৰ সলনি মনে-মনে তাইৰ হুকুম মানি লোৱাকে শ্ৰেয় ভাবি সি থিয় হ'ল। তাৰ সোঁহাতখন ওচৰতে পাই সেইখনকে থাপ মাৰি ধৰি তাক টানি টানি ৰভা-তলৰ ফালে লৈ গ'ল। ৰভা-তলত তিৰোতা মানুহবোৰে তেতিয়া মহা আড়ম্বৰেৰে কইনা সজোৱাৰ কামত লাগি আছে। সৰু সৰু ল'ৰা কিছুমানৰ বাহিৰে গোটেই দৃশ্যটো পুৰুষ-ভূমিকাবৰ্জিত। অপৰাধীক ধৰি অনাৰ দৰে তাক নি ৰেজিনা বাইটিয়ে সেই দৃশ্যটোতত প্ৰৱেশ কৰোৱাই সকলোকে সুধিলে, তোমালোকে এই ল'ৰটোক চিনি পাইছানে? দেখা গ'ল দুগৰাকী নে তিনিগৰাকী আদহীয়া মহিলা আৰু কেইজনীমান ছোৱালীৰ বাহিৰে তাক কোনেও চিনি নাপায়। তেতিয়া ৰেজিনা বাইটিয়ে ঘোষণা কৰিলে, এইটো হৈছে মাজু মামাৰ পেট মোচা লু'ৰা মনো। ই জেঠাইটিহঁতৰ এইখন ঘৰলৈ এইবাৰৰে দুবাৰ আহিছে। আগৰবাৰ আহোঁতে খালি চাৰ্টটো পিন্ধি গোটেইখন পিট্‌পিটাই

ফুৰিছিল। এইবাৰ আকৌ লাজতে চুকত সোমাই ফুৰিছে। কাষতে থকা বুঢ়ী এগৰাকীয়ে কথা শেষ হওঁতে-নহওঁতেই কোনো বিজ্ঞপ্তি নিদিয়াকৈ হঠাতে তাৰ গালখনতে তপ্‌কৈ চুমা এটা খাই ক'লে, খোদাই অ', সোনটিৰ ল'ৰা ইমান ডাঙৰ হ'ল। বুঢ়ীৰ কাণ্ডত ৰভাঘৰত হাঁহিৰ খলকনি উঠিল। মনোৱাৰে লাজত ৰঙা-ছিঙা পৰি তাৰ পৰা পলাল। চোতালৰ একাষে থকা টিউব-ৱেলটোত মুখ ধুই গালৰ পৰা বুঢ়ীৰ মুখৰ তামোলৰ টুকুৰাবোৰ গুচাবৰ চেষ্টা কৰিলে।

মানুহৰে বিয়াঘৰ গিজ্‌গিজাই আছে। দুজন-এজনৰ বাহিৰে মনোৱাৰে সৰহভাগ মানুহকে চিনি নাপায়। লগ-ভাগো তেনেকৈ নাই। যি কেইজন আছে সিহঁতো কামতে ব্যস্ত। নতুন অচিনাকী ল'ৰা কাৰণে তাক কাম যাঁচিবলৈ মানুহে টান পায়। সিও কাম বিচাৰিবলৈ টান পায়। থম্‌থম্‌কৈ বহি, মাজে মাজে ৰেজিনা বাইটিৰ লগত চুপতি মাৰি আৰু চাহ খাই খাই তাৰ এইকেইদিনতে আমুৱালে। মানুহৰ মাজত বহি থাকিবলৈও সি ভাল নাপায়। ওচৰত থকা মানুহে যিবোৰ আলোচনা কৰে সেইবোৰত অংশ গ্ৰহণ কৰিবলৈও তাৰ অসুবিধা হয়। কাৰণ আলোচনা-প্ৰসঙ্গত যিবোৰ মানুহ নাইবা ঘটনাৰ কথা আহে সেইবোৰৰ লগত কোনো পৰিচয় তাৰ নাই। সাধাৰণ আলোচনা নহয়েই আৰু যিবোৰ হয় সেইবোৰত হঠাতে কাষৰ গাঁৱৰ মছজিদৰ ইমামৰ কীৰ্ত্তি নাইবা ওচৰৰ কোনোবা ভদ্ৰলোকৰ ছোৱালীৰ কাণ্ডৰ কথা যেতিয়া ওলায়হি তেতিয়া লাহেকৈ তাৰ পৰা উঠি অহাৰ বাহিৰে তাৰ উপায় নাথাকে। মানুহ-দুনুহবোৰ এতিয়াতকৈ কম থাকোতে সি বেঁকা হৰ্ণ লগোৱা গ্ৰামফোনটোকে বজাই বজাই মন ভাল লগোৱা নাইবা সময় কটোৱাৰ চেষ্টা কৰিছিল। এতিয়া নোৱাৰা হ'ল। ঘৰৰ একেবাৰে এদাঁতিৰ এটা কোঠা তাক আচুতীয়াকৈ দিয়া হৈছে। পিচে একেবাৰে আচুতীয়া বুলিও ক'ব নোৱাৰি। কাৰণ কোঠালিটো মিঠাই, তামোল-পাণ আদিৰ মুখ্য গুদামৰূপেও ব্যৱহাৰ কৰা হৈছে। কোঠালিটোত অকলশৰে সোমাই কিবা এখন পঢ়ি পঢ়ি থাকিবলৈ এনেয়ে বেয়া নাছিল। পিচে কোঠাটোৰ গোপনীয়তা, নিৰিবিলি, শান্তিময় পৰিবেশ ইত্যাদি সঘনে আৰু অতি অপ্ৰত্যাশিতভাবে ব্যাহত হৈ থাকে। মনোৱাৰ শোৱা বিছনাখনৰ তলত থকা প্ৰকাণ্ড পাচি দুটাৰ পৰা কটা তামোল-পাণ নিবলৈ দহ-বাৰ বছৰীয়া ছোৱালী এজনী যদি আহি গ'ল, তেন্তে পিচৰবাৰ এগৰাকী আদহীয়া তিৰোতা আহি মিঠাই থোৱা পেৰাটো চাদৰৰ আগৰ গাঠিৰ চাবিটোৰে খুলি ডাঙৰ চৰিয়া এটাত এচৰিয়া হৰেকৰকমৰ মিঠাই ভৰাই ওলাই গ'ল। এইবোৰতো বাৰু যেনতেন। কেতিয়াবা সি যেনিবা শুবৰ বাবে চেষ্টা কৰি কোঠাটোৰ বিছনাখনতে মনে মনে পৰি আছে, এনেতে আহি ওলালহি এগৰাকী নতুন কম-বয়সীয়া ল'ৰাৰ মাক, বেচেৰীয়ে বিয়াঘৰৰ গোটেইখন বিচাৰি চলাথ কৰিও এডোখৰ

সুবিধাজনক ঠাই পোৱা নাই, এইটো কোঠাত সোমাই স্বস্তিৰ নিশ্বাস এৰি বুকুৰ কাপোৰ খহাই কোলাৰ কেচুৱাক গাখীৰ খুওৱা কামত একনিবিষ্টি মনে লাগি গ'ল। নহ'লে মেখেলাৰ শব্দত মেদিনি কঁপাই দুপ্দুপকৈ সোমাল দুই তিনিজনী গাভৰু ছোৱালী, পুৰুষ ভূমিকা বৰ্জিত এখন নাটকৰ চৰিত্ৰৰ দৰে প্ৰাণখুলি নিজৰ মাজৰ কথাবোৰ সৰৱে আলোচনা কৰি কৰি তেওঁলোক ব্যস্ত হ'ল মেখেলাবোৰ সুবিন্যস্ত কৰাত, ব্লাউজৰ ভিন্‌ভিন্ ঠাইৰ পিনবোৰৰ সুব্যৱস্থা কৰাত। এনেবোৰ সময়ত মনোৱে খোদাক খাটে, খোদা হয় মোক অদৃশ্য মানব কৰি দিয়া। কিহৰ বাবে কব নোৱাৰি, মনোৱাৰক এইবোৰ সময়ত কোনেও কোঠাটোত আবিস্কাৰ কৰা নাছিল।

কিন্তু জেৰিনাক সি আবিস্কাৰ কৰিলে। ঘটনাটোৰ নাটকীয়তাৰ কথা মনত পৰিলে তাৰ য'তে ত'তে যেতিয়াই তেতিয়াই লাজ লাগি যায়। ছোৱালী উলিয়াই দিয়াৰ আগদিনাৰ কথা। কোঠালিটোৰ বিছনানাখনতে সি পৰি আছিল। আবেলি সময়ত তাৰ টোপনি অহাৰ কথা নাই। তথাপিও মানুহৰ ভিৰত শালৰ মাজৰ শিঙিটোৰ দৰে ঘূৰি ফুৰাতকৈ তাৰ বিছনাৰ কাষৰ বেৰখনত সুপ্ৰশিক্ষিত সৈন্য বাহিনীৰ দৰে শৃঙ্খলাবদ্ধভাবে লানি লাগি অহা যোৱা কৰা পৰুৱাবোৰৰ আমোদজনক ক্ৰিয়া কলাপ চাই থকাই উত্তম। সেইবাবে সি পৰি আছিল। হঠাতে কিবা এটা খচমচ শব্দই তাৰ তন্ময়তা ভঙিলে। বাওঁফালে মুখখন ঘূৰায়েই সি লজ্জিত, বিস্মিত হ'ল। ছোৱালী এজনীয়ে কাপোৰ সলাই আছে। আৰু কি ধুনীয়া ছোৱালী। চিন্তা কৰিবলৈ অধিকতৰ সুযোগ পোৱাৰ আগতে ছোৱালীজনীয়েও তাক দেখিলে আৰু অৰ্দ্ধস্ফুত শব্দ এটা উচ্চাৰণ কৰি কোঠালিটোৰ পৰা পলাবলৈ উদ্যত হ'ল। তাৰ আগতেই বিছনাৰ পৰা জাপ মাৰি উঠিল আৰু ছোৱালীজনীক পোনে পোনে ক'লে, ৰ'ব মই ওলাই যাওঁ। আপুনি কাপোৰ সলাওক। ছোৱালীজনীয়ে একো নামাতিলে। অৱশ্যে তাইৰ পৰা উত্তৰৰ বাবে অপেক্ষা নকৰিয়েই মনোৱাৰে কোঠাটোৰ পৰা ওলাই আহিছিল।

মনোৱাৰে লাজ পায়। জেৰিনাক প্ৰথম লগ পোৱাৰ দৃশ্যটোৰ কথা মনলৈ আহিলেই তাৰ কাণ-মূৰ ৰঙা হৈ যোৱা যেন লাগে। আৰু আচৰিত কথা এয়ে যে এইটো দৃশ্য তাৰ মনলৈ সঘনাই আহে। সেইখন বিয়াত তাৰ পিচত ৰেজিনাক সি বহুতবাৰ লগ পাইছে। বিয়াৰ আগৰাতি কইনাৰ কাষত বহি কিবা ফুল, তৰা, স্মৃতি আদি মিহলাই ওপৰত আবেগ সানি দি গান গোৱা জেৰিনা, সেই ৰাতিয়ে বহুতো মানুহৰ মাজত বহি সি ভাত খাই থাকোতে মাংসৰ জোল দিবলৈ আহি তাৰ কাপোৰত পেলাই অপ্ৰস্তুত হৈ কান্দি দিব খোজা জেৰিনা, বিয়াৰ দিনাখন মানুহৰ উদুলি-মুদুলিৰ মাজতো তাক বিচাৰি বিচাৰি হাতত এপিয়লা চা দি পলাই যোৱা জেৰিনা, কইনা উলিয়াই দিয়াৰ সময়ত হুৰাওৰাওকৈ কান্দি আউলি-বাউলি হোৱা জেৰিনা—

এই সকলোবোৰ দৃশ্যক চেৰ পেলাই তাৰ মনত আহি সঘনে দেখা দিয়ে জেৰিনাক লগ পোৱাৰ সেই প্ৰথম দৃশ্যটো। গাত ব্লাউজ আৰু মেখেলাখনৰ বাহিৰে আৰু একো নথকা লাজত মৰি যাব বিচৰা ৰেজিনাৰ ভীতা হৰিণাৰ দৰে চকু। ছোৱালীক 'আবেগ-বিহ্বল' দৃষ্টিৰে তাৰ আগলৈকে কাহানিও চোৱা নাছিল। কামনাৰ গোপন শকতিয়ে হয়তো তাৰ মন-প্ৰাণ আছন্ন কৰি থৈছিল। তথাপি, সি জেৰিনাক প্ৰথম পোৱাৰ ঘটনাটোৰ কথা পাহৰিব নোৱাৰে।

জেৰিনাক লাহে লাহে ভাল লাগিছিল। প্ৰাথমিক আকৰ্ষণৰ প্ৰভাব নাইকীয়া হৈ যোৱাৰ পিচতো সি অনুভৱ কৰিছিল তাইৰ সহাৰ্য্যই তাক শান্তি দিয়ে। ছোৱালীৰ সান্নিধ্য বুলিলেই উৎসাহিত স্বভাব তাৰ নাছিল। ছোৱালীৰ বহুতো কথাই তাৰ বিৰক্তি ওপজায়। কলেজত সেয়েহে লগৰ ল'ৰাই ছোৱালী জোকোৱা দেখিলে তাৰ খং উঠিছিল। মনোৱাৰৰ মতে ছোৱালীবোৰে তাৰ পৰা নিজৰ গুৰুত্বৰ বিষয়ে প্ৰয়োজনতকৈ অধিক সচেতন হয়, লাই পায়। পৰাপক্ষত ছোৱালীক উপেক্ষা কৰি চলিব লাগে, কোনো পাত্তাই দিব নালাগে। এতিয়া সি জানে তাৰ এনে মনোভাব জন্মিছিল স্ত্ৰী জাতিৰ প্ৰতি থকা তাৰ সুপ্ত হিংসাৰ পৰা। নহ'লে ছোৱালীৰ প্ৰতি এই অহেতুক ক্ৰোধ এটা সুস্থ ডেকাৰ থকাটো স্বাভাৱিক কথা নহয়। ছোৱালীৰ প্ৰতি ল'ৰাৰ আকৰ্ষণ এটা নিতান্ত স্বাভাবিক জৈবিক প্ৰতিক্ৰিয়াৰ প্ৰকাশ মাত্ৰ। পুৰুষ-প্ৰকৃতি ইত্যাদিৰ ডাঙৰ কথালৈ নগৈও ইতৰ প্ৰাণীৰ মাজত দেখা কথাৰ পৰাই ইয়াক ভালকৈ জানিব পাৰি। কিন্তু এইবোৰ ভাৱদৰ্শন বৰ্ত্তমানৰ। আগতে আগ-দুৱাৰেদি অচিনাকী ছোৱালী সোমোৱা দেখিলে সি ঘৰৰ পিচ-দুৱাৰেদি পলাই পত্ৰং দিয়ে।

সেইটো মনোৱাৰেই জেৰিনাৰ প্ৰেমৰ ফান্দত এবাৰ পৰি গ'ল। কথাষাৰ তেনেকৈ কৈছিল অৱশ্যে অজিতে। অজিত তাৰ স্কুলীয়া দিনৰ বন্ধু। সৰুৰে পৰা ইটোৱে সিটোৰ বহুতো সুখ-দুখৰ অংশীদাৰ হৈছে। নিজৰ নিজৰ জীৱনৰ গোপনতম খবৰো ইটোৱে সিটোক কয়। সেইখন বিয়াৰ পিচত ঘৰলৈ উভতি আহি মনোৱাৰে অজিতকে প্ৰথমে জেৰিনাৰ কথা কৈছিল। কথাবোৰ কৈ সি অজিতক কৈছিল, বুইছ অজিত, ছোৱালীজনীক মোৰ দাৰুণ ভাল লাগিছে। কৈছিল, সেইটো ঘোষণা তই মুখ ফুটাই নকৰিলেও হলহেঁতেন। তোৰ চকু মুখত গোটেই কাৰবাৰটো সুন্দৰকৈ লিখা আছে। কিন্তু মই ভাবিছো বেলেগ এটা কথা। মনোৱাৰৰ প্ৰশ্নৰ উত্তৰত অজিতে কৈছিল, মনোৱাৰৰ প্ৰশ্নৰ উত্তৰত অজিতে কৈছিল, মনোৰ বাটত সি একো অস্বাভাবিকতা দেখা নাপালেও, জেৰিনাৰ ভাল লগাত সি উৎসাহিত কৰিলেও, জেৰিনাক এজনী বৰ ভাল ছোৱালী বুলি ধৰি ললেও মনোৱাৰৰ ঘৰখনৰ কথা ভাবি

সি উদ্বিগ্ন হৈছে।। বিশেষকৈ মনোৰ মাকৰ প্ৰতিক্ৰিয়াৰ কথা কল্পনা কৰি সি বৰ ভয় খাইছে। সেয়ে মনোৰ কাষত সি তিমান উৎসাহিত হৈ দেখুৱাব পৰা নাই। সেইদিনা মনোৱাৰে অজিতক আশ্বস্ত কৰিছিল। তই যদি মোক মৰেল চাপোৰ্ট দিয় জিত্, তেন্তে মই মাহে নালাগে, দুনীয়াৰ কাৰোলৈকে পৰোৱাই নকৰোঁ। অজিতে মুখেৰে একো নকৈ মনোৱাৰৰ হাতখনত তাৰ সোঁহাতখনেৰে এটা নৰম হেঁচা দিছিল।

ৰীতিমতে এখন উপন্যাসৰ নায়কৰ কাণ্ড-কাৰখানা! প্ৰেমে মানুহৰ স্বভাৱৰ ওপৰত অদ্ভুত স্বভাৱ পেলায়। যি মনোৱাৰক ওচৰৰ দদায়েক-বৰপায়েকহঁতৰ ঘৰলৈ ঈদ-বক্ৰীদত যাবৰ বাবেও মাকে হুমকি দিব লাগে সেই মনোৱাৰেই বিশ্ববিদ্যালয়ৰ গৰমৰ বন্ধত আহি ঘৰত দুদিন নে এদিন থাকিয়েই মোমায়েকৰ ঘৰলৈ উপযাচি যাবলৈ ওলাল। মাকক ক'লে, ঘৰত পঢ়া-শুনা মুঠেই নহয়। মামাহঁতৰ তাত ঠাণ্ডা, মানুহ-দুনুহৰ হাই-উৰুমি নাই, ভালকৈ পঢ়িব পাৰিম। কিতাপৰ ট্ৰাঙ্কটো নিবলৈ আব্দুলক কৈ দিবিচোন। লাইন-বাছত যাবলৈ বৰ টান লাগে। আব্দুলে আগতে চীট লৈ, থব পাৰিব। মাকে লৰালৰিকৈ ভায়েকৰ ল'ৰা-ছোৱালীকেইটালৈ বুলি ডাঙৰ বিস্কুটৰ টিন এটা আনি ট্ৰাঙ্কটোত ভৰাই দি ক'লে. কাইলৈ বা পৰহিলৈ যোৱা হ'লে কিবা পিঠা-চিঠা অলপ বনাই দিব পাৰিলেহেঁতেন। চুৰেটাৰটো লৈছ নে নাই, ঠাণ্ডা পৰিব পাৰে।

জেৰিনা মনোৱাৰৰ সৰু মামীয়েকৰ কিবা দূৰ-সম্পৰ্কীয় ভনীয়েক। সেই সময়তে কলেজৰ প্ৰথম গৰমৰ বন্ধ কটাবলৈ তায়ো মনোৱাৰৰ মামীয়েকৰ ঘৰতে আছেগৈ। খবৰ দুটা সংগ্ৰহ কৰিয়েই সি বাগিচালৈ ঢাপলি মেলিছিল। কথাটো ভাবিলে এতিয়া তাৰ লাজ লাগে।

সেইবাৰ মোমায়েকৰ ঘৰলৈ নোযোৱা হ'লে জেৰিনাৰ ইমান ওচৰলৈ যাবলৈ সুযোগ নাপালেহেঁতেন। এনেয়ে বাগিচাৰ কথা তাতে আকৌ সেইখন বাগিচা চহৰৰ কোলাহলৰ পৰা বহু দূৰৈত। লাইন বাছেৰে চৌবিশ মাইল নে কিমান গৈ বাগিচাৰ মটৰেৰে যাব লাগে। নহ'লে গৰু গাড়ীৰ বাহিৰে অনৰ বাহন নাই। সৰুতে মাকহঁতৰ লগত সি গৰু গাড়ীতো গৈছে। কেইবাৰমান বাগিচাৰ মজদুৰে ঠেলি নিয়া ট্ৰলীত উঠিও সিহঁত যোৱা মনত আছে। এবাৰ সিহঁত যোৱা বাছখন বাটতে বেয়া হোৱাত গৈ পোৱাত সাঁজ লাগি ভাগিছিল। মোমায়েকে দুটা মজদুৰক লৈ ট্ৰলীখনতে বহি সিহঁতৰ বাবে বাট চাইছিল। জোনাক নিশা মজদুৰ দুটাই উদং গাৰে ট্ৰলী লাইনৰ ওপৰত সন্তৰ্পণে ভৰি দি ট্ৰলীখন ঠেলি নিয়া দেখি তাৰ বৰ দুখ লাগিছিল। নিজান নিশা কাষৰ চাহ গছ আৰু বাঁহনিৰ মাজেৰে অদ্ভুত শব্দ কৰি ট্ৰলীখন গৈ আছিল। মনোৰ মাকে ট্ৰলীৰ ওপৰত মুঢ়া এটাত তাক কোলাত লৈ বহিছিল। জোনৰ পোহৰত

মজদুৰ কেইটাৰ গাৰ ঘাম চিক্‌মিক্‌কৈ জিলিকিছিল। মনোৰ চকু দুটা সেমেকি গৈছিল। সেইবোৰ বহুদিনৰ আগৰ কথা। এতিয়া ট্ৰলী লাইন আছে যদিও ট্ৰলীবোৰ নাই। তোলা পাত কঢ়িয়াবৰ বাবে আজিকালি বাগিচাৰ নিজা ট্ৰেক্তৰ আছে। এতিয়া বাছ বাগিচাৰ কাষলৈকে নিয়মিতভাবে অহা-যোৱা কৰে। মানুহো বাঢ়িল। মোমায়েকে বিয়া-বাৰু কৰিলে, ল'ৰা-ছোৱালী হ'ল। আগতে মোমায়েকৰ তালৈ যাবলৈ তাৰ বৰ টান লাগিছিল। জেৰিনাৰ বাবে সেইবাৰ উপযাচিয়েই ওলাল। আৰু সি আৰু জেৰিনা বৰ বেছি কাষ চাপি গ'ল।

মোমায়েক পুৱাতে কামলৈ ওলাই যায়, মাজতে ন-দহমান বজাত এবাৰ আহিলেও বৰ কম সময়ৰ বাবে আহে। দুপৰীয়া ভাত খাবৰ বাবেই আহোঁতে অলপ বেছি সময় ঘৰত থাকে। তাৰ পিচত আকৌ ওলাই গৈ আবেলি আহে। গধূলি ষ্টাফ-ক্লাবৰ ব্ৰীজৰ আড্ডাত তেখেত নিয়মীয়া সদস্য। মামীয়েক প্ৰায় সকলো সময়তে পাক-ঘৰতেই ব্যস্ত। মোমায়েকৰ ল'ৰা-ছোৱালী কেইটা বৰ সৰু, সিহঁতক লৈ সময় কটাব নোৱাৰি। অগত্যা জেৰিনা আৰু মনোৱাৰে সময় কটাবৰ বাবেই কাষ চাপিবলগীয়া হয়। সৰু সৰু খুচুৰা কথাকে পাতি সিহঁত দুয়োটাই সময় কটাই দিয়ে। পুৱা দেৰীকৈ উঠাৰ অভ্যাস মনোৱাৰৰ। এপিয়লা চাহ লৈ কোঠাত সোমাই দিয়াৰ অধিকাৰ জেৰিনাই অতি সোনকালেই লৈ লয়। এদিন তেনেকৈ তাৰ কোঠাত সোমাই বিছনাৰ কাষৰ মেজখনতে চাহ পিয়লা থৈ জেৰিনাই তাক 'মনোদা উঠা, আঠটা বাজিল কিমান শোৱা' ইত্যাদি কৈ কৈ তাক জগোৱাৰ চেষ্টা কৰিছে। সাৰ পায়ো অলপ বদ্‌মাচি কৰিম বুলি ভাবিয়েই সি মতা নাই। আৰু সি সম্ভৱ সি সাৰ পায়ো নোপোৱাৰ ভাও ধৰি থকা বুলি জানিয়েই জেৰিনাই আন দিনাতকৈ বেছি দূৰ আগুৱাই তাৰ আঠুৱাখন দাঙিয়েই ক্ষান্ত নাথাকিল, মনোৰ গাত জোকাৰি জোকাৰি তাক জগোৱাৰ চেষ্টা কৰিলে। কিয় হ'ল, কেনেকৈ হ'ল সি আজিও ক'ব নোৱাৰে, হঠাতে চকুদুটা মেলি মনোৱে থাপ মাৰি জেৰিনাৰ দুয়োখন হাত ধৰি তাইক তাৰ গাৰ ফাললৈ টানি লৈ গ'ল। জেৰিনাৰ হাত ধৰিয়েই মনোৰ বুকু চিৰিঙকৈ গৈছিল! সি ভাবিছিল তাৰ এই অপ্ৰত্যাশিত আচৰণত অপমানিত হৈ হুলস্থুল কৰি দিব, মনোৱাৰ কিংকৰ্ত্তব্য বিমূঢ় হ'ব। কিন্তু তাক আচৰিত কৰি জেৰিনাই তেনে একো আচৰণকে নকৰিলে। তাই মাত্ৰ সৰু সৰু মাতেৰে ক'লে, এৰি দিয়া মনোকা, কোনাবাই দেখিব। মনোৱাৰ আচৰিত হ'ল। তাৰ মানে কোনেও যদি নেদেখে তেন্তে সি তাইক তেনেকৈ ধৰাত জেৰিনাৰ আপত্তি নাই। সেইবাবে তাইক আৰু অলপ গাৰ কাষলৈ টানি সিও সমান সৰু মাতেৰে ক'লে, নেদেখে, এতিয়া ইয়ালৈ কোনো নাহে। তাৰ পিচত থপ্‌কৈ জেৰিনাৰ মুখখন তাৰ মুখৰ কাষলৈ চপাই জোৰকৈ চুমা এটা খাই দিলে। 'ধেৎ

মনোকা তুমি বৰ বেয়া' বুলি কৈ জেৰিনা তাৰ কবলৰ পৰা মুকলি হৈ সাউতকৰে কোঠালীৰ পৰা ওলাই গ'ল।

অভাৱ-অনাটনৰ সম্যক আৰু প্ৰত্যক্ষ অভিজ্ঞতা মনোৱাৰৰ হোৱা নাই সঁচা, কিন্তু সৰুৰ পৰাই নিচেই কাষৰ পৰাই সি দাৰিদ্ৰৰ আক্ৰমণত পৰাস্ত বহুতো মানুহ দেখিছে। দাৰিদ্ৰৰ সৰ্বগ্ৰাসী বোকাৰ মাজত ধীৰে ধীৰে সোমাই যোৱা অনেক মানুহক সি বৰ ওচৰৰ পৰা দেখিছে। অভাবৰ হাতোৰাৰ মাজত সোমাই যোৱা মানুহৰ মাজত মানবীয় মূল্যবোধৰ ক্ৰমশঃ পতন সি প্ৰত্যক্ষ কৰি সৰুৰে পৰা ব্যথিত হৈছে। সি দেখিছে তাহানি সেই স্কুলৰ অঙ্কত পোৱা পিচল বাঁহত উঠিব বিচৰা বান্দৰটোৰ দৰে বহুতো মানুহে অহোপুৰুষাৰ্থ কৰিও অভাবৰ ভালুকৰ সাবটৰ পৰা ৰক্ষা পোৱা নাই। বৃহত্তৰ সংগ্ৰামৰ কথাই নাই সৰু সৰু খুচুৰা জীৱন-যুঁজত সোমাই মানুহৰ শক্তি তলি-ফুটা টিনৰ পানীৰ কৰে সুৰ্সুৰ্কৈ অপচয় হৈছে। মানুবোৰ নিশকতীয়া হৈছে। সামান্য বিলাসৰ লোভত ডাঙৰ অভাবৰ কথা পাহৰি গৈছে। আৰু ফলত মানুহবোৰ আৰু বেছি অভাবগ্ৰস্ত হৈছে, আৰু বেছি অসুখী হৈছে। সাধাৰণ সামান্য কথাৰ বাবে নিয়ত যুদ্ধ কৰি কৰি মানুহবোৰে উপস্থিত সময়ৰ সিপাৰে চাবৰ অবসৰ পোৱা নাই।

মনোৱাৰৰ বাপেকৰ জেঠায়েকৰ জীয়েক, তাৰ সম্পৰ্কীয় পেহীয়েক মিঠামাইহঁতৰ ঘৰখনলৈ চালেই কথাবোৰ ধৰিব পাৰি। সি সৰুৰে পৰা শুনিছে আৰু নিজেও দেখিছে মিঠামাই পেহীটি এগৰাকী ৰাংঢালী মানুহ, তেওঁ য'লৈকে যায় তেতিয়াই হাঁহিৰ সঁফুৰা এটা লগত লৈ যায়। আপোন মানুহৰ ঘৰত বিয়া বাৰু হবলগীয়া মিঠামাই পেহীটিক আগতীয়াকৈ খবৰ দিয়াটো বিয়াঘৰীয়া মানুহে নিজৰ স্বাৰ্থতে তৎপৰতাৰে কৰি যায়। বিয়াৰ সৰু ডাঙৰ অনেক কথাত মিঠামাই পেহীটিৰ সক্ৰিয় সহযোগিতাই গিৰিহঁতৰ মনত সাহস যোগায়। চাদৰখন গাত আঁটি বান্ধি লৈ টাকুৰী ঘূৰাদি ঘূৰি কাম কৰি ফুৰা পেহীটি যিফালে যায় সেইফালেই হাঁহিৰ শব্দত ঘৰৰ টিন উৰি যাওঁ উৰি যাওঁ হয়। মুখত চাদৰৰ সোপা দি হাঁহি বন্ধ কৰিব খোজা মুৰব্বীস্থানীয়া তিৰোতাসকলে প্ৰশ্ৰয়ৰ কপট কঠোৰ সুৰত কয়, এই মৰতীজনীৰ লাজ-কাজ অকণমানো নাই। এইবোৰ কথা পাতি থাকিলে ঘৰৰ পৰা ফিৰিস্তা পলাব। নতুন বোৱাৰীবোৰে মুৰব্বীসকলৰ আগত হাঁহিব নোৱাৰি দুই আঁঠুৰ মাজত মূৰ সুমুৱাই লুকাবৰ চেষ্টা কৰে। নিষিদ্ধ কথা শুনাৰ আনন্দৰ ভাগ লবলৈ পায়ো পূৰামাত্ৰাই উপভোগ কৰিব নোৱাৰি গাভৰুবোৰ নিৰুপায়ত পৰে। কইনা-ঘৰ হ'লে ছোৱালী উলিয়াই দিয়াৰ পিচত পৰিত্যক্ত ৰেলষ্টেচনৰ পৰিবেশে বিয়াঘৰীয়া মানুহৰ মন যেতিয়া গধুৰ কৰি তোলে তেতিয়া মিঠামাই পেহীটিয়ে অকলেই সকলোৰে মনৰ

ভাব পাতলাবৰ চেষ্টা কৰি হাবাথুৰি খায়। দৰাঘৰ হ'লে কইনা লৈ যেতিয়া দৰাঘৰ সোমাইহি তেতিয়া দৰা কইনাৰ ভৰি ধুউৱা অনুষ্ঠানতে মিঠামাই পেহীটিৰ আচৰণত কইনাই উপলব্ধি কৰি সাহ পায় যে এই সম্পূৰ্ণ অচিনাকী জগতখনত তাই অন্ততঃ এগৰাকী মানুহ বিচাৰি পাইছে যিগৰাকীয়ে তাইক সাহচৰ্য্য দিব, সান্ত্বনা দিব। মিঠামাই পেহীটিৰ হাঁহিৰ থুনুপাকৰ যাদুত কইনা ঘৰত যদি কিবা হীন ডেৰি ঘটিছিল তাৰ কথা সকলোৱে পাহৰি পেলায়। বিয়া ভগাৰ পিচত মিঠামাই পেহীটি যিদিনা নিজৰ ঘৰলৈ যাবলৈ ওলায় সেইদিনা ন-কইনাই কান্দে, ছোৱালী উলিয়াই দিয়া মাকে কান্দে। সেইদিনাই মিঠামাই পেহীটিয়েও কান্দে! কিন্তু তেওঁৰ মুখৰ হাঁহিটো মাৰ নাযায়।

মিঠামাই পেহীটিৰ হাঁহিটোও নাইকীয়া হৈ গ'ল। এই পৰিবৰ্তনৰ বেদনাই মনোৱাৰৰ মন দহি নিয়ে। মানুহ জীয়াই থাকিব কেনেকৈ? অজিতে বিলাস বুলি ঠাট্টা কৰে, কিন্তু মনোৱাৰে সৰ্বান্তঃকৰণে কামনা কৰে দুনীয়াৰ সকলোবোৰ মানুহৰ চকুপানীবোৰ কোনাবাই টুকি থৈ দিয়ক, কোনো প্ৰয়োজনতে কোনো মানুহকে কন্দাৰ অধিকাৰ দিয়া নহ'ব—এনে এখন অধিনিয়ম কোনোবাই জাৰি কৰক, মনোৱাৰে তেওঁৰ যশোগান গাই জীৱন কটাই দিব। কিন্তু সেইবুলি মিঠামাই পেহীটিৰ নিচিনা পৰিবৰ্তন কাৰো মোৰ সাত-দুচ্‌মনৰ জীৱনলৈকো নাহক।

পেহীটিৰ গিৰিয়েক আছিল বকতাৰ মানুহ। বেছি পঢ়া-শুনা কৰিবলৈ সুযোগ সামৰ্থ্য নোপোৱা মানুহ বাবেই মেট্ৰিক ফে'ল কৰি ভেটেনেৰী ফিল্ড এচিষ্টেণ্ট কামত সোমাল। পেহীটিৰ ঘৰৰ অৱস্থা আগতে বেছ স্বচ্ছল আছিল যদিও সম্পত্তিৰ ভাগৰ বাবে ভাই-ককাইৰ মাজত মোকৰ্দ্দমা চলি প্ৰায় সকলোকে শেষ কৰি দিলে। পেহীটিৰ বিয়া দিবলৈ বয়স হওঁতে ছোৱালীবিলাকৰ ৰূপৰ যশ আৰু আভিজাত্যৰ স্মৃতিৰ বাহিৰে তেওঁলোকৰ বিশেষ একো নাছিল। সেইবাবে মোবাৰক পেহাটিলৈ মিঠামাই পেহীটিক দিবলৈ পাই পেহীটিৰ মাক-বাপেকে হাতেৰে বেহেস্ত্‌ ঢুকি পোৱাদি পালে। পেহীটিয়েও অপূৰ্ব্ব দক্ষতাৰে পেহাটিৰ সংসাৰখন নিয়ন্ত্ৰণ কৰি সেই অকণমান টুক্‌টাক্‌কৈ চলা সংসাৰখনকে বেহেস্ত্‌ বনাই ল'বলৈ সংকল্প কৰিলে। তাৰ বাবে পেহাটি-পেহীটি দুয়োয়ে প্ৰাণান্তকৰ পৰিশ্ৰম কৰিবলগীয়া হ'ল। পেহাটি কেতিয়াবা কেতিয়াবা ব্যথিত হ'লেও মিঠামাই পেহীটিয়ে আনকি নিজৰ তক্‌দীৰকো নুদুষি হাঁহিমুখে সংসাৰ চলাই যোৱাৰ চেষ্টা কৰিলে। লাহে লাহে তেওঁলোকৰ সংসাৰখনলৈ স্থিৰতা আহিল, আনন্দ আহিল আৰু আহিল নাচিম, ৰেহানা, ৰুমেনা আৰু হাচান। তৃপ্তিৰ আনন্দত খোদাক কৃতজ্ঞতা জনাই মিঠামাই পেহীটিয়ে ক'লে,—খোদা, তোমাৰ দৰগাহত হেজাৰ চুকুৰ আদায় কৰিছোঁ।

মিঠামাই পেহীটিৰ ডাঙৰ জীয়েক নাচিমাৰ বয়স যেতিয়া বাৰ-তেৰ বছৰ

তেতিয়া এদিন মোবাৰক পেহাটীয়ে অফিচৰ পৰা উভতি আহি আবেলি চাহখোৱাৰ আগতে কাপোৰ সলাবৰ সময়ত পেহীটিক ক'লে, হেৰা, কি হৈছে জানো, মোৰ পেটটোৰ এইখিনিতে খোচ্ মাৰি ধৰি থকাৰ নিচিনা লাগিছে। পেহাটিৰ পেণ্টটো জাপি-কুচি আলনাডালত থৈ পেহীটিয়ে ক'লে, ৰাতিপুৱা হালুৱাখিনি খোৱাৰ বাবে হৈছে। নাচিমজনীয়ে চুজীখিনি ভাজোতে ডেৰাই দিলে গোটেইখন। ইমানজনী হ'ল কাম এখন ঠিককৈ কৰিব নোৱাৰে। আৰু তাতে অথনি তোমাক হালুৱাখিনি উলিয়াই দিওঁতে মখ্মল বুঢ়ীয়ে যেনেকৈ চাই আছিলে মই তেতিয়াই বুজিছিলো তোমাৰ মুখ লাগিবই। বগা চাহেবৰ তাৰ পৰা দোৱা-পঢ়া পানী এটোপা আনিবলৈ হাচানটোক পঠিয়াই দিম।

দোৱা-পঢ়া পানিয়ে মোবাৰক পেহাটীৰ পেটৰ খোচ মৰা ভাল কৰিব নোৱাৰিলে দেখি বগা চাহেবৰ তাৰ পৰাই তাবিজ এটা অনাই মিঠামাই পেহীটিয়ে গিৰিয়েকৰ বাউসীত বান্ধি দিলে। হস্পিতেলৰ পনীয়া দেৱাইৰ ওপৰত মোবাৰক পেহাটিৰ নিজৰে আস্থা নাছিল যদিও তাহেৰ কম্পাউণ্ডাৰে নিজেই বেচ ষ্ট্ৰং কৰি এবটল দেৱাই বনাই দিয়া বাবে তেখেতে আনি খালেহি। লগতে খিৰাজ ডাক্তৰৰ নিজৰ ড্ৰয়াৰৰ পৰা দিয়া বড়ী কেইটামানো খালে। কিছুদিন সামান্য উপশম হ'লত হঠাতে এদিন এঠাইৰ পৰা দাৱাত খাই অহাৰ পিচত মাজৰাতি পেহাটীৰ খুব বমি হ'ল। তাৰ পিচত এদিন তেওঁ বিচনাত পৰিল। খিৰাজ ডাক্তৰে পাঁচ টকা ফিজ লৈ ঘৰত ভালকৈ চাই-মেলি পৰামৰ্শ দিলে অতি সোনকালে পেহাটীক বৰবাৰীলৈ যাবলৈ। ভতিজাক মুজিদক লগত লৈ পেহাটি ডিব্ৰুগড় পালেগৈ। বৰবাৰীত তিনিমাহ একৈশ দিন থকাৰ পিচত তেওঁ যেতিয়া ঘৰলৈ আহিবলৈ ওলাল তেতিয়া মিঠামাই পেহীটিৰ ডিঙিৰ দুগ্দুগীখন বন্ধকত দি অনা টকাৰে টেক্সী ভাৰা কৰা হ'ল। পেহীটিৰ মানত ফিৰিস্তা যেন লগা ডাক্তৰজনে কথাৰে কৈ নিদিলেও পেহীটিয়ে তেওঁৰ আচৰণত বুজিছিল, মোবাৰক পেহাটিৰ হায়াৎ বৰ বেছি দিন নাই। বৰবাৰীৰ পৰা অহাৰ পিচত তেখেত এমাহো নাথাকিল।

কলেজৰ কিবা এটা বন্ধত নে কিবা পৰীক্ষা এটা দি আহি মনোৱাৰ তেতিয়া ঘৰতে আছিল। মোবাৰক পেহাটীৰ জানাজালৈ যাবৰ মন তাৰ মুঠেই নাছিল। মাকৰ লগত যাবলগীয়া হৈছিল। কবৰস্থানলৈ যাবৰ সময়ত মিঠামাই পেহীটিৰ চকুত পানী নেদেখি সি ভয় খাইছিল। তিৰোতা মানুহবোৰৰ আলোচনাৰ বাবে নহয়, এই সৰ্বনাশী দুৰ্যোগৰ ধুমুহা সহ্য কৰাৰ শক্তি পেহীটিয়ে ক'ৰ পৰা পাব তাকে ভাবি সি ভয় খাইছিল। কান্দিলেও পেহীটিয়ে কিছু শান্তি হয়তো পালেহেঁতেন। পেহাটীৰ কবৰৰ ওপৰত আনুষ্ঠানিক প্ৰথাৰে তিনিচপৰা মাটি গুৰি কৰি দিবৰ সময়ত মনোৱাৰৰ কণ্ঠ

ৰোধ হৈ আহিব খুজিছিল। কি কৰি থৈ গ'লা তুমি পেহাটি? মৃতকৰ উদ্দেশ্যে প্ৰশ্ন কৰি সি মনতে প্ৰশ্ন কৰিছিল। পেহীটিক তুমি কিহৰ মাজত এৰি থৈ গ'লা? তিনিজনীকৈ ছোৱালী, এটি সৰু ল'ৰা লৈ এই নিঠৰুৱা মানুহজনীয়ে এতিয়া কাৰ দুৱাৰত খেপিয়াব বাৰু? পেহীটিৰ ভবিষ্যত সম্পৰ্কে থকা তাৰ উদ্বেগ অৱশ্যে লাহে লাহে কমি আহিল। নিজৰ চিন্তাত সম্পৰ্কীয় পেহীয়েক এগৰাকীৰ চিন্তা তাৰ মনৰ পৰা প্ৰায় নাইকীয়া হৈ গৈছিল। আগ্ৰহ থাকিলেও মিঠামাই পেহীটিৰ বিষয়ে খবৰ লোৱাৰ অবসৰ তাৰ নাছিল। যেতিয়া হ'ল তেতিয়া মিঠামাই পেহীটিৰ মুখৰ হাঁহি মাৰ গৈছে।

কিছুদিন হেনো কাপোৰ-কানি চিলাই কৰা, কাপোৰ বোৱা আদিৰে পেহীটিয়ে সংসাৰ চলোৱাৰ চেষ্টা কৰিছিল। নোৱাৰাত পৰিলেহে ওচৰ-চুবুৰীয়া, আত্মীয়-স্বজনৰ ওচৰত সহায়ৰ হাত পাতিছিল। কিন্তু এই ধৰণৰ খুচুৰা সহায়েৰে পাঁচোটা মানুহৰ সংসাৰ নচলা হ'লগৈ। চৰকাৰে দয়াপৰবশ হৈ পঁচিষ টকাৰ এটি মাহিলী ফেমিলী পেঞ্চন দিলে যদিও এজনী গাভৰু ছোৱালী আন তিনিটা ল'ৰা-ছোৱালীৰ স্কুলৰ খৰচ আদি যোগাবৰ বাবে চেষ্টা কৰি পেহীটিয়ে ধোঁৱা ধোঁৱা দেখিলে। ল'ৰা-ছোৱালী কেইটাক বৃত্তি নিদিলেও ফিজ মাফ কৰাৰ ব্যৱস্থা কৰিববলৈ স্কুল কৰ্তৃপক্ষৰ ওচৰত বহুতে অনুনয়-বিনয় কৰিও সফল নহৈ পেহীটিয়ে নাচিমক স্কুললৈ যোৱা বন্ধ কৰি দিলে। পেহীটিয়ে ভাবিলে, খৰচ কমাৰ লগতে তাই কামত সহায় কৰিব পাৰিব। সংসাৰ চলোৱাৰ সামগ্ৰীৰ সন্ধানত ঘৰৰ পৰা ওলাই অলৈ-তলৈ যাওঁতে নাচিমেই সংসাৰৰ ভাৰ নিয়াৰিকৈ চলাব পৰা হ'ল। কিন্তু এদিন পেহীটিয়ে গম পালে—কম বয়সীয়া ছোৱালীজনীৰ ওপৰত ইমান গধুৰ দায়িত্ব এটি দি তেওঁ মাৰাত্মক ভুল কৰিলে। অভাবগ্ৰস্ত সংসাৰত টকাৰ মূল্য বৰ প্ৰকটভাবে নাচিমৰ আগত দেখুৱাই দি তেওঁ ভীষণ ভুল কৰিলে। আধামাইলমান নিলগৰ নগৰৰ ব্ৰজেন উকীলৰ ঘৈণীয়েকে এম্ব্ৰয়দাৰী কৰিববলৈ দিয়া টেবুল-ক্লথখন ঘূৰাই দি উকীলনীৰ পৰা পইচা অলপ আনিবলৈ গৈ উভতি আহি দুপৰীয়া যেতিয়া পেহীটি ঘৰ সোমায়, তেতিয়া তেওঁ হঠাতে ওচৰৰ চেৰিফৎ পেস্কাৰৰ ডাঙৰ পুতেক আনোৱাৰ তেওঁৰ ঘৰৰ পৰা ওলাই যোৱা দেখি আচৰিত হ'ল। ভিতৰ সোমাই আনোৱাৰ অসময়ত কিয় আহিল সোধোতেই নাচিমৰ মুখৰ অভিব্যক্তি দেখিয়েই পেহীটিয়ে সকলো কথা বুজি পালে। নাচিমৰ চুলি কোচাত ধৰি টানি পাকঘৰলৈ নি ফলা-খৰি এডালেৰে উধাই-মুধাই কোবাই যেতিয়া তেওঁ ভাগৰি পৰিল তেতিয়া বুকুত ঢকিয়াই ঢকিয়াই জীয়েকক মৰি যাবলৈ বদ্‌দোৱা দিবলৈ ধৰিলে, মোবাৰক পেহাটিক দোষাৰোপ কৰি তেওঁকো মাৰি নিবলৈ কণা খোদায়ে পাহৰিলে কিয় সুধি সুধি ক্লান্ত হ'ল।

লাহে লাহে কথাটো যেতিয়া ইকাণ-সিকাণকৈ সকলোৱে শুনিলে তেতিয়া

জামাতাৰ মানুহে তেওঁলোকৰ মাজৰ এই সাংঘাটিক কেলেঙ্কাৰীৰ ঘটনাটোক এনেয়ে যাবলৈ দিবলৈ মান্তি নহ'ল। তেওঁলোকৰো ল'ৰা-ছোৱালী আছে, এইবোৰ গুণাহৰ কথা এনেয়ে যাবলৈ দিলে সিহঁতো বিপথে যাব পাৰে। সেইবাবে নাচিমে যেতিয়া প্ৰসৱ বেদনাত অস্থিৰ হৈ বিছনাত ছট্‌ফটাব ধৰিছে তেতিয়া জামাতাৰ মুৰব্বী কেইজনমানে ইমাম চাহাবৰ লগত আহি তাইক ভয় দেখুৱালে, তই যদি এইটো কাৰ কাণ্ড সৈ নাকাঢ় তেন্তে তোৰ এই আজাবৰ পৰা নিস্তাৰ নাই। অগত্যা নাচিমে আনোৱাৰৰ নামটো কৈ দিলে। মুৰব্বী কেইজনৰ মাজত চেৰিফৎ পেস্কাৰো আছিল। নাচিমৰ মুখত নামটো শুনিয়েই মানুহবোৰে ইটো-সিটো কৈফিয়ৎ উলিয়াই মিঠামাই পেহীটিৰ ঘৰৰ পৰা গুচি গ'ল। একবাৰে শেষলৈকে থাকিল ইমাম চাহেব। পেহীটিয়ে কান্দি কান্দি তেখেতক ক'লে, জোনাব চাহেব, আপুনি ইয়াৰ বিচাৰ কৰি কিবা এটা ফয়চলা কৰি দিয়ক। বৃদ্ধ ইমানজন পেহীটিৰ কথাত বিব্ৰত হ'ল। তেখেতে কোনোমতে ক'লে, মই কিটো বিচাৰ কৰিম, মা? তুমি জামাতৰ ওচৰত গোচৰ দিয়া। তেওঁলোকেহে বিচাৰ কৰিব। নাচিমে এজনী ছোৱালী প্ৰসৱ কৰাৰ পোন্ধৰদিনমানৰ পিচতে পেহীটিয়ে জামাতৰ ওচৰত গোচৰ কৰিলে। দেখা গ'ল, জামাতৰ মানুহৰ নৈতিকতাৰ বিষয়ে চিন্তা কৰি ব্যতিব্যস্ত হয় অথচ এই ভদ্ৰলোকসকলৰ এগৰাকী বিধবাৰ অনাথ ছোৱালীজনীৰ বিষয়ে ব্যৱস্থা লোৱাৰ কোনো শক্তিয়েই নাই। তাৰ কেইদিনমানৰ পিচতে নাচিমৰ বাপেক থাকিও নথকা ছোৱালীজনী ঢুকাই থাকিল। মানুহে কোৱা-মেলা কৰিলে, মাক-জীয়েকেই ছোৱালীজনী মাৰিলে। পেহীটিৰ হিতাকাঙ্খীসকলে বুজালে, ভাল হ'ল, আপদ গুচিল, লেঠা মাৰিল। কোৰ্ট-কাচাৰি, পঞ্চায়ত কৰি কিটো ফয়দা হ'লহেঁতেন?

তাৰ পিচৰ পৰা সামান্য চিকাৰুপৰ বিনিময়ত যৌৱনৰ সোৱাদ চুহিব বিচৰা ভোমোৰাৰ বাবে মনোৱাৰৰ মৰমৰ মিঠামাই পেহীয়েকৰ ঘৰখন মৌ-কোঁহ হ'ল। মুখেৰে মাতিবলৈ লাজ কৰা নাচিম প্ৰগল্‌ভা বহুবল্লভা হৈ গ'ল। পেহীটিৰ ঘৰৰ পৰ্দ্দা ৰঙীণ হ'ল। ঘৰৰ ছালত নতুন খেৰ উঠিল। অজিতে সিদিনা ক'লে জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে বাবে পেহীটিৰ ঘৰখন পূণ্যতীৰ্থ সদৃশ হ'ল। মিঠামাই পেহীটিৰ মুখৰ সেই বিখ্যাত অবিচ্ছেদ্য হাঁহিটো হেৰাই গ'ল। মনোৱাৰাৰ বাহিৰে তাৰ বাবে কাৰো অকণো বেজাৰ নালাগিল।

এইবোৰ ঘটনা মনোৱাৰৰ জীৱন-চৰিত্ৰৰ বাহিৰৰ। এইবোৰৰ প্ৰতিক্ৰিয়া তাৰ *জীৱনত প্ৰত্যক্ষভাৱে সিমান পৰিব পৰা নাই। মিঠামাই পেহীটিৰ দুৰ্যোগৰ কাহিনী শুনি তাৰ হৃদয় কৰুণাৰে ভৰি পৰে। কিছুমান শক্তিৰ প্ৰতি ক্ৰোধ আৰু ঘৃণাত তাৰ*

হাত খজুৰাব ধৰে। তাৰ বেছি একো নহয়। ইচ্ছা কৰিলে বা নকৰিলেও সি মিঠামাই পেহীটিৰ কথা পাহৰিব পাৰে। নাপাহৰিলেও সেইবোৰ কথাই তাৰ অন্তৰত অনবৰত পিনৰ দৰে খুচি নাথাকে। কেতিয়াবা হঠাতে পেহীটিৰ সেই পৰিচিত বিখ্যাত হাঁহিৰে মৰমলগা মুখখন মনলৈ আহে। কেইটামান মুহূৰ্তৰ বাবে মনোৰাৰৰ মন ব্যথাৰে ভৰি পৰে। কিন্তু কিছুসময়ৰ পিচতে হয়তো বহুতদিনৰ বাবে সি তেখেতৰ কথা পাহৰি যায়। কিন্তু চাবিহাৰ কথা পাহৰিবলৈ চেষ্টা কৰিও মনোৰাৰে নোৱাৰে। আজি চাৰিটা বছৰে চেষ্টা কৰিও এটা দিনৰ বাবেও সি তাইৰ কথা পাহৰিব পৰা নাই। আনকি জেৰিনাৰ কথা কোনোবাদিনা পাহৰিলেও চাবিহাৰ কথা আন নহ'লেও অন্ততঃ শোৱাৰ আগতে এবাৰ নহয় এবাৰ তাৰ মনলৈ আহিলে তাৰ টোপনি নাহে।

ঠিক মনোৰাৰৰ ওপৰৰে বায়েক চাবিহা। ডেৰবছৰমানৰ ব্যৱধান স্বত্বেও সিহঁত দুয়াটাই একেলগে সৰুৰে পৰা ডাঙৰ হোৱা বাবে বয়সৰ ব্যৱধান সিহঁতে আপোচতে পাহৰি গৈছিল। বায়েকক সি নামকাঢ়ি মাতিছিল। নিজৰ নিজৰ গোপন কথাবোৰো অকপটে আলোচনা কৰিছিল। নিজৰ ঘৰখনৰ মানুহবোৰৰ সতে মনোৰাৰে সৰুৰে পৰাই একাত্মবোধ কৰিব পৰা নাই। সৰু ডাঙৰ অনেক কথাত ঘৰখনৰ আনবোৰ মানুহৰ লগত তাৰ সততে মত বিৰোধ হৈছে। বিৰক্ত হবৰ কাৰণ নথকা বহুতো কথাত মনোৰাৰে মাক-বাপেক, ককায়েক-বায়েকহঁতৰ ওপৰত বিৰক্ত হৈছে। তেওঁলোকৰ ব্যৱহাৰত সি অতীষ্ঠ হৈছে। ঘৰখনৰ পৰিবেশে তাৰ মানত অসহ্য উশাহ-নিশাহ বন্ধ কৰি আনিব বিচৰা যেন লাগিছে। এইবোৰ সময়ত ঘৰৰ পৰা ওলাই গুচি যাবৰ তাৰ বৰ মন গৈছিল। এইদৰে নিজৰ ইচ্ছাৰ বিৰুদ্ধে আত্মীয়-স্বজন হ'ল বুলিয়েই একেখন ঘৰৰ ছালৰ তলত থকাৰ অৰ্থ নাই। মানুহক দেখুৱাই পৰম আনন্দত থকাৰ দৰে ভাত খাই উঠি উগাৰ মৰাৰ পৰা একো লাভ নাই। বৰঞ্চ ইয়াৰ পৰা মনোকষ্টহে বঢ়াই লোৱা হয়। বন্ধুত্বহীন এই ঘৰখনৰ স'তে মনোৰাৰে কোনোদিনে প্ৰীতিৰ বান্ধোন অনুভৱ কৰা নাই। সেই বাবে এইখন ঘৰৰ পৰা আঁতৰি যোৱাত কোনো বাধা নাছিল। কিন্তু চাবিহাৰ আছিল। ঘৰৰ অন্য মানুহৰ কৃত্ৰিমতাত অতীষ্ঠ হৈ, অৰ্থ আৰু আভিজাত্যকে জীৱনৰ পৰম ধন বুলি ভবা দৰ্শনত বিৰক্ত হৈ, মানুহক মানুহ বুলি গণ্য কৰিব নোখোজা মনোভাবত ত্যক্ত মনোৰাৰ আৰু চাবিহাই আৰু বেছি অন্তৰঙ্গ হৈ আলোচনা কৰিছিল। সিহঁতে ঘৰৰ সন্মুখৰ বিৰাট লনখনৰ একুকত বহি আলোচনা কৰি সিদ্ধান্ত লৈছিল, ডাঙৰ হৈ, উপযুক্ত হৈ সিহঁত দুয়োটাই এইখন ঘৰত আৰু নাথাকে। জীৱিকাৰ সন্ধানত সিহঁতে অন্য এখন ঠাইলৈ গুচি যাব। দুয়োটাই চাকৰি কৰিব আৰু এখন সৰু ঘৰত সাধাৰণ ভাবে থাকি সিহঁতে মানুহৰ উপকাৰৰ বাবে বাস কৰিব। মানুহৰ চকুৰ পানী মচি পেলোৱাৰ কাম।

সেই সিদ্ধান্ত হয়তো সিহঁতৰ ভাববিলাসৰ প্ৰকাশ মাত্ৰৰ বাহিৰে আন একো

নাছিল। এনে অলীক কল্পনাই বাস্তৱ ৰূপ পোৱাৰ কোনো আশাই হয়তো থাকিব নোৱাৰে। বন্ধুত্বহীন পৰিবেশৰ পৰা নিষ্কৃতিৰ বাবে হাহাঁকাৰ কৰি ফুৰা সিহঁতৰ মনৰ বাসনাই সেইবোৰ কল্পনাৰ জন্ম দিছিল! অলপ বুজন হোৱাৰ পিচত এইবোৰ কল্পনা সিহঁতৰ মনৰ পৰা ক্ৰমশ উৰি গৈছিল। কিন্তু তথাপি চাবিহাৰ জীৱনৰ যি পৰিণতি সেয়া সিহঁতে কাহানিও কল্পনা কৰা নাছিল। কাষৰ বন্ধুত্বহীন পৃথিবীখনৰ পৰা পলোৱাৰ চেষ্টাত মনোৱাৰ আৰু চাবিহাই পঢ়া শুনাত মন দিছিল। অজিতহঁতৰ বন্ধুত্বৰ প্ৰভাৱত মনোৱাৰে নতুন জগত এখনৰ জিলিকনি দেখিছিল। তাৰ মনৰ নিৰ্জনতাৰ বেদনাৰ উপশম সি বন্ধুবৰ্গৰ সাহাচৰ্যত বিচাৰি পাইছিল। কিন্তু চাবিহাই সেই সুযোগ পোৱা নাছিল। এনেয়ে ছোৱালী তাতে আকৌ তাই আছিল স্বল্পবাক নিৰ্জনতাপ্ৰিয় শামুকৰ খোলাৰ দৰে নিজৰ মনৰ মাজত বিচৰণ কৰি ভাল পোৱা ছোৱালী। গতিকে চাবিহাৰ বাবে তাইৰ নিজৰ কোঠালি আৰু কিতাপখিনিৰ বাহিৰে আন সঙ্গী নাছিল। পঢ়া-শুনাত তাই বৰ ভাল ফল দেখুৱাইছিল। মেট্ৰিকত তিনিটা বিষয়ত লে'টাৰ পাই কটন কলেজত পঢ়িবলৈ যাব খুজিয়েই ঘৰৰ মানুহখিনিৰ স'তে তাইৰ পোন প্ৰথম প্ৰত্যক্ষ আৰু সৰৱ বিৰোধ হয়। বাপেক আৰু ককায়েকহঁতে তাইক শ্বিলঙৰ এখন মিছনেৰি স্কুলত পঢ়িবলৈ পঠিয়াবলৈ স্থিৰ কৰি থৈছিল। ডাঙৰ ককায়েক কন্‌জাৰভেটৰ অব ফৰেষ্ট, শ্বিলঙতে থাকে। ঘৈণীয়েক আৰু দুটা ল'ৰাৰ বাহিৰে তেওঁৰ প্ৰকাণ্ড বঙলাটোত অন্য মানুহ নাই। চাবিহাই তেওঁৰ তাতে থাকি কলেজ কৰিব পাৰিব, ঘৰতে গাড়ী আছে যেতিয়া একো অসুবিধা নহয়। চাবিহা মান্তি নোহোৱা দেখি তাইক অন্য এটি প্ৰস্তাৱ আগবঢ়োৱা হ'ল, থিক আছে তুমি মোৰ ঘৰত নাথাকা যদি তেন্তে হোষ্টেলত থাকা; কিন্তু শ্বিলঙতে পঢ়া। মেজ-মেলৰ আলোচনাৰ সিদ্ধান্ত পৰামৰ্শ মনে মনে শুনি চাবিহা চকীৰ পৰা উঠিল আৰু তাইৰ স্বভাৱোচিত দৃঢ় সুৰত ক'লে, কটনত পঢ়িবলৈ নপঠিয়ালে মই কলেজত নপঢ়ো। তাইৰ মাতৰ দৃঢ়তাই ককায়েক আৰু মাক-বাপেকক বিব্ৰত কৰিলে। ডাঙৰ ককায়েকে তথাপি শেষ চেষ্টা কৰি চাবলৈ মুখ মেলিব খুজিছিল। কিন্তু তাৰ আগতেই চাবিহাই কোঠালিৰ পৰা ওলাই যোৱা দেখি বিৰক্ত হৈ তেখেতে উচ্চাৰণ কৰিলে, থিক আছে তাইৰ যিহকে মন যায় তাকে কৰক। আৰু চাবিহাৰ কথাই শেহলৈ ৰজিল।

মানোৱাৰে জানিছিল মিছনেৰী কলেজখনৰ প্ৰতি থকা চাবিহাৰ অনাস্থাতকৈ ককায়েকহঁতৰ সিদ্ধান্তৰ প্ৰতি থকা তাইৰ অপৰিসীম অশ্ৰদ্ধাইহে এইদৰে সকলোৰে সন্মিলিত মতৰ বিপক্ষে থিয় হ'বলৈ তাইক উৎসাহ যোগাইছিল। তাই জানিছিল মিছনেৰী কলেবোৰৰ শিক্ষাদানৰ মান, অনুশানৰ মান ইত্যাদি অন্য কলেজবোৰতকৈ বহুত উন্নত। শ্বিলঙৰ কলেজখনত পঢ়িবলৈ গ'লে হয়তো তাই বেছি ভাল ৰিজাল্ট্

দেখুৱাব পাৰিলেহেঁতেন। কিন্তু সেই ধৰণৰ কলেজত পঢ়া বহুতো ল'ৰা-ছোৱালী সিহঁতৰ পৰিয়ালত আছে। সিহঁতৰ আটাইকেইজন ককায়েকেই শ্বিলঙত পঢ়া। তেওঁলোকৰ উন্নাসিকতা, তেওঁলোকৰ কম্‌প্লেক্স আদি দেখি চাবিহাই বেয়া পাইছিল। এওঁলোক যেন কোনোবা বেলেগ দেশৰ মানুহ। পথ ভুল কৰি এইখন দেশলৈ গুচি আহিল, এনে লাগিছিল তাইৰ। তাৰোপৰি কোনখন কলেজত পঢ়িব সেইকথা তাইক এবাৰো নুসুধি নিজে নিজে সিদ্ধান্ত লোৱা কথাটোত তাইৰ আটাইতকৈবেছি খং উঠিছিল। সেই বাবে তাই কঠোৰ হৈছিল আৰু সকলোৰে অপ্ৰিয় হৈছিল।

ভাগ্য ভাল কটন কলেজত চাবিহাই ভাল ফল দেখুৱাব পাৰিছিল। তাই যি বছৰ কলেজলৈ যায় সেই বছৰ মনোৱাৰে মেট্ৰিক দিবলৈ সাজু হৈছে। হোষ্টেলৰ প্ৰথম নিশাৰ অভিজ্ঞতাৰ পৰা আৰম্ভ কৰি সকলো কথা চাই মনোৱাৰলৈ লিখিছিল। ঐতিহ্যমণ্ডিত আদি বিশেষণেৰে বিভূষিত সিহঁতৰ কল্পনাৰ কটন কলেজখনৰ লগত বাস্তৱৰ কলেজখনৰ অমিলৰ কথা চাবিহাই বৰ বেজাৰ কৰি তালৈ লিখিছিল। নিয়ন্ত্ৰণাতীত ছাত্ৰ-ছাত্ৰীৰ সংখ্যাৰ মাত্ৰাধিক্যত বিব্ৰত অন্য দহজন দৰমহাখোৱা চাকৰিয়ালৰ দৰে যন্ত্ৰৱৎ কাম কৰি যোৱা শিক্ষকসকলৰ পৰা ছাত্ৰ ছাত্ৰীৰ ব্যৱধানে কেনেকৈ তেওঁলোকৰ জীৱনত অশুভ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে তাৰ কথা লিখিছিল। তাহানিৰ মধ্য-প্ৰাচ্যৰ পৰ্দা-নচীন তিৰোতাৰ দৰে ছাত্ৰীৰ মনোভাব, তৎকালীন প্ৰমোদৰ ব্যৱস্থাত ব্যস্ত ছাত্ৰসকলৰ জীৱন-বিমুখতা আদিৰ কথা। হোষ্টেলৰ নানান অভাৱ-অভিযোগৰ বৰ্ণনা ইত্যাদিৰে দীঘল দীঘল চিঠিবোৰৰ বাবে মনোৱাৰে সদায় ব্যগ্ৰ হৈ ৰৈছিল। পে'নফ্ৰেণ্ডৰ পৰা কেইখনমান চিঠি, কিতাপ কোম্পানীৰ পৰা কাচিৎ অহা দুই-এখন চিঠিৰ বাহিৰে এইধৰণৰ অন্তৰঙ্গ চিঠি সি তাৰ আগতে কাৰো পৰা পোৱা নাছিল। চাবিহাই লিখিছিল, ৰূমমে'টকেজনী ৰূমত নাথাকিলে, পঢ়া-শুনা কৰিবলৈ মন নহ'লেই তোৰ মুখখন মোৰ চকুৰ আগলৈ আহে। তোলৈ মোৰ সদায় মনত পৰে, মনো। সেইবাবে চিঠি পোৱা মাত্ৰকে উত্তৰ দিবি, মই বাট চাই থাকিম।

তাৰ পিচত মনোৱাৰে কটনলৈ আহিছিল। আই-এচ-চি ক্লাছত ভৰ্ত্তি হওঁতেই সি ঠিক কৰিছিল, পাচ কৰি সি বি-এ পঢ়িব। সেই কথা চাবিহাৰ বাহিৰে সি আন কাকো কোৱা নাছিল। চাবিহাই আই-এত ষ্টেণ্ড্ কৰিব নোৱাৰিলেও বাৰ ভাল ৰিজাল্ট্ কৰিছিল। ইংৰাজীত অনাৰ্ছ ল'ব খোজা শুনি এইবাৰ মাজু ককায়েকে কৈ চাইছিল, ইংৰাজীৰ অনাৰ্ছত চিট্ শ্বিলঙৰ কলেজত বেটাৰ বুলি শুনিছোঁ। শান্ত মুখেৰে চাবিহাই কৈছিল, নিজে চেষ্টা নকৰিলে অনাৰ্ছত ভাল কৰা সহজ নহয়। দুবছৰ পঢ়িলো যেতিয়া বাকী দুবছৰো কটনতে পঢ়ো কেকা। ঝানু ঠিকাদাৰকো মত সলাবলৈ বাধ্য কৰিব পৰা ইঞ্জিনীয়াৰজনে নিজৰ ভনীয়েকক আৰু বেছি ঘাটিবলৈ সাহ নকৰি বলে

নোৱাৰা শিলক পৰি নমস্কাৰ বুলি ভাবি মনে মনে আছিল। চাবিহাই থাৰ্ড য়েৰত নাম লগোৱাৰ কেইমাহমানৰ পিচতে মনোৱাৰে হঠাতে ঘৰৰ পৰা টেলিগ্ৰাম পালে— ফাদাৰ চিৰিয়াচ। কাম শ্বাৰ্প উইথ চাবিহা। ককায়েকে শ্বিলঙৰ পৰা নামি সিহঁত দুয়োটাকে মটৰত তুলি লৈ যেতিয়া ঘৰ পায় তেতিয়া বাপেকৰ বিছনাৰ কাষত বহি ইমাম চাহেবে তেখেতক কলিমা শুনাই আছে। ৰাতি আঠ বাজিবলৈ দহ মিনিট থাকোতে সকলো শেষ হৈ গ'ল।

বাপেক ঢুকুৱাৰ লগে লগে পৰিয়ালৰ মানুহৰ স'তে মনোৱাৰ আৰু চাবিহাৰ সম্পৰ্কৰ অন্তৰঙ্গ সূত্ৰটোৱেই হেৰাই গ'ল। সেইবাৰ গুৱাহাটীলৈ ঘূৰি গৈ সিহঁত দুয়োটাই সঁচাকৈয়ে মাউৰা নিঠৰুৱা অনুভৱ কৰিলে। চাবিহাই ভায়েকক সকিয়ালে, চাবি মনো, আই-এচ-চিত খুব ভাল কৰিব লাগিব। নহ'লে ঘৰত তিষ্ঠাই টান হ'ব। মনোৱাৰে ক'লে, ভাল আৰু কিটো কৰিম? ফাৰ্ষ্ট ডিভিজনত পাচ কৰিম, তাতোকৈ বেছি আৰু কিনো কৰিব পাৰিম? চাবিহাই আৰু উৎসাহ দি ক'লে, পাৰিবি, পাৰিবি অলপ্ পঢ়িলেই আই-এচ-চিত ভাল কৰিব পাৰিবি বোলে।

সি পিচে কেৱল ফাৰ্ষ্ট ডিভিজনহে পালে। মাককে প্ৰমুখ্য কৰি সকলোৱে ৰায় দিলে—সি ইঞ্জিনীয়াৰিং পঢ়িব লাগে। মনোৱাৰে ক'লে নপঢ়োঁ। মাকে ক'লে, তেন্তে তোৰ যিহকে মন যায় তাকে কৰ। সি ক'লে, মই বি-এ পঢ়িম। তাৰ অপ্ৰত্যাশিত ঘোষণাত ককায়েহঁত স্তম্ভিত হতবাক হৈ গ'ল। স্বাধীনোত্তৰ যুগৰ বতাহ খোৱা কাষৰ জগতখনৰ বিষয়ে সজাগ কোনোবা তীক্ষ্ণবুদ্ধি সম্পন্ন মুছলমান ল'ৰাই এনে এষাৰ কথা ক'ব পাৰে সেইকথা তেওঁলোকে ভাবিবকে পৰা নাছিল। তেওঁৰ ককায়েকে মুখেৰে মাতিবকে নোৱাৰিলে। মাজু ককায়েকে কোনোমতে নিজৰ খং সম্বৰণ কৰি ক'লে, আজিকালিৰ মুছলমান ল'ৰাই লাইন নল'লে পিচত গৈ কি অৱস্থা হয় সেইকথা তুমি ভাবি চাইছা নে নাই? আলোচনা দীঘলীয়া কৰিবৰ সুযোগ নিদিবৰ উদ্দেশ্যে মনোৱাৰে মাত্ৰ ক'লে, মই বি-এ পঢ়িম ইকনমিক্সত অনাৰ্ছ্ লৈ। ইয়াৰ পিচত সঁচাকৈয়ে আলোচনা শেষ হ'ল আৰু মনোৱাৰে চাবিহালৈ হষ্টেলৰ ঠিকনাত টেলিগ্ৰাম কৰি জনালে, সি মঙ্গলবাৰে গুৱাহাটী পাবগৈ।

চাবিহাৰ বি-এ পৰীক্ষাৰ টেষ্টৰ আগতে মনোৱাৰে ঘুনুক-ঘানাকৈ কথাটো শুনিছিল। এনুৱেল পৰীক্ষা দি ঘৰলৈ গৈ শুনিলে কথাটো সঁচা। অসম চৰকাৰৰ কিবা এটা বিভাগৰ চেক্ৰেটেৰী নগাৱঁৰ আম্‌জেদ আহ্‌মেদৰ পুতেকৰ লগত চাবিহাৰ বিয়াৰ কথা-বতৰা চলিছে। কলেজত তাৰ লগৰ নগাৱঁৰ ল'ৰাৰ পৰা সি ল'ৰাজনৰ বিষয়ে বহুতো কথা শুনিছিল। শ্বিলং, গুৱাহাটী আৰু নগাৱঁৰ পৰা তিনিবাৰ আই-এ পৰীক্ষা দি অকৃতকাৰ্য্য হৈ বেচেৰাই মনৰ দুখত অসমত পাবপৰা সকলো ধৰণৰ

প্ৰমোদ ভোগ কৰিবলৈ লাগি গৈছিল। উপায়ন্তৰ হৈ বাপেকে ডুমডুমাৰ কাষৰ কোনোবা বিদেশী চাহ-কোম্পানীৰ বাগিচা এখনত এচিষ্টেণ্ট্ মেনেজাৰৰ চাকৰি এটা যোগাৰ কৰি পঠিয়াই দিয়ে। তথাপিও বাপেকে একেবাৰে নিশ্চিন্ত হ'বৰ বাবে পুতেকৰ সোনকালে বিয়া পাতিবলৈ ব্যস্ত হৈ পৰিছে। মনোৱাৰে মাকক ক'লে, চাবিহাক সেইটো ল'ৰালৈ বিয়া দিয়াতকৈ জুইত পেলাই দিয়াই ভাল হ'ব। মাকৰ প্ৰশ্নৰ উত্তৰত সি আম্‌জেদ আহ্‌মেদৰ পুতেকৰ গুণাৱলীৰ থুল-মূল এটা আভাষ দিলে। মাকে শুনি ক'লে, ডেকা বয়সত সেইবোৰ মানুহে কৰেই। বিয়াৰ পিচত চ'ব থিক হৈ যাব!

চাবিহাৰ ভবিষ্যতৰ বিষয়ে চিন্তা কৰি মনোৱাৰ ভয়ত কঁপি গ'ল। তাৰ মৰমৰ বায়েকজনীক এইবোৰ মানুহে কি কৰিব খোজে? ইহঁতে হিতাহিত জ্ঞান হেৰুৱাই পেলাইছে নেকি? নাই, এই বিয়া হ'ব নোৱাৰে, সি হ'বলৈ নিদিয়ে। সেইবাবে অনিস্বাস্বত্বেও সি চাবিহালৈ সকলো কথা জনাই এখন চিঠি লিখিলে আৰু তাইক আশ্বাস দি ক'লে, তই ভয় নকৰিবি। ভালকৈ পঢ়ি পৰীক্ষাটো দে। যি হয় হ'ব, মই এইখন বিয়া হ'বলৈ নিদিওঁ। চাবিহাই লৰালৰিকৈ লিখিলে, তই একো গোলমাল নকৰিবি মনো। পৰীক্ষা দি উঠিয়েই মই ঘৰলৈ যাম। বিজুলীহঁতৰ ঘৰলৈ যোৱা প্লেনটো বাদ দিছোঁ। তই মই নহালৈকে একো নকৰিবি। তাইৰ হাক শুনি মনোৱাৰে চাবিহাৰ বিয়াখনৰ বিৰুদ্ধে তাৰ সৰৱ প্ৰতিবাদ জনায়েই থাকিল। ককায়েক-বায়েকহঁতে তাৰ কথালৈ অৱনো কাণ নিদিয়ে বুলি জানিও সি তেওঁলোকক কৈ চালে। এনে এখন বিয়া যদি হয় তেন্তে চাবিহাৰ নিচিনা এজনী ছোৱালীৰ জীৱন বৰবাদ হৈ যাব, অৰ্দ্ধশিক্ষিত, অসংস্কৃত মাতাল বাগিচাৰ সেই ছোট-চাহেবৰ স'তে চাবিহাৰ দৰে এজনী ছোৱালীয়ে কোনোমতে সংসাৰ কৰিব নোৱাৰে সেই কথা উপলব্ধি কৰিবলৈ সি তেওঁলোকক সকাতৰে অনুৰোধ কৰিলে। পৰিয়ালৰ অন্য মুৰব্বীসকলৰ মধ্যস্থতাত কিবা হয় নেকি চাবলৈ মনোৱাৰে কাহানিও ঈদ-বক্‌ৰীদতো নোযোৱা বহুতো আপোন মানুহৰ পদুলী গৰকিলে। একো লাভ নহ'ল। এইখন বিয়া হোৱাত কোনেও একো বাধা নেদেখিলে, অস্বাভাৱিকতা নেদেখিলে।

মনোৱাৰৰ বাবে পৰম বিস্ময় বাকী আছিল চাবিহা আহি পোৱাৰ সময়লৈকে। নিশা ভাত-পানী খোৱাৰ পিচত সি যেতিয়া তাইৰ কোঠাত সি কৰা সকলোবোৰ ব্যৰ্থ চেষ্টাৰ কথা ক'লে তেতিয়া চাবিহাৰ অভিব্যক্তিত একো প্ৰতিক্ৰিয়া নহ'ল। শান্ত, নিৰ্লিপ্ত সুৰেৰে তাই মাত্ৰ মনোৱাৰক ক'লে, এইবোৰ কৰি একো লাভ নাই মনো। তই আৰু মই অকলে ইমানবোৰ মানুহৰ বিপক্ষে যুঁজি জিকিব নোৱাৰিম। আৰু বিয়া যেতিয়া এদিন কাৰোবাৰ লগত হ'বই মিছামিছি ইমান যুঁজি লাভ নাই। মই এজনী

ছোৱালী! কিমানৰ লগত যুঁজিব পাৰিম? কেকাহঁতে হয়তো মোৰ মঙ্গলৰ কথা ভাবিয়েইএইখন বিয়া পাতিছে। তাক মনে মনে থকা দেখি সুৰটো সলাই তাই হাঁহি হাঁহি ক'লে, বুইছ মনো, অন্য লাভ মোৰ হওক বা নহওক অন্ততঃ বায়লজীকেল হাংগাৰৰ নিবৃত্তি হ'ব, কি কৱ? স্বৰগ পৰা মানুহৰ দৰে জঠৰ হৈ বহি থাকি কিছুসময়ৰ পিচত মনোৱাৰে লাহে লাহে নিজাৰ শোৱা কোঠালৈ গুচি আহিছিল। সেই নিশা তাৰ টোপনি অহা নাছিল। চাবিহাৰ তাৰ খং উঠিছিল, ঘিণ লাগিছিল, তাইৰ প্ৰতি পুতৌ জন্মিছিল। পিচত তাই মনোৱাৰক সান্ত্বনা দি কৈছিল, ইমান হতাশ কিয় হৈছ তই? চামথিং গুড মাইট কাম আউট অব দিছ্ ইভিল। যদি মই সেই বিপথগামী মানুহজনক সঠিক পথলৈ আনি মোৰ মনৰ মানুহ কৰি ল'ব পাৰো তেন্তে সেয়া মোৰ পৰম লাভ নহ'ব জানো?

অন্য উপায় নেদেখি মনোৱাৰে মনে মনে কামনা কৰিলে, সেয়ে হওক! বিয়াৰ পিচত চাবিহাক বহুদিনৰ মূৰতহে লগ পালে! তাৰ আগতে তাই মনোৱাৰলৈ চিঠি-পত্ৰ নিয়মিত দি আছিল। প্ৰায় প্ৰত্যেকখন চিঠিতে তাই তাক আশ্বস্ত কৰি লিখিছিল, তই বিশ্বাস কৰ মনো, মই ইয়াত বৰ সুখেৰে আছো। ইমান আনন্দত থাকিম বুলি তোৰ কথা বাদেই মই নিজেই ভাবিব পৰা নাছিলোঁ। তই মোৰ বাবে মুঠেই চিন্তা নকৰি ভালকৈ পঢ়া-শুনাত মন দিবি। বি-এত খুব ভাল ৰিজাল্ট দেখুৱাব লাগিব। তাইৰ বৈবাহিক জীৱনৰ সুখৰ বিষয়ে বাৰম্বাৰ সৰৱ ঘোষণা দেখি মনোৱাৰৰ মনত যিটো সন্দেহৰ উদ্ৰেক হৈছিল চাবিহাক লগ পাই সেই সন্দেহ তাৰ মনত বদ্ধমূল হ'ল। কলিকতালৈ ফুৰিবলৈ বুলি প্লেনেৰে গুৱাহাটী হৈ যাবলৈ আহি চাবিহা আৰু গিৰিয়েক তাৰ হোষ্টেলত ওলাইছিলহি। নগৰৰ অভিজাত হোটেল এখনৰ কোঠা এটাত চাবিহাক অকলে পাই তাইক ভালকৈ চাই মনোৱাৰে দেখিলে তাইৰ মুখত সেই নিৰ্মল হাঁহিটো লাগি আছে যদিও চকুৰ কোটৰত ক'লা দাগ পৰিছে, চাবিহা খিনাইছে। চাবিহাক সুধিবৰ তাৰ স'ত নগ'ল। হোটেলৰ এই কোঠালীত তাই কান্দি কান্দি ভাগৰি পৰিব। চাবিহা মুঠেই সুখী নহয়। মদ্যপ, উশৃঙ্খল, বন্য জন্তু এটাৰ দৰে নিষ্ঠুৰ গিৰিয়েক এটাৰ স'তে জীৱন কটাবলৈ চেষ্টা কৰি ব্যৰ্থ হৈ চাবিহাই এদিন ৰাতি চৈধ্যটা চনেৰিল টেব্‌লেট খাই আত্মহত্যা কৰি সেই কথা সকলোকে জনাই থৈ গ'ল।

তেতিয়া মনোৱাৰে স্কুলৰ কামত সোমোৱা নাই। এম-এ পৰীক্ষা দি আহি ঘৰতে বহি আছেহি। ওচৰৰ যুৱক-মিলন সংঘ আৰু আজাদ ৰিডিং ক্লাবৰ সভ্যসকলে তাৰ ওচৰলৈ দিহা-পৰামৰ্শ বিচাৰি আহে। এইবোৰ পাবত গজা সংঘ আদিৰ ওপৰত

তাৰ আস্থা বৰ কম যদিও ওচৰৰ ল'ৰা বাবে আৰু তাক সিহঁতে মৰম কৰে বাবে অনিচ্ছা সত্বেও সিহঁতৰ কামত লাগি-ভাগি দিব লাগে। বিহু আহিলে বুলিয়েই, ঈদ আহিল বুলিয়েই ৰাইজৰ গাঁঠিৰ ধন খৰচ কৰি অ'ৰ ত'ৰ খ্যাত-অখ্যাত এজাক শিল্পীৰ হাতে-ভৰিয়ে ধৰি সাংস্কৃতিক অনুষ্ঠান নামৰ অদ্ভুত বস্তু এটাৰ আয়োজন কৰাত তাৰ উৎসাহ সমূলি নাছিল। এইবোৰৰ পৰা লাভ প্ৰায় নহয়েই বুলিলেই হয়। প্ৰত্যক্ষভাবে নহ'লেও পৰোক্ষভাবে লোকচান হয় বিস্তৰ। যিটো উদ্দেশ্য লৈ এনে ধৰণৰ অনুষ্ঠান পতা হয় তাৰ এক শতাংশও লাভ হোৱা হ'লে ক'বলগীয়া একো নাছিল। অপ্ৰাপ্তবয়স্ক এজাক ল'ৰাই মদ খাবলৈ শিকে। কেতিয়াবা দুই-এজনী ছোৱালীৰ চৰিত্ৰৰ চেকা নলগাকৈও নেথাকে। উশৃঙ্খল ল'ৰাবোৰে নিজৰ চৰিত্ৰৰ নমুনা দেখুৱাবলৈ সুযোগ পায়। কিছুমান তথাকথিত কলা-কীৰ্তিয়ে সময়তকৈ আগতে জন্ম লয়। লোকচান হয় বেছি। তথাপিও উপায় নাপাই সময় কটাবৰ বাবে মনোৱাৰে এইবোৰ সঙ্ঘ আদিৰ লগত সম্পৰ্ক ৰাখিবলৈ বাধ্য হয়। তেনেকুৱা সময় কটাবলৈ উপায় বিচাৰি ফুৰা সময়তে এদিন ৰমজান আলি আহি তাৰ ঘৰ ওলালহি।

ৰমজানে মনোৱাৰে স্কুলত একেলগে পঢ়িছিল। আচলতে সি ৰমজানতকৈ একশ্ৰেণী তলত পঢ়িছিল। ৰামজানে ক্লাচ ফাইভৰ পৰা চিক্সলৈ প্ৰমোচন নোপোৱাৰ বাবে মনোৱাৰৰ লগ হ'ল। তাৰ ঘৰ নগৰৰ পৰা ছমাইলমান নিলগৰ চেঙেলীবাৰীত। মনোৱাৰে এবাৰ নে দুবাৰ তাৰ ঘৰলৈ গৈছিল ৰমজানৰ চাইকেলৰ পিচত বহি। পঢ়া শুনাত বেয়া যদিও ৰমজান আছিল সুবোধ ল'ৰা। তাৰ হাতৰ আছিল বৰ ধুনীয়া। মনোৱাৰৰ স্কুলৰ বহীৰ লেবেল সদায় সি লিখি দিছিল। তাৈলে হাফ-পেণ্টৰ জেপত বনপিঠা, পনীয়ল আদি লৈ আহিছিল। মনোৱাৰে তাক লুজেন খুৱাইছিল। বোধকৰো কেবল এদিন ৰমজান তাৰ লগত সিহঁতৰ ঘৰলৈ আহিছিল। কিন্তু মনোৱাৰৰ মাকৰ চেঁচা আপ্যায়নৰ বাবেই তাৰ পিচত আৰু কোনোদিনেই সিহঁতৰ ঘৰলৈ যোৱা নাছিল। ক্লাচ এইটত প্ৰমোচন নাপাই ৰমজানে পঢ়া এৰি দিলে। মনোৱাৰে যিবছৰ মেট্ৰিক দিয়ে সেই বছৰতে বোধকৰো সিও পুলিচৰ চাকৰীত সোমায়। অলপ দিন সিহঁতে ইটোৱে সিটোৰ খবৰ ৰাখিছিল। কিন্তু লাহে লাহে সিহঁতৰ সম্পৰ্ক শিথিল হৈ আহিল। মনোৱাৰে বোধকৰো ছবছৰমানৰ মূৰত ৰমজানক দেখা পালে। চাহ-চিগাৰেট খাই সি মনোৱাৰক ক'লে, ভাই বিয়াখন পাতিব খুজিছোঁ অহা বুধ-বৃহস্পতি গৈ তাৰ পিচৰ বুধে-বৃহস্পতিয়ে। মঙ্গলবাৰে চুৰ্চুৰিয়াকৈ মিলাদ শ্বৰীফ এফেৰাও কৰিবলৈ একীন কৰিছোঁ। তই যাব লাগিব ভাই। মনোৱাৰে উৎসাহিত হৈ ক'লে, যাম, নিশ্চয় যাম। বিনয়াবনত সুৰে ৰমজানে ক'লে, যাম বুলিলে নহয় মঙ্গলবাৰেই টালি-টোপোলা লৈ আমাৰ ঘৰ ওলাবগৈ লাগিব। কৰি-মেলি দি গৰীবৰ ঘৰত শুদাই-নিকাই যি পাৱ

খাই আহিবি। মনোৱাৰে কপট আতঙ্কিত সুৰত ক'লে, নাই বিয়া খাবলৈ গৈ শুদাই-নিকাই খাই আহিবলৈ ইমানদূৰ বাট যাবগৈ নোৱাৰোঁ। ভালকৈ খুৱাবি বুলি যদি কৱ তেহে যাম। ৰমজানে হাঁহি হাঁহি ক'লে, খুৱাম বাৰু ভাই খোদাই কৰিলে।

ইচ্ছা থকা সত্বেও কিন্তু মনোৱাৰে মঙ্গলবাৰেই চেঙেলীবাৰীলৈ যাব নোৱাৰিলে। বিয়াৰ আগদিনা বুধবাৰে সি গৈ যেতিয়া ৰমজানৰ ঘৰ ওলালগৈ তেতিয়া ৰমজান আৰু তাৰ ঘৰৰ গোটেইবোৰ মানুহে মাটিতে থব নে মূৰতে থব ভাবি শশব্যস্ত হৈ উঠিল। হয়তো সি যে সঁচাকৈয়ে গৈ ওলাবগৈ সেইকথা তেওঁলোকে ভাবিবই পৰা নাছিল। ৰমজানৰ ঘৰৰ মানুহবিলাকৰ মৰমৰ আতিথেয়তাই তাক বহুতো সময়ত বিব্রত কৰি তুলিলে। সি অভিভূতো নোহোৱাকৈ নাথাকিল। সি ডাঙৰ মানুহৰ ঘৰৰ উচ্চ শিক্ষিত বুলিয়েই তাক বিশেষ আপ্যায়ন কৰিলে বুলি ভাবিবলৈও সি থল বিচাৰি নাপালে। দাৱাত খাবলৈ অহা সকলো মানুহেই সন্মানিত অতিথি। গতিকে কোনেও যাতে অকণো অভিযোগ কৰিবলৈ সুযোগ নাপাই তাৰ বাবে কেৱল ৰমজানৰ পৰিয়ালৰ মানুহেই নহয় গাৱঁৰ প্ৰত্যেকজন মানুহেই সজাগ দৃষ্টি ৰাখি নিজৰ নিজৰ ভাগৰ কাম নিয়াৰিকৈ কৰি গ'ল। তাক ৰমজানে ক'লে বিয়াৰ বহুতদিনৰ আগতেই হেনো তাৰ বাপেকে মছজীদত জামাতৰ সকলোকে মাতি পুতেকৰ বিয়াখন সুকলমে পতাৰ দায়িত্ব লবলৈ সবিনয়ে অনৰোধ কৰি আহিছিল। বিয়াৰ সময়ত দৰাঘৰীয়াৰ সন্মানৰ স'তে গোটেই গাওঁখনৰ সন্মান জড়িত হৈ আছে বুলি ভাবিয়েই ৰাইজে ইমান কমি কৰিছিল। মনোৱাৰৰ বৰ ভাল লাগিছিল। একাত্মীয়তাৰ সূত্ৰেৰে গোটেই গাওঁখনেই বান্ধ খাই আছে। সুখে-দুখে সকলোৱে লগৰীয়া।

সেইদিনা গধূলীলৈ সঙ্গীতৰ বৈঠকী বহিল। ৰভাতলৰ খুটা এটাতে আউজি বহি মনোৱাৰে নিশা একবজালৈকে সঙ্গীতৰ আসৰ উপভোগ কৰিলে। গাঁৱৰ ল'ৰা এটাই প্ৰথমে লাজ লাজকৈ পিচত লাজ-কাজ এৰি পুৰণি হিন্দী চিনেমাৰ গান গালে—এক দিলকে টুকৰে হাজাৰ হুই কোই য়হাঁ গিৰা কোই ৱহাঁ গিৰা। যেনিবা গায়কৰ নিজৰ কলিজাখনেই টুকুৰা টুকুৰ হৈ কেউফালে সিচঁৰিত হৈ গ'ল। তাৰ পিচত হাৰমনিয়াম লৈ গাবলৈ বহিল মুছলিম নামৰ প্ৰখ্যাত অন্ধ বৈঠকী গায়কজন। তেওঁৰ হাৰমনিয়ামটোৰ ৰীডবোৰৰ ওপৰত অৱলীলাক্ৰমে আঙুলি চলাই পৰিবেশটো সৃষ্টি কৰি লোৱাৰ চেষ্টা কৰিলে। আসৰৰ সকলোৱে সন্ত্ৰস্ত হৈ বহিল। ৰমজানহঁতৰ ঘৰৰ দুৱাৰ-খিৰিকিৰ কাষত তিৰোতা মানুহৰ মুখৰ ভীৰ হ'ল। বাপেকৰ কোলাতে টোপনীয়াই থকা সৰু ল'ৰা এটাই চকু মোহাৰি গায়কৰ ফালে চালে। মুছলিমে গাবলৈ আৰম্ভ কৰিলে, ফাগন জাগিল মোৰ কুসুমবনে, আজিও চকলো কিয় নয়ন কোনে। তাৰ পিচত—থ তোৰ গৌৰৱ হাচ্‌নাহানা কিহৰ ইমান আত্‌ম বৰাই, সহজে

তোক যে চেৰ পেলাব জাতি যুঁতি চেনী চম্পাই। আৰু তাৰ পিচত—অ' গুৰিয়াল ভালকৈ ধৰিবি ব'ঠা। সুৰৰ একো যাদু নাই, কণ্ঠ মুঠেই সুৰদী নহয়, চিনাকী গায়কৰ কোনো কায়দাই মানুহজনৰ গনাত নাই। তথাপি প্ৰায় দুঘণ্টা সময়ৰ প্ৰতিটো মুহূৰ্ত মনোৱাৰে পূৰ্ণমাত্ৰাই উপভোগ কৰি ৰমজানে কোৱাত যেতিয়া শুবলৈ উঠে তেতিয়া তাৰ হাতৰ ঘড়ীত এক বাজিছে।

বুধবাৰে জোহৰৰ নামাজৰ পিচত দৰা ছোৱালী আনিবলৈ যাবলৈ সাজু হ'ল। ফাচৌ ড্ৰাইভাৰৰ বিখ্যাত মটৰখনত ৰমজান আৰু তাৰ লগৰ ল'ৰা কেইজনমান যাব। বাকী মানুহবোৰ যাব বাছত। দৰা, তামুলী আৰু মনোৱাৰ পিচৰ চীটত বহিব। গাৱঁৰে ৰমজানৰ লগৰ বন্ধু এজন বহিব আগত। আৰু মানুহ বহিব নোৱাৰে বুলি ফাচৌৱে খাটাং কথা কৈ দিলে, হেণ্ডিমেন বহিব লাগে। চণ্টকত কাৰবাৰ কৰা মজানৰ ডাঙৰ ভিনিহিয়েকৰ তাগিদাত দৰা যাবলৈ সাজু হ'ল। দৰাৰ বায়েকে ডাঙৰ বাচন এখনত পায়স অলপ আনি ৰমজানৰ কোঠালিত বহি থকা দৰাৰ লগৰীয়া বিলাকৰ মাজত থৈ ক'লে, এইকেইখন চামুচ তহঁতি খৰকৈ খাই গাড়ীত উঠ। নহ'লে ভিণ্টিয়েৰৰ গালি খাবি। ইটোৱে খাব খোজা পায়স চামুচ সিটোৱে থপিয়াই খাই সিহঁত লৰালৰিকৈ উঠিল! থিয়েটাৰৰ ৰজাৰ দৰে চমকী লগোৱা পাগুৰী আৰু গুণাকৰা আচকান-পায়জামা পিন্ধি মুখত ৰুমাল লৈ ৰমজানো থিয় হ'ল। লগৰ কোনোবা এটাই চটুল ৰসিকতা এটা কৰিলে। দৰাই হাতৰ ৰুমালখন মুখত লগাই হাঁহি বন্ধ কৰি থ'লে। ৰমজানৰ বৰযাত্ৰা আৰম্ভ হ'ল। গোটেই মটৰখনকে জোকাৰি দিয়াকৈ হেণ্ডেল মাৰি ফাচোৰ হেণ্ডিমেন লৰালৰিকৈ আহি আগত বহা ল'ৰাজনৰ কাষতে বহি ল'লে। অদ্ভুত অদ্ভুত শব্দ কিছুমান মটৰখনৰ পৰা উলিয়াই ফাচৌৱে ৰবৰৰ হৰ্ণটো টিপি যাত্ৰা আৰম্ভৰ সঙ্কেট দিলে। ৰমজানৰ ভিনিহিয়েকে খৰধৰকৈ আহি লাহে লাহে চলাবলৈ ড্ৰাইভাৰক নিৰ্দেশ দি গ'ল। গাড়ী চলিল।

ৰমজানহঁতৰ ঘৰৰ পৰা কেইঘৰমান পাৰ হৈয়েই দৰাৰ মটৰখন ৰখাবলগীয়া হ'ল। এখন সৰু গোল মেজত গাখীৰৰ চৰৱতৰ জগ এটা, গিলাছ দুটা আৰু প্লেট এখনত ৰসগোল্লা কেইটামান লৈ এটা ডেকা ল'ৰা আৰু এজাকমান সৰু সৰু ল'ৰা-ছোৱালী ৰৈ আছিল। দৰাক চৰবত মিঠাই খুৱাব। গিলাচটোৰ চৰবতত ওঁঠদুটা অকণমান লগাই চামুচৰ আগৰ ৰসগোল্লাৰ সৰু টুকুৰা এটা মুখত ভৰাই ৰমজানে সেই মানুহক কৃতাৰ্থ কৰিলে। ইতিমধ্যে বাছখনৰ পৰা ডেকা ল'ৰা কিছুমান নামি আহিছিল। সিহঁত আটাইজাকে মিলি প্লেটৰ ৰসোগোল্লাখিনি আৰু জগৰ চৰবতৰ সদ্ব্যহাৰ কৰি থলে। তামুলীয়ে তেওঁৰ হাতৰ ৰুমাল খনেৰে দৰাৰ ওঁঠ কেইটা মচি দিলে। ৰমজানে মুখৰ পৰা অলপ আঁতৰাই কাষতে বহা মনোৱাৰক সুধিলে, তই

খালিনে নাই? এনেকৈ কেইবা ঠাইতো ৰৈ ৰৈ গাওঁ এৰি ৰমজানৰ যাত্ৰা চলি থাকিল। ফট্‌কা কিছুমান ফুটুৱাই সিহঁতৰ আগমন ঘোষণা কৰি মনোৱাৰহঁতে তিনিঘণ্টামানৰ মূৰত হাঁহচৰাৰ কইনাঘৰ পালেগৈ।

কইনাঘৰৰ আতিথেয়তাৰ আন্তৰিকতাই মনোবাৰৰ মন চুই গ'ল। দৰাঘৰীয়া ডেকাবোৰৰ নানান ঠেহ-পেচ সত্বেও অকনো বিৰক্তি প্ৰকাশ নকৰি অপৰিসীম ধৈৰ্য্য আৰু বিনয়সহকাৰে কইনাঘৰৰ প্ৰত্যেকজন মানুহে মনোৱাৰহঁতৰ যাতে কোনো ধৰণৰ অসুবিধা নহয় তালৈ চকু দিলে। সম্ভবতঃ তাৰ শিক্ষা আৰু বংশমৰ্যদাৰ বিষয়ে জনাৰ বাবেই কইনাঘৰৰ মানুহে মনোৱাৰৰ প্ৰতি বিশেষ মৰ্যদা দিয়াটো বেয়া পালেও বিয়াঘৰৰ প্ৰত্যেকটো কথাই সি ভাল পালে। আছৰৰ নামাজৰ পিচত নিকাহ পঢ়োৱা হৈ গ'ল। ৰভাঘৰত গোটখোৱা ৰাইজে দুইহাত দাঙি ৰমজানহঁতৰ বিবাহিত জীৱন সুখৰ হ'বৰ বাবে ধৰ্মীয় অনুশাসন মানি চলিবলৈ সিহঁতক তৌফিক দিবৰ বাবে খোদাৰ ওচৰত মোনাজাত কৰিলে। তাৰ পিচত দৰাঘৰৰ পৰা লৈ শুকান খেজুৰ সন্দেশবোৰক এটাকৈ, ডাঙৰবোৰক দুটাকৈ দিয়া হ'ল। ৰভা তলৰ বয়সস্থসকলে ইজনে সিজনৰ পৰিয়ালৰ কুশল-বাৰ্তা ল'লে, গাৱঁৰ, দেশৰ খবৰ-বাৰ্তাৰ পৰ্যালোচনা কৰিলে দুয়োপক্ষৰ সাধাৰণ প্ৰতিপক্ষৰ কুৎসাও ৰটনা কৰিলে। ডেকাবোৰে ঠিযাঠি কৰি লুকাই চুৰট হুপিলে, ছোৱালী চাবৰ চেষ্টা কৰিলে, অলপতে চোৱা চিনেমাখনৰ কথা আলোচনা কৰিলে, 'চাহে মুঝে কোই জংলী কাহে' খন বজাবলৈ কইনাঘৰৰ স্বেচ্ছাসেৱক এজনক পৰামৰ্শ দিলে। সৰু ল'ৰাবোৰে লৰা-ধপৰা কৰি পৰি আঠুৰ ছাল চিঙিলে। ভোদা ধৰণৰ ল'ৰাকেইটাক জোকাই কন্দুৱাই আনন্দ লভিলে। ভিতৰৰ কইনাৰ কাষত বহা ছোৱালীবোৰে ইজনীয়ে সিজনীৰ কাণৰ ঝুমকা, ডিঙিৰ হাৰ, গাৰ শাৰীখনৰ বিষয়ে আলোচনা কৰিলে, কিছুদিনৰ আগতে হৈ যোৱা লগৰ ছোৱালীৰ বিয়াত কোনোবা এজনী কিয় যাব নোৱাৰিলে তাৰ কৈফিয়ৎ দিলে। বয়সস্থসকলে নিজৰ ল'ৰা-ছোৱালীবোৰৰ বিষয়ে কথা পাতিলে। কোনোবা এগৰাকী মুখ পাতল তিৰোতাই অন্য এগৰাকীৰ প্ৰসৱৰ ক্ষমতাৰ বিষয়ে অশালীন মন্তব্য এটা দি সকলোকে হঁহুৱাই সিগৰাকীৰ গালি খালে।

বিয়াখনৰ মধুৰ পৰিবেশৰ আমেজ মনোৱাৰৰ মনত বৃহস্পতিবাৰে আবেলি ৰমজানহঁতৰ ঘৰৰ পৰা গুচি অহালৈকে ৰৈ গ'ল। ৰমজানৰ ভাগ্যক সি মনে মনে ঈৰ্ষা কৰিলে।

হেডমাষ্টৰে ক'লে, দুটা ইংক্ৰিমেণ্ট পাবা তুমি। তাৰ বাহিৰে বেছি দিবলৈ স্কুলে এলাউ নকৰে নহয়। আগতে আমি মেথ্‌মেটিক্সৰ টিচাৰক দহটকা বেছিকৈ দিছেলোঁ। ৰিভাইজ্‌দ স্কুল হোৱাৰ পিচৰ পৰা বন্ধ কৰি দিবলগীয়া হ'ল। গৰ্মেণ্টৰ

চেংশ্যন নোহোৱাকৈ কাকো এটা লাল পইচাও দিয়াৰ হাত নাই আমাৰ। অলপ বৈ হাঁহি মাৰি ক'লে, আৰু তোমাকনো সৰহ পইচা কেলৈ? তাক সৰহ পইচা দিবৰ বাবে কবলৈ মনোৱাৰে হেড্মাষ্টৰৰ কাষলৈ যোৱা নাছিল। এপইণ্ট্মেণ্ট লেটাৰখন দিবৰ বাবে তেখেতেহে তাক ঘৰৰ পৰা মতাই নিছিল। সি হেড্মাষ্টৰৰ কাষত মাত নামাতি হাঁহি থাকিল। জেৰাণ্ডিয়েল পেচিভ ভাৰ্ব এটাৰ উদাহৰণ দিব নোৱাৰাৰ বাবে শৰ্মা চাৰৰ হাতত প্ৰথম মাৰ খোৱা মনোৱাৰে এতিয়াও পাহৰা নাই। মাছৰ পোনাৰ দৰে অসংখ্য এপ্ৰপ্ৰিয়েট প্ৰিপজিশ্যন মুখস্থ কৰিবলৈ লগাই দি তেখেতে মনোৱাৰহঁতৰ মধুময় জীৱন বিষময় দুৰ্বিসহ কৰি দিছিল। তেখেতলৈ চোৱাৰ সাহ মনোৱাৰে হঠাতে গোটাব নোৱাৰি মনে মনে শৰ্মা চাৰৰ কথাবোৰ শুনি গ'ল। শৰ্মা চাৰে আক্ষেপ কৰি ক'লে, আজি কালিৰ শিক্ষকৰ মাজত সেই তাহানিৰ শিক্ষাদানৰ জ্বাল নাই। ৰুটীন ৰে'ত সকলোৱে ক্লাচলৈ সোমায়, ক্লাচৰ পৰা ওলায়! তেখেতে দেদিকেশ্যনৰ অভাৱৰ কথা ক'লে। ক'লে, সকলোৱে কয় আৰ্থিক সমস্যাই শিক্ষকসকলক এনে হ'বলৈ বাধ্য কৰিছে। মনো, টিচাৰবোৰ এদেকুৱেট্লি পেইড নহয়। কিন্তু মনোৱাৰ উড্ ইউ বিলিভ, মই বিশ টকাত কামত সোমাইছিলো? শৰ্মা চাৰৰ স্কুলত পঢ়া দিনৰে পৰাই তাক মনোৱাৰ বুলি মাতে। শৰ্মা চাৰৰ যুগৰ আৰু এতিয়াৰ জীৱনধাৰণৰ মানৰ তুলনামূলক আলোচনাত নামিবলৈ মনোৱাৰৰ মন গ'ল।

স্কুলত সি আশ্ৰম আশ্ৰম পৰিবেশ এটা পাব, তাৰ সহকৰ্ম্মী শিক্ষকসকল প্ৰত্যেকেই একোজন সমৰ্পিত সন্ন্যাসীৰ দৰে হ'ব—এই ধৰণৰ কোনো পূৰ্বচিন্তিত ধাৰণা লৈ সি কামত সোমোৱা নাছিল। তথাপিও সি ভাবিছিল অন্য জীৱিকাৰে জীৱন-যাপন কৰা সকলোতকৈ জাতিৰ মেৰুদণ্ড নিৰ্ম্মাণ কৰিবলৈ ওলোৱা সকল সামান্য বেলেগ হ'ব। মনোৱাৰে পাহৰি গৈছিল তাৰ সহকৰ্ম্মীসকল কাষৰ পৃথিবীতে বাস কৰা মানুখিনিৰে এচাম। তিনিমাহৰ পিচত হ'বলগীয়া ইংক্ৰিমেণ্টটো পালে আলোচনাত অনুপস্থিত মহন্তই মুঠতে কিমান টকা পাব, গগৈতকৈ পিচত সোমায়ো তেখেতে সমান দৰমহা পোৱা অন্যায়, ব্লেক বোৰ্ড আৰু ডেস্ক-বেঞ্চখিনি অৰ্ডাৰ দি পপুলাৰ ফাৰ্নিচাৰৰ মালিকৰ পৰা হেডমাষ্টৰে কিমান টকা মাৰিব পাৰে তাৰ হিচাববোৰ টিচাৰ্চ্ কমনৰূম সৰ্বদা তৰ্ক-মুখৰ। ডি-পি-আই, ইন্সপেক্টৰ অব স্কুলচ্ৰ দুৰ্নীতিৰ বিষয়ে আলোচনা কৰোঁতে কৰোঁতে বেজবৰুৱাই পাহৰিয়ে যায় যে তেখেতে ক্লাচ টেনৰ ল'ৰাজাকক যোৱা সপ্তাহতে কৈ থৈছিল, অহা পালত তাহাঁতক মোগল সাম্ৰাজ্যৰ পতনৰ কাৰণৰ ওপৰত নোট্চ দিব। তেখেতে ক্লাচ ল'ব নে সিহঁত গুচি যাব সুধিবৰ বাবে টে'ন-বি'ৰ কেপ্তেইনজন আহি দুৱাৰ মুখতে চুচুক-চামাক কৰি আছে। ভূমধ্য সাগৰীয় জলবায়ুৰ বিষয়ে ল'ৰাক এফালৰ পৰা এটাৰ পিচত এটাকৈ

থিয় হৈ পঢ়িবলৈ নিৰ্দেশ দি ভূগোলৰ শিক্ষক শইকীয়া আহি কমন-ৰুমৰ আড্ডাত যোগ দি কয়হি, এতিয়াও দ্ৰাঘিমাংশ আৰু অক্ষাংশৰ পাৰ্থক্য কি সুধিলে ক'ব নোৱাৰে। চক আৰু জ্যামিতিৰ অন্যান্য সা-সৰঞ্জামবোৰ আলমাৰিটোত ভৰাই মহন্তই হ'ৰেনক পানী এগিলাচ খুৱাবনেকি সুধি মনোৱাৰৰ কাষতে বহি ক'লে, আলি কিয় মিছাতে সোমালে এইখনত? ডাঙৰ ঘৰৰ মানুহ, আই-এ-এচ, এ-চি-এচ দিব পাৰা হাকীম হৈ মহাসুখত থাকিব পায়। এই অলগদ্ধসোপাৰ আগত চিঞৰি-চিঞৰি আয়ুস টুটাবলৈ আহিলে কিয়? উনৈশ উপপাদ্য পাৰ হৈ গ'লো যোৱা বুধবাৰেই। আজি ৰাইডাৰ এটা বুজাবলৈ লৈ এটাক এনেয়ে সুধিলো, ঐ কচোন, সমদ্বিবাহু ত্ৰিভূজ কাক কয়? সি কি ক'লে জানে? বোলে চাৰ, যিটো ত্ৰিভূজৰ তিনিওটা বাহু সমান তাকে সমদ্বিবাহু ত্ৰিভূজ বোলে। এডাল গোটা বেত তাৰ পিঠিত ফালি দিলো।

তথাপি মনোৱাৰে স্কুলত কাম কৰি বিশেষ বেয়া নেপালে। সংস্কৃতৰ শিক্ষক শাস্ত্ৰী আৰু পাৰ্চী পঢ়োৱা জোনাব চৈয়দ মিফ্তাহুৰ ৰহমানৰ মাজত কোনো ৰকমৰ সাদৃশ্য নাই। চাৰিত্ৰিক বৈশিষ্ট্যতেই হওক নাইবা শাৰীৰিক বৈশিষ্ট্যতেই হওক। কিন্তু তেখেত সকলৰ মাজত অবিশ্বাস্য বন্ধুত্ব দেখি মনোৱাৰ অবাক হ'ল। শ্ৰদ্ধাৰ আসনৰ পৰা কাহানিবাই নমাই থোৱা দুটা বিষয় দুয়োজনে পঢ়াবলগীয়া হোৱাৰ বাবেই সম্ভব দুয়োৰে মাজত ইমান মিল। সময়ৰ লগে লগে বুদ্ধি কৰি নিজকে সলাই ল'ব নোৱাৰাৰ বাবে দুয়োজনকে আজিৰ সময়ৰ লগত মিলালে বিসদৃশ দেখায়, ভুল গ্ৰহৰ জীৱ যেন লাগে। শ্ৰেণীত পঢ়াবলৈ গৈ তেওঁলোকে দেখে পৰীক্ষা পাচ কৰি যাবৰ জোখাৰে নম্বৰ পালেই তেওঁলোকৰ ছাত্ৰবোৰ তৰি যায়। কাৰণ আফ্টাৰ অল, সংস্কৃত, পাৰ্চিয়ান পঢ়ি কি লাভ হ'ব পিচত? সোতৰ ওঠৰ বছৰ ধৰি দুয়োজনে স্কুলত শিক্ষকতা কৰিছে, আজিও ভাড়াঘৰতে এজাক এজাক ল'ৰা-ছোৱালী লৈ সংসাৰ চলাই আছে। এজনৰো এটা ল'ৰায়ো মেট্ৰিক পাচ কৰিব নোৱাৰিলে। মিউজিয়ামৰ দুস্প্ৰাপ্য সংগ্ৰহৰ দৰে দুয়ো আছে। একেলগে আছে। নতুন পৰিবৰ্তিত সময়ৰ বিৰুদ্ধে অভিযোগ লৈ দুয়ো আছে।

স্কুলৰ ল'ৰাবোৰৰ মুখবোৰ দেখিলে মনোৱাৰৰ মনলৈ এজাক মৰা মাছৰ ছবি আহে। নিস্তেজ প্ৰাণ-প্ৰাচুৰ্যহীন, বয়সতকৈ আগতে বয়স পোৱা এজাক ল'ৰা। একোতে উৎসাহ নাই! নিয়মীতভাবে দহ বজাত স্কুললৈ আহিছে, আবেলি স্কুলৰ পৰা গৈ ঘৰত সোমাইছে। কেইটামান পাঠ আওৰাইছে ভাটৌৰ দৰে। সৰহভাগে তাকো কৰিবলৈ উৎসাহ পোৱা নাই। খেলাধূলাৰ কোনো বিভাগতে স্কুলখনৰ একো কৃতিত্ব নাই। টুৰ্ণামেণ্টলৈ যাব লাগে গৈছে। এন চি চি কেম্পলৈ যাব লাগে গৈছে। স্কাউট জাম্বোৰীত যোগদান কৰিব লাগে কৰিছে। কৃতিত্বৰ কোনো স্বাক্ষৰ কতো নাই। ক্লাচ

টেনৰ সৰ্বমুঠ বিৰাশীটা ল'ৰাৰ ভিতৰত যদি পঞ্চাশটাক মেট্ৰিক পৰীক্ষা দিবলৈ পঠিওৱা হৈছে তেন্তে তাৰ ভিতৰত পোন্ধৰটা পাছ্ কৰিছে, দুটা চেকেণ্ড ডিভিজনত, বাকী তেৰটা থাৰ্ড ডিভিজনত। ছাত্ৰৰ একতা সভা এখন আছে, সেইখনৰ কোনো উল্লেখযোগ্য ক্ৰিয়া-কলাপ নাই।

মনোৱাৰে ভাবি দেখিলে, এনেয়ে অভিযোগ কৰি থকাতকৈ এই স্থিতাবস্থা ভাঙিবৰ বাবে চেষ্টা কৰা বেয়া নহব। সি ক্ৰিকেট দল এটা গঠন কৰিবলৈ চেষ্টা কৰিলে প্ৰথমে। ক্লাচ নাইনৰ উৎসাহী ল'ৰা কেইটামানক মাতি আনি ক'লে, কি লৰাহে তোমালোক, ক্ৰিকেট টীম এটা আজিলৈকে ফৰ্ম কৰিব পৰা নাই। ল'ৰা কেইটাই মূৰ খজুৱাই খজুৱাই ক'লে, নাই চাৰ, আমি কি কৰিম? গঁগে চাৰক কিমান দিনৰ পৰা ক্ৰিকেটৰ ছেট এটা কিনিবলৈ ক'লো. তেখেতে হেডচাৰক ক'বলৈ ক'লে। মনোৱাৰে, অঁ পিচে হেডমাষ্টৰক নক'লা কিয়? ল'ৰা এটাই ক'লে, এপ্লিকেশ্যন এখন দিছিলো চাৰ। হেডমাষ্টৰে পইচা নাই বুলি ক'লে আমাক মাতি নি। মনোৱাৰে ক'লে, থিক আছে গঁগেৰ হতুৱাই ফৰোৱাৰ্ড কৰাই লৈ আৰু এখন দৰ্খাস্ত দিয়া তোমালোকে। ময়ো হেডমাষ্টৰক লগ ধৰি কম। সি ক'লে। শৰ্মাই তাৰ কথাবোৰ যিটো ভঙ্গীৰে শুনিলে তাৰ পৰা মনোৱাৰৰ অনুমান হ'ল মানুহজনে তাৰ এই উৎসাহ প্ৰয়োজনতকৈ অধিক বুলি ভাবিছে। সেই ধৰণৰ একো কথা নকৈ তেখেতে মাত্ৰ ক'লে, গে'মচ অণ্ড্ স্পোৰ্টচৰ বাবে আমাৰ স্কুলৰ ফাণ্ডত টকা তেনেই কম। থিক আছে বাৰু মই পঞ্চাশ টকা এটা কিব উপায় কৰি উলিয়াই দিম। মনোৱাৰে বুজাবলৈ চেষ্টা কৰিলে যে পঞ্চাশ টকাৰে এখন নিকৃষ্ট মানৰ বেটো কিনিবলৈ বৰ্তমান বজাৰত পোৱা যায় নে নেযায় সন্দেহ। হেডমাষ্টৰে ক'লে চেটটো কিনিবলৈ মই ইমানবোৰ টকা ক'ত পাম? আৰু সঁচা কথা ক'বলৈ হ'লে মনোৱাৰ, আমাৰ ল'ৰাই কি ক্ৰিকেট খেলিব সেয়া বুজিছো! এনেয়ে ক্ৰিকেট তাতে ভাৰতবৰ্ষ, তাতে অসম আৰু তাতে মোৰ স্কুলৰ ল'ৰা।

অলপ পইচা জেপৰে ভৰি খেলৰ সামগ্ৰী কিছুমান মনোৱাৰে নিজেই সংগ্ৰহ কৰিলে। একতা সভাৰ তৰফৰ পৰা প্ৰতি শনিবাৰে তৰ্ক সভা পতাৰ ব্যৱস্থা কৰিলে। আগৰ দৰে সেইবোৰ তৰ্ক সভাৰ বিষয় বস্তু গাওঁ ভাল নে নগৰ ভাল নাইবা ধন ডাঙৰ নে বিদ্যা ডাঙৰৰ দৰে নকৰি বেলেগ কৰিলে। ওচৰৰ অন্য স্কুলৰ লগত প্ৰীতি ফুটবল মেচৰ বন্দোবস্ত কৰিলে। ল'ৰাবোৰক আবৃত্তি কৰিবলৈ শিকালে। টানিলৈ ফুৰোৱা মৰাশৰ দৰে লগা ল'ৰাবোৰ হঠাতে যেন সজীৱ হৈ উঠিল। আৰু থিক একে সময়তে মনোৱাৰৰ বিপক্ষে এজাক মানুহ স্কুলৰ ভিতৰতে সক্ৰিয় হৈ উঠিল। বোধকৰো নতুনকৈ আহিয়েই সি ল'ৰাৰ মাজত ইমান সোনকালে প্ৰিয় হৈ উঠা তেওঁলোকে

ভাল নাপালে। কেবাটাও সৰু-সুৰা কথাত কেবাজনো সহকৰ্ম্মীৰ লগত তাৰ খুটখাট লাগিল। খেলা-ধূলা কৰা ল'ৰাকেইটাই শ্ৰেণীত কিবা এটা নোৱাৰিলে খেলাৰ বিষয়ে বক্ৰোক্তি কৰি সিহঁতক ককৰ্থনা কৰিবলৈ ধৰিলে। অন্য এখন স্কুলৰ লগত অনুষ্ঠিত হ'ব লগীয়া ফুটবল মেচ এখনৰ বাবে দুটা পিৰিয়ডৰ আগতে স্কুল ছুটি বিচাৰিবলৈ গৈ এদিন হেডমাষ্টৰৰ লগতো কথা কটাকটি হ'ল। তাৰ মূল কৰ্তব্যৰ প্ৰতি পিঠি দি অদৰকাৰী কথাত লাগি সময় নষ্ট কৰিছে বুলি দোষাৰোপ কৰিবলৈও তেখেতে কুণ্ঠিত বোধ নকৰা দেখি মনোৱাৰে বেজাৰ পালে। দুদিনৰ পিচতে সি স্কুলৰ চাকৰি ইস্তফা দিলে।

সন্ধি নকৰাকৈ চলি থাকিবলৈ স্থিৰ কৰিলে পৃথিবীত বহুত কষ্ট খাব লগীয়া হয়, অজিতে তাক বুজালে। আৰু যুদ্ধ কৰিবৰ হ'লে প্ৰতিপক্ষ হ'ব লাগিব যুদ্ধৰ নীতিৰ প্ৰতি আস্থা থকা মানুহ। সন্মুখ সংগ্ৰামত যুদ্ধ কৰাত আনন্দ আছে। তেনে যুদ্ধত পৰাজয় বৰণ কৰাতো বৰ বেজাৰৰ কাৰণ থাকিব নোৱাৰে। কিন্তু প্ৰতি পদক্ষেপতে ন্যায়-নীতি, অনুশাসন আদিৰ প্ৰতি শ্ৰদ্ধা নথকা প্ৰতিপক্ষবোৰৰ স'তে সৰু সৰু খুচুৰা ৰণত লাগি থাকিলে নিজৰ শক্তিৰ অপচয় হোৱাৰ বাহিৰে লাভ একো নহয়। এইবোৰ যুঁজে তোৰ জীৱনী-শক্তি তিলে তিলে নাইকিয়া কৰি আনিব। মনোৱাৰ তই উশাহ নোপোৱা হবি, অজিতে তাক ক'লে। আৰু তোৰ সামৰ্থ্য আছে, হেডমাষ্টৰৰ লগত সামান্য কথাতে তৰ্কা-তৰ্কি কৰি চাকৰি ৰিজাইন দিবলৈ তই সাহ কৰিব পাৰ। কিন্তু মই তাতোকৈ বেছি গুৰুতৰ কাৰণতো মোৰ চাকৰিটো এৰিব নোৱাৰোঁ। মনোৱাৰে তাৰ কথাত প্ৰতিবাদ কৰি ক'লে, সামান্য কথা নহয় জিতু। ডাঙৰ কথা, সাংঘাতিক কথা। হেডমাষ্টৰে মোৰ সততা আৰু আন্তৰিকতাকো সন্দেহ কৰিবলৈ সাহ কৰিলে। মই ইমান ডাঙৰ অপমান এটা হজম কৰি কোনটো নাক লৈ সেইখন স্কুলত কাম কৰোঁ ক? অজিতে একো নামাতিলে।

অজিতে জানে মনোৱাৰ বেলেগ ধৰণৰ মানুহ যদিও সামৰ্থ আৰু নিৰাপত্তাৰ বেকিং আছে বুলিয়েই সি নিজৰ বিবেকৰ নিৰ্দেশতে কাম কৰি যাবৰ সাহ পাইছে। প্ৰাচুৰ্যই মানুহক সাহসী কৰে, অভাৱৰ হেঁচাত কাপুৰুষ হৈ যায়। নিজৰ ইচ্ছাৰ বিৰুদ্ধে বিবেকৰ দংশন সহ্য কৰিও কিছুমান নকৰিবলগীয়া কম কৰিবলগা হয়। অজিতৰ বাপেক থকা হ'লে শুনি খঙত জ্বলি-পকি উঠিলহেঁতেন। বিয়াল্লিশৰ আন্দোলনত তেখেতে মহকুমাৰ মানুহবোৰৰ ভিতৰতে আটাইতকৈ বেছি দীঘলীয়া সময়ৰ বাবে কাৰাবৰণ কৰিছিল। স্বাধীনতাৰ পিচত নানান কাৰণত তেখেতে ৰাজনীতিৰ স'তে সম্পৰ্ক ছেদ কৰিলে। পিচত স্বাধীনতাৰ বাবে ত্যাগ স্বীকাৰ কৰা আৰু নকৰা সকলোৰে নামত যেতিয়া পাইকাৰী হাৰত বানচ, পেঞ্চন আৰু অন্য সা-সুবিধা

বিতাৰণৰ ৰেৰাজ আৰম্ভ হ'ল তেখেতে স্পষ্ট ভাষাত ঘোষণা কৰিলে, লাগিলে নাখাই মৰিম, তথাপি স্বাধীনতাৰ বাবে কৰা কষ্টখিনি ভঙাই সুবিধা আদায় নকৰোঁ। মেট্ৰিক পাচ কৰিয়েই কোৰ্টৰ চাকৰীটোত যদি অজিত নোসোমালহেঁতেন তেন্তে সিহঁতৰ ঘৰখনৰ মানুহবোৰ নাখাই নমৰিলেও আধাপেটীয়াকৈ থাকি তিলে তিলে মৰিব লাগিলেহেঁতেন। ইতিমধ্যে সিহঁতৰ বাপেক ঢুকাল। তাৰ আগতে বায়েক দুজনীৰ বিয়া হৈ গৈছিল বুলি অজিত কিছু ৰক্ষা পৰিল। সৰু ভায়েকটোৱে স্থানীয় কলেজখনৰ পৰাই যেতিয়া বৰ ভাল ৰিজাল্ট কৰি পাছ কৰিলে আৰু সি বেনাৰসত ইঞ্জিনীয়াৰিং পঢ়িবলৈ যাবলৈ বিচাৰিলে তেতিয়া অজিত বিপাঙত পৰিল। উপায়ন্তৰ হৈ সি জিলা কংগ্ৰেছ কমিটিৰ অফিচত ভৰি দিলে। তাৰ বাবে তাৰ আজিও অনুশোচনাৰ অন্ত নাই। সি নিজৰ মনক প্ৰবোধ দিয়ে, সুবিধাবোৰ সঁচাই-মিছাই সকলোৱে আদায় কৰি লৈছে যেতিয়া মইনো গপতে নোলোৱাকৈ থাকি কষ্ট খাই মৰোঁ কিয়?

অজিতহঁতৰ ঘৰখনে মনোৱাৰক তেওঁলোকৰ মাজৰ এজন বুলি ভাবিলেও মনোৱাৰৰ ঘৰত তাৰ বাহিৰে আন কোনেও বোধকৰো থিক একদৰে ভাবিব নোৱাৰে। চাবিহাই হয়তো ভাবিছিল। মনোৱাৰ মাকেতো পুতেকৰ খাম-খিয়ালি বহুলাংশে অজিতৰ বন্ধুত্বৰ প্ৰভাৱৰ পৰাই জন্ম পোৱা বুলি বিশ্বাস কৰে। ককায়েকহঁতৰ ধাৰণাও বেলেগ নহয়। ঘৰত নাইবা বাহিৰত দেখা পালে কি খবৰ জীতু ভালে আছা বুলি কৈ কোনোমতে তাৰ পৰা উত্তৰটো শুনিয়েই তেওঁলোকে ভদ্ৰতাৰ পৰকাষ্ঠা কৰা হৈ গ'ল বুলি ভাবে। মনোৱাৰৰ কোঠালৈ তাৰ মাক কাচিৎহে আহে। অজিতক দেখিলে জীতু ভাল? তোমাৰ মা কেনে আছে? বুলি কৈয়েই প্ৰয়োজনৰ কথালৈ ফালৰি কাটে। প্ৰথম প্ৰথম অজিতে হয়তো এইবোৰ কথাত বেয়া পাইছিল। পিচলৈ কাণ নকৰা হ'ল। অজিতৰ ঘৰলৈ গৈ মনোৱাৰে এখন বেলেগ দুনীয়াৰ গোন্ধ পায়। সিহঁতৰ সৰু চহৰখনত ধৰ্মীয় বিৰোধৰ চিন স্পষ্ট নহয় যদিও, প্ৰাচীন ঐতিহ্য আৰু আভিজাত্যৰ হেঁচাত বহুতো কথা ঢাক খাই থকিলেও বিভিন্ন সম্প্ৰদায়ৰ মাজত লাজ লগাকৈয়ে গোঁড়ামী চলি আছে। নিজ সম্প্ৰদদায়ৰ বাহিৰে আন মানুহক আপ্যায়ন কৰিবৰ বাবে পৃথক পিৰিচ পিয়লা চহৰখনৰ কেবাজনো জননেতাৰ ঘৰত থকাৰ কথা মনোৱাৰে ভালকৈ জানে। কিহৰ বাবেনো ফাতেহা-এ-দোৱাজ্ দহম মুছলমান বিলাকৰ মানত ইমান পবিত্ৰ দিন সেই কথাৰ প্ৰয়োজন কাষৰে অন্য সম্প্ৰদায়ৰ মানুহজনে অনুভব নকৰে। বিজয়া দশমীৰ দিনানো হিন্দুবিলাকে কিহৰ বাবে ইমান ধুম্-ধুপালৈকে প্ৰতিমা বিসৰ্জন দিবলৈ ওলায় জানিবলৈ মুছলমানখিনিৰো আগ্ৰহ নাই। ধৰ্মৰ প্ৰতি নিৰ্লিপ্ততাৰ বাবে এনে হোৱা বুলি মনোৱাৰে আনন্দ পালেহেঁতেন। কিন্তু নহয়, ধৰ্মীয় গোঁড়ামীৰ বাবেহে এইবোৰ হৈছে।

বহুতো ঠাইত বহুতো অন্তৰঙ্গ মহলত ফুৰাচকা কৰি তাৰ ধাৰণা হৈছে মানুহৰ

মাজত বিশ্বাস টুটি আহিছে, সন্দেহ বাঢ়িছে। দুজন মানুহ নিচেই কাষতে আছে, তথাপি তেওঁলোকৰ মাজত সাত সাগৰ তেৰ নদীৰ ব্যৱধান। প্ৰত্যেকজন মানুহেই একো একোটা মাজুলী হৈ গৈছে, কোনো ধৰণৰ ব্যৱস্থা নথকা মাজুলী। আচলতে যোগাযোগ স্থাপন কৰিবলৈ মানুহবোৰে সাহ নকৰে। নগৰখনৰ আটাইবোৰ মানুহৰ মন ভুৱা ঐতিহ্য, আভিজাত্য আদিৰ এলাণ্ডুৰে মলিন। উৰ্বলি যোৱা কিছুমান মূল্যবোধ, কিছুমান বিশ্বাস খামোচ মাৰি ধৰি তেওঁলোকে পিচলৈ মুখ কৰি কৰি বহি আছে। যুগ যুগ ধৰি নানা সম্প্ৰদায় একলগে বাস কৰি আহিছে, একে ভাষা কৈছে, একে শিক্ষা পাইছে। তথাপি ইটো সম্প্ৰদায়ৰ মানুহৰ স'তে সিটো সম্প্ৰদায়ৰ মানুহৰ কোনো ধৰণৰ বাস্তৱ আৰু দৃঢ় যোগাযোগৰ সেঁতু আজিকোপতি গঢ়ি উঠা নাই। নবীন সকলেও এই বিষয়ে চকু কাণ দিবলৈ সময় হৈছে বুলি ভাবিব পৰা নাই।

অজিতৰ ভনীয়েক প্ৰণতি জাঁজীৰ ইঞ্জিনীয়াৰ প্ৰফুল্ল খাউণ্ডৰ লগত বিয়া হৈ গ'ল। মনোৱাৰে প্ৰণতিক নিচেই কেচুৱাৰে পৰাই দেখিছে। তাক মনোকা বুলি আগ্ৰহেৰে মাতিছে তাই। সিও এল্‌জেব্ৰাৰ ফাৰ্ষ্ট ফমৰ্উলাৰ পৰা আৰম্ভ কৰি হেপী ইন্‌ছেপিবিলিটিলৈকে তাইক বুজাই দিছে। আৰু এদিন প্ৰণতিৰ পৰোক্ষ প্ৰেম-নিবেদনত সি হতচকিত হৈ গৈছে। বিশেষ ভূমিকা নকৰাকৈ সি পিচদিনাই প্ৰণতিক বুজাই দিছে তাইক সি নিজৰ ভনীয়েকৰ দৰে ভাবি থাকিব, কাৰণ তাৰ ভনীয়েক নাই। প্ৰণতিৰ চকুপানীয়ে সেইদিনা তাৰ মনৰ ওপৰত একো প্ৰতিক্ৰিয়াৰে সৃষ্টি কৰিব নোৱাৰিলে। পিচত কিন্তু সি ভাবি চাইছে, কোনটো সাহত সি ঘপকৈ সেইদিনা সেই সৰু ছোৱালীজনীৰ আগত তোমাক নিজৰ ভনীৰ দৰে ভাবো বুলি ক'ব পাৰিলে? আৰু কথাষাৰ জানো সঁচা? প্ৰণতিৰ আগতে কোনো ছোৱালীকে সি ইমান কাষৰ পৰা পোৱা নাই। তাৰ চকুৰ আগতে ডাঙৰ হোৱা বুলিয়েই, তাইৰ ককায়েক তাৰ বন্ধু বুলিয়েই প্ৰণতিৰ প্ৰতি কাহানিও কোনো ধৰণৰ দুৰ্বলতাই তাৰ মনত ঠাই পোৱা নাছিল বুলি জানো এতিয়াও বুকুত হাত দি ক'ব পাৰিব? নে অজিতৰ প্ৰেমৰ পৰিণতি দেখিয়েই মাহৰ মাৰ দেৰি তিলে বেত মেলাৰ দৰে সি তাৰ মনৰ কামনাক টেটুত চেপা মাৰি সচৰিত্ৰবান দাদাৰ ভূমিকাত অৱতীৰ্ণ হৈছিল?

অসুবিধা হয়। সৰু চহৰ, সৰু কথা-বতৰা। ইয়াৰ পৰা সংবাদপত্ৰৰ নিজস্ব সংবাদদাতাই বাতৰি বিচাৰি হাবাথুৰি খাব লাগে। চৰকাৰী বিষয়াসকলে তেওঁলোকৰ ওপৰত দয়া-পৰবশ হৈ যদি কিবা নাতি-বহিৰ্ভূত কাম কৰে তেহে তেওঁলোকে বাতৰি দিবলৈ সমৰ্থ হয়। আমনি লগাকৈ বৈচিত্ৰহীন জীৱন। তাৰ মাজতে কেতিয়াবা পুখুৰীত সৰু ল'ৰাই দলিয়ালে পানীত উঠা বুৰ্বৰনিৰ দৰে সৰু ঘটনা একোটাই চহৰৰ পৰিবেশৰ শান্তি ব্যহত কৰিবলৈ চেষ্টা কৰে, নোৱাৰে। নিজৰ সম্প্ৰদায়ৰ বাহিৰত

বিয়া-বাৰু কৰা মনোৱাৰহঁতৰ চহৰখনত এতিয়াও এটা চাঞ্চল্যৰ ঘটনা। অজিতহঁত তাতে কনৌজৰ পৰা অহা বনেদি ব্ৰাহ্মণৰ পৰিয়ালৰ। সেই পৰিয়ালৰ ল'ৰা হৈ সি পূৰ্ণেশ্বৰ গগৈ মাষ্টৰৰ জীয়েক সুভদ্ৰাক বিয়া কৰিব খুজিলে মানুহে সেইটো কেলেঙ্কাৰী বুলি নকব কিয়? প্ৰয়োজনৰ সময়ত যিবোৰ আপোন মানুহে সিহঁতৰ ফালে ঘূৰি চাবলৈও অবসৰ বিচাৰি পোৱা নাছিল সেইবোৰ মানুহেই ঘটনাটোৰ বতৰা পাই উধাতু খাই আহি এনে এটা কেলেঙ্কাৰী কৰাৰ পৰা বিৰত থাকিবলৈ তাক বুজালেহি। নিৰ্জীৱ এই চহৰখনৰ মৃতপ্ৰায় পৰিবেশ চাই চাই মনোৱাৰৰ মূৰ গৰম হৈ গৈছিল। পূৰ্বেই স্থিৰ কৰি থোৱা ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি, নিজৰ বিয়া নিজৰ ইচ্ছাতে পাতি অজিতে চহৰখনক প্ৰয়োজনীয় জোকাৰণি এটা দিব পাৰিব বুলি বিশ্বাস কৰিছিল। সুভদ্ৰাক অজিতে বিয়া কৰিব বুলিয়েই সি ভাবিছিল। এদিন নিশা দহমান বজাত মনোৱাৰক ঘৰৰ পৰা মাতি নি পুখুৰীৰ পাৰত বহি অজিতে ক'লে, সি নোৱাৰে। ঘৰখনৰ কথা ভাবিয়েই সি সুভদ্ৰাক বিয়া কৰিব নোৱাৰে। খং আৰু বেজাৰত মনোৱাৰৰ কিবা লাগি গৈছিল। অজিতক মুখেৰে সি ভীৰু, প্ৰতাৰক আদি বিশেষণেৰে ভূষিত কৰিলেও তাৰ প্ৰতি অনুকম্পাৰে হৃদয় আৰ্দ্ৰ হৈ উঠিছিল।

১৯৪৬ চনৰ ১৬ আগষ্টৰ কথা মনোৱাৰৰ ৰিণিকি ৰিণিকিহে মনত আছে। সিহঁতৰ বাপেকৰ ৰাজনীতিৰ স'তে প্ৰত্যক্ষ কোনো সম্পৰ্ক নাথাকিলেও তেখেত আছিল ব্যৱসায়-বুদ্ধিসম্পন্ন লোক। তেখেতে জানিছিল যে যি সময়ত তেখেতৰ সম্প্ৰদায়ৰ সৰহভাগ লোকৰ আনুগত্য এটি বিশেষ সাম্প্ৰদায়িক দলৰ সপক্ষে সেই সময়ত শালৰ মাজৰ শিঙিটোৰ দৰে ফালৰি কাটি জাতীয়তাবাদীৰ মোহৰ গাত মাৰি লোৱাটো জ্ঞানীৰ কাম নহয়। সেই বাবে তেখেতে প্ৰত্যক্ষ ভাবে নহ'লেও পৰোক্ষভাবে মুছলিম লীগৰ সমৰ্থক আছিল। অন্য দহজন অপাপবিদ্ধ মুছলমানৰ দৰে পাকিস্থান হলেই মুছলমান সকলৰ বাবে বেহেস্তত পাব পৰা সকলোবোৰ সুখ আৰু আৰাম আছমানৰ পৰা পৰিব বুলি তেখেতে সৰলমনে বিশ্বাস কৰি লোৱা নাছিল। তথাপি জাতীয়তাবাদী হৈ কংগ্ৰেছৰ কাম কৰি শাসকদলৰ বিৰাগভাজন হোৱাতকৈ বিশেষ ত্যাগ স্বীকাৰ নকৰাকৈয়ে যদি এখন স্বাধীন মুছলিম ৰাষ্ট্ৰৰ বাসিন্দা হব পাৰি তেন্তে বিশেষ লোকচান নাই বুলি ভবিয়েই তেখেতে মুছলিম লীগক সমৰ্থন কৰিছিল। সাপো মৰক লাঠিও নাভাগক—এই নীতিৰ ওপৰত মনোৱাৰৰ বাপেকৰ পূৰ্ণ সমৰ্থন আছিল। মনোৱাৰৰ আটায়েক আছিল বৃটিছ ৰাজৰ পৰা খানবাহাদুৰ খিতাপ পোৱা লোক।

বাপেকৰ সমৰ্থনত আৰু দদায়েকৰ উৎসাহত মনোৱাৰ আৰু তাৰ লগৰ

অনেক স্কুলীয়া ল'ৰাই মূৰত সেউজীয়া টুপী পিন্ধি একেলগে সুৰ মিলাই চিঞৰিছিল— আপ্ আপ্ গ্ৰীণ ফ্লেগ, ডাউন ডাউন ইউনিয়ন জেক। সেইজীয়া পতাকাৰ অৰ্থ কিঞ্চিৎ বুজি পালেও ইউনিয়ন জেকৰ অৰ্থ তেতিয়া মনোৱাৰৰ মনত স্পষ্ট নাছিল। কিয় সিহঁতে সেইদৰে জাক পাতি মহাপয়োভৰেৰে সমদলত যোগ দি টৌটুফালি মৰিছে তাৰ কোনো স্পষ্ট ধাৰণা নথকাকৈয়ে মনোৱাৰহঁতে সেইদিনা নগৰৰ মুখ্য পথবোৰেদি মিছিল বাহিৰ কৰিছিল। মনোৱাৰে ভাল পাইছিল। সদায় স্কুল আৰু ঘৰত মনে মনে থাকি তাৰ আমনি লাগিছিল। ঘৰত বাতৰি-কাকতত সি পঢ়িছিল কংগ্ৰেছী নামধাৰী এজাক মানুহে ক'ৰবাত ৰেলৰ লাইন ওফৰাইছে, ক'ৰবাত স্কুলঘৰ জ্বলাই দিছে। সিহঁতক বুজোৱা হৈছিল এইবোৰ বেয়া মানুহৰ কাম, ভয়ঙ্কৰ মানুহৰ কাম। এইবোৰ মানুহৰ পৰা নিৰাপদ দূৰত্বত থাকিবলৈ সততে সিহঁতক নিৰ্দ্দেশ দিয়া হৈছিল। আনহে নেলাগে অজিতৰ বাপেক কংগ্ৰেছী হেতুকে তাৰ লগত ফুৰা-চকা কৰাটো মনোৱাৰৰ মাক-বাপেকে বৰ ভাল চকুৰে চোৱা নাছিল। সেইবাবে কংগ্ৰেছী মানুহবোৰ মনোৱাৰৰ মনত অপৰাধী অপৰাধী হৈ ৰৈছিল। সিহঁতৰ স্কুলৰে শিক্ষক ৰফিকুল হুছেইন চাৰক কেৱল ৰজাঘৰেই নহয় চহৰখনৰ প্ৰায়বোৰ মুছলমান মানুহে এজন ভয়ঙ্কৰ অপৰাধী লোকৰ দৰে ব্যৱহাৰ কৰিছিল। তেখেতৰ মাকৰ দফনৰ সময়ত মানুহ বিচাৰি হুছেইন চাৰৰ ভায়েকে বলিয়াৰ দৰে ঘুৰ্মুটিয়াই ফুৰিব লগীয়া হৈছিল। পুৰণি মছজিদৰ বুঢ়া ইমাম চাহেব নথকা হ'লে সিদিনা হুচেইন চাৰৰ মাকৰ দফন কৰা মুস্কিলেই আছিল।

কংগ্ৰেছী মানুহবোৰৰ প্ৰতি মনোৱাৰৰ অপাৰ কৌতুহল আছিল। ডিটেক্‌টিভ উপন্যাস পঢ়াৰ ফলস্বৰূপেই হবলা কংগ্ৰেছীসকলৰ অতিৰঞ্জিত চাঞ্চল্যকৰ কাৰ্যবোৰে তাৰ মন বৰকৈ আকৃষ্ট কৰিছিল। সিহঁতৰ ঘৰৰ আগেদিয়েই থানাৰ পৰা ক'ৰ্টলৈ লৈ যোৱা কংগ্ৰেছী কৰ্মীবোৰলৈ সি ঈৰ্ষাৰ দৃষ্টিৰে চাইছিল। সি কৰিবলৈ নোপোৱা এড্‌ভেঞ্চাৰ কৰাৰ সৌভাগ্যৰ বাবে ঈৰ্ষা। সেইবাবে ১৬ আগষ্টৰ দিনা সমদলত ভাগ লবলৈ পাই সি গলা খুলি চিঞৰিছিল—ইন্‌কিলাব জিন্দাবাদ!

বিপ্লৱ দীঘলীয়া হওক। কিহৰ বিপ্লৱ? কাৰ বাবে বিপ্লৱ? সেই দিনা এইবোৰ প্ৰশ্ন কৰাৰ বয়স মনোৱাৰৰ নাছিল। এতিয়া সি প্ৰায়ে ভাবে সেয়া বিপ্লৱ আছিল নে বিপ্লৱৰ হেঙাৰ? যি সময়ত ভাৰত ইতিহাসত নতুন অধ্যায়ৰ সূচনা আপামৰ জনসাধাৰণে একেটা মন্ত্ৰৰে একেটা উদ্দেশ্যৰে একেলগে থিয় হোৱাৰ সুযোগ ওলাইছিল সেই সময়ত এজাক অৰ্দ্ধ-শিক্ষিত, অসংস্কৃত আৰু স্বাৰ্থান্ধ লোকে ক্ষুদ্ৰ স্বাৰ্থৰ খাতিৰত বৃহত্তৰ স্বাৰ্থক বলি দি কাললৈ খিয়াতি ৰাখি থৈ গ'ল। তাৰ দদায়েক বাপেকৰ দৰে মানুহবোৰৰনো বাৰু কি ৰাজনৈতিক জ্ঞান থাকিব পাৰে? গোটেই জীৱন অৰ্থ সংগ্ৰহৰ

বাবেই যি কটাই দিলে, শাসকদলৰ পদ লেহনক যি পৱিত্ৰ কৰ্ম বুলি ভাবে সেইবোৰ মানুহে নেতৃত্ব দিয়া আন্দোলন জানো আন্দোলন? এওঁলোক টেঙৰ মানুহ। কান্ধুলী মাছৰ দৰে লুটিবাগৰ মৰাত তেখেতসকল উস্তাদ। সেইবাবে ১৯৪৭ চনৰ পিচত মাত্ৰ সাময়িকভাবে নিৰব থাকি তৰা দদায়েকে পুনৰ সক্ৰিয় ৰাজনীতিত লাগি গ'ল। এতিয়াতো তেখেত এজন লেখত ল'বলগীয়া কংগ্ৰেছী নেতা। তেখেতৰ হিচাব ঠিকে ঠিকে মিলিলে অহা নিৰ্ব্বাচনত মুছলমানপ্ৰধান অঞ্চল এটাৰ পৰা বিধান সভাৰ বাবে টিকট পাই যাব পাৰে।

মনোৱাৰৰ দদায়েকহঁতৰ দৰে মানুহবোৰ টেঙৰ মানুহ। জোলৰ লগত গৈ পুনৰ পাচলিৰ লগতে আহিবলৈ তেওঁলোকে দ্বিধা বোধ নকৰে। গতিকে তেওঁলোকে পৰমানন্দে স্বাধীনতাৰ ফলসমূহ ভোগ কৰি আছে। মনোৱাৰহঁত তেতিয়া কমবয়সীয়া ল'ৰা, গতিকে মুছলিম লীগৰ আন্দোলনৰ প্ৰভাৱ সিহঁতৰ মনত সমূলি নৰ'ল। কিন্তু তাৰ দদায়েকহঁতৰ দৰে নেতাবোৰৰ নেতৃত্বত যিবোৰ মানুহে মুছলমান সকলৰ বাবে এখন পৃথক ৰাষ্ট্ৰৰ বাবে আন্দোলন কৰিছিল, সৰল মনে বিশ্বাস কৰিছিল যে পাকিস্তান সৃষ্টিৰ লগে লগে মুছলমানসকলে আকাঙ্ক্ষিত বেহেস্ত্ পৃথিৱীত পাব সেইসকল মানুহৰ মোহ ভঙ্গৰ বেদনাৰ খবৰ কোনেও নললে। স্বাধীনতা লাভৰ পিচতেই এইবোৰ মানুহৰ অন্তৰত যি আশঙ্কাৰ ভাব সোমাইছিল তাক দূৰ কৰিবৰ বাবে কোনেও কোনো ধৰণৰ চেষ্টা নকৰিলে। সেইবোৰ মানুহ জাতীয় জীৱনৰ সকলোবোৰ সোঁতৰ পৰা নিলগত বৈ গ'ল। পাকিস্তানৰ সপোন দেখি তেওঁলোকে যি ভুল কৰিছিল নতুন অসাম্প্ৰদায়িক ভাৰত গঢ়াৰ বাবে আগবাঢ়ি আহি সেই ভুলৰ প্ৰায়শ্চিত্ব কৰিবৰ বাবে তেওঁলোকলৈ ক'ৰো পৰা আহ্বান নাহিল। ফলত দেশৰ বৃহত্তৰ জীৱন-সোঁতৰ পৰা তেওঁলোক দূৰৈত থাকিল। নিজে আগবাঢ়ি নতুন ভাৰত গঢ়াৰ কামত হাত মিলাবৰ বাবে তেওঁলোকে ইচ্ছা থাকিলেও দ্বিধা বোধ কৰিলে। চোৰৰ মুখত ৰামনামৰ দৰে ভাৰত গঢ়াৰ বাবে তেওঁলোকৰ উৎসাহক ভুৱা ভাবে বুলি তেওঁলোকে দ্বিধা বোধ কৰিলে। ৰাজনীতি তেওঁলোকৰ বাবে ভয়ৰ বস্তু, নিষিদ্ধ বস্তু হ'ল। আৰু সেইবাবে তেওঁলোকে সদায়েই সন্দেহৰ পাত্ৰ হ'বলৈ সুবিধা দিলে।

মনোৱাৰে বৰ দুখ পায় যেতিয়া হনুমানে বুকু ফালি ৰাম-সীতাৰ ছবি দেখুওৱাৰ দৰে বেলেগ বেলেগ সময়ত বেলেগ বেলেগ ধৰণৰ তাৰ সম্প্ৰদায়ৰ মানুহবোৰক দেশৰ প্ৰতি আনুগত্য থকাৰ প্ৰমাণ হাজিৰ কৰিবলৈ আহ্বান জনোৱা হয়। এইসকল মানুহে পাহৰি যায় যে জয়চন্দ্ৰ, মিৰ্জাফৰ কোনোবা বিশেষ সম্প্ৰদায়ৰ একচেটীয়া সম্পত্তি নহয়। ব্যক্তিগত স্বাৰ্থ আৰু ঘৃণনীয় লোভৰ তাড়নাত এটা শ্ৰেণীৰ মানুহে সদায়ে জয়চন্দ্ৰ, মিৰ্জাফৰৰ ভাৱত অৱতীৰ্ণ হৈ আহিছে। দেশদ্ৰোহিতা কোনো

সম্প্ৰদায়ৰে পেটেন্ট্ ট্ৰেড্মাৰ্ক নহয়। কিন্তু সেই কথা বাৰে বাৰে বহুতে পাহৰি যায়। তাৰ প্ৰমাণ মনোৱাৰে বহুবোৰ পাইছে। সিহঁতৰ ঘৰত কণী বেচিবলৈ অনা বুঢ়া মানুহজনৰ কথা সি চেষ্টা কৰিও পাহৰিব পৰা নাই। কেবাটাও টাপলি মৰা ছাতি, গাঢ় নীলা ৰঙৰ লুঙী আৰু ফটা পাঞ্জাবী এটা পিন্ধি মানুহটোৱে কণী বেচেহি, অঞ্চলটোৰ প্ৰায়বোৰ মানুহে কিনে। মন গ'লে মনোৱাৰে মানুহটোৰ লগত চুপতি মাৰে, গাৱঁৰ খা-খবৰ সোধে, বুঢ়াৰ কাৰবাৰ কেনে চলিছে—সোধে। এদিনৰ কথা। মনোৱাৰ তাৰ ঘৰৰ বাৰান্দাতে বহি কাগজ পঢ়ি আছে। হঠাৎ কেবাটাও ল'ৰাই হুলস্থূল কৰি চাইকেল চলাই আলিয়েদি পাৰ হৈ গ'ল। মনোৱাৰে কাগজৰ পৰা মূৰ তুলি চালে। দেখিলে কণী বেচা বুঢ়াই কান্ধৰ ভাৰখনেৰে যিমানে পাৰে সিমান বেগেৰে ল'ৰাকেইটাৰ পাচ লৈছে। কি হৈছে চাবলৈ মনোৱাৰ বাৰান্দাৰ পৰা নামি গ'ল। অলপ পিচতে অন্য দুটা ল'ৰাই চাইকেলেৰে আহি হঠাতে বুঢ়াৰ কান্ধত থকা এড়ী চাদৰখন টান মাৰি লৈ জোৰেৰে চাইকেল চলাই গুচি গ'ল। বুঢ়াই 'হে-হে বোপাই কিয় তেনেখন কৰিছ' বুলি কাবৌ কৰি কৰি সিহঁতৰ পিচ ললে। খন্তেক পিচতে আগতে যোৱা ল'ৰাকেইটা উভতি আহি 'এই বুঢ়া তোৰ টুপী লাগে নেকি' বুলি সাউতকৰে পাৰ হৈ গ'ল। ৰ'ব নোৱাৰি মনোৱাৰে সেইদিনা ল'ৰাকেইটাক কৈ বুঢ়াৰ এড়ী চাদৰখন আৰু টুপীটো ফিৰাই দিয়াইছিল। বুঢ়াৰ মুখলৈ সেইদিনা সি চাব নোৱাৰিছিল।

এখন বিদেশী ৰাষ্ট্ৰৰ পৰৰাষ্ট্ৰলোভী শাসকবোৰে আমাৰ দেশ আক্ৰমণ কৰিছে। তাৰ বাবে গাৱঁৰ সাধাৰণ সৰল কণী-বেপাৰীটোৱে নিজৰে দেশৰে মানুহৰ হাতত লাঞ্ছনা ভুগিব লাগে কিয়? আৰু এইটো এটাই ঘটনা নহয়। সেই ল'ৰাকেইটাক দুষ্ট, কাণ্ডজ্ঞানহীন বুলি বাৰু ঘটনাটোক বাৰু উলাই কৰি দিব পাৰি। কিন্তু মনোৱাৰৰ সহকৰ্ম্মী অধ্যাপক আব্দুল ৰছিদক সিবাৰ পূজাৰ বন্ধত লামডিং ৰেল-ষ্টেচনত চৰম অপমান কৰা মানুহবোৰক জানো সেইকেইটা উদণ্ড ল'ৰাৰ দৰে দায়িত্বজ্ঞানহীন বুলিব পাৰি? এটা সময়ত এটা হুজুগৰ তাড়নাত এজাক মানুহে এটা ডাঙৰ ভুল কাম কৰিছিল। অতীজৰে পৰা একলগে সুখে-দুখে কাম কৰা এটা জাতিক, এখন দেশক কৃত্ৰিম উপায়ে ভাগ কৰি এটা সাংঘাতিক ভুল কাম কৰিছিল। কিন্তু মুষ্টিমেয় কেইটামান মানুহৰ ভুলৰ প্ৰায়শ্চিত্ত এজাক মানুহে, এটা সম্প্ৰদায়ে কিয় কৰিব লাগে? আৰু এইটো ভুলৰ বাবে জানো কেৱল মনোৱৰৰ সম্প্ৰদায়ৰ মানুহেই দায়ী? আৰু তাতকৈ মাৰাত্মক ভুল জানো অন্য মানুহে কৰা নাই? এইবোৰৰ পৰা লোকচানৰ সলনি জানো লাভ হৈছে। এজাক মানুহে নিজকে মূল-হীন, বিচ্ছিন্ন বুলি ভাবিবৰ অবকাশ পাইছে। আৰু সেইবাবে দেশ গঠনৰ কামত জাতিটোৱে একগোট হৈ কাম কৰিব

পৰা নাই।

কিবা এটা কৰিব লাগিব। এইবোৰ মানুহে স্বাধীনতাৰ লাভৰ বাবে সংগ্ৰাম কৰাৰ সৌভাগ্যৰ পৰা বঞ্চিত হ'ল। এওঁলোকক এতিয়া স্বাধীনতা বজাই ৰখাৰ বাবে কৰিবলগীয়া সংগ্ৰামত অংশ গ্ৰহণ কৰিবলৈ সুযোগ দিয়া দৰকাৰ হৈছে। হিংসা, অসূয়া, অবিশ্বাস আদিৰ সোৱাদ আমি বহুত ল'লো, মনোৱাৰে ভাবিলে। এইবাৰ প্ৰেমৰ, বিশ্বসৰ জুতি লোৱাৰ সময় হৈছে। সাম্প্ৰদায়িক অনৈক্য আজি হাইজাৰ বীজাণুৰ দৰে দেশখনত ভৰি পৰিছে। কেৱল মুছলমান হিন্দুৰ বিৰোধৰ মাজতে এতিয়া ই সীমাবদ্ধ হৈ থকা নাই। ব্যক্তিগত বিশ্বাসৰ ভেটিয়েই য'ত সোলোক-ঢোলোক হৈ গৈছে, তাত সাম্প্ৰদায়িক ঐক্য বাঢ়িব পাৰে কেনেকৈ? মানুহৰ প্ৰতি বিশ্বাস ঘূৰাই আনিব লাগিব। বৃহত্তৰ স্বাৰ্থৰ বেদীত ক্ষুদ্ৰ স্বাৰ্থক বলি দিয়াৰ নতুন বস্তু এটা আৰম্ভ কৰিবৰ হ'ল। আমাৰ সকেলাৰে জীৱন কঁপাই যোৱা বিস্ফোৰণ এটাৰ বৰ প্ৰয়োজন হৈছে, মনোৱাৰে ভাবিলে।

বৰষুণজাক বেছি ডাঙৰকৈ আহোঁতে মনোৱাৰে সাৰ পালে। গাৰুৰ তলতে থকা টৰ্চটো জ্বলাই সি মেজৰ ঘড়ীটোত সময় চালে। দুই বাজি তেইশ মিনিট গৈছে। শিল-বৰষুণ দিছিল। টঙৰ্-টঙৰকৈ টিনৰ পৰা শব্দ ওলাইছিল। টৰ্চটো মাৰি কাণৰ কাষতে গুণ্‌গুণাই থকা মহটোৰ গতি-বিধি লক্ষ্য কৰিলে। তেজ খোৱাত আপত্তি নাই যদিহে এনে ধৰণৰ বিৰক্তিকৰ শব্দ কাণৰ কাষত নাথাকে। মহটো আঠুৱাৰ নিৰাপদ ঠাই এটুকুৰালৈ পলাল। মনোৱাৰে টৰ্চৰ পোহৰটো বিছনাৰ সিকাষে শুই থকা জেৰিনাৰ মুখত পেলালে, দুয়োখন হাত দুফালে মেলি মুখখন মাজে মাজে টপালি টপালি বাপেক আৰু মাকৰ মাজত শুই থকা জোনৰ মুখত পেলালে। অলপ সময় বৈ সি টৰ্চটো নুমুৱাই আকৌ আগৰ ঠাইত থৈ দিলে। কিন্তু পোহৰ নাইকিয়া হ'লেই মনলৈ ভাৱ-চিন্তা নহাকৈ নেথাকে। সেইবাবে সি তাৰ চকুলৈ টোপনি আনিবৰ বাবে খোদাক মনে মনে খাটিলে। হঠাতে এদিন এটা অনুৰোধ লৈ খোদাৰ আগত উপস্থিত হ'লে তেখেতে সেই অনুৰোধ ৰক্ষা নকৰিলে বেয়া পাবৰ কোনো কাৰণ নাই। মনোৱাৰৰ বহুত ৰাতিলৈকে টোপনি নাহিল। পুৱা উঠোঁতে তাৰ পলম হৈ গ'ল।

মোৰ ঘৰ, মোৰ পত্নী, মোৰ কন্যা আৰু মোৰ সংসাৰ। হওক ভাৰা ঘৰ, হওক নিচেই সৰু সংসাৰ, হওক ৰুগ্না পত্নী, হওক স্বাস্থ্যহীনা কন্যা। মনোৱাৰে ভাবিছিল সিটো বৰ বেছি আশা কৰা নাছিল। যিমান আশা কৰিছিল তাতোকৈ বহুত বেছি সি পাইছে। জেৰিনাৰ স'তে তাৰ শেহলৈকে বিয়া হ'ব, এনে আশা তাৰ পৰম শুভাকাঙ্ক্ষী

আশাবাদী বন্ধুবৰেও ভাবিব পৰা নাছিল। আনকি অজিতেও তাক বুজাইছিল, মনো, মিছামিছি খুৰীদেউহঁতৰ মনত দুখ দি কি লাভ হ'ব ক? তাতোকৈ এইবোৰ বাদ দে। জেৰিনাইতো তোক স্বাধীনতা দি দিছে আনক বিয়া কৰাৰ। গতিকে খুৰীদেউহঁতে বাচি দিয়া ছোৱালীজনীকে বিয়া কৰ। তয়ো সুখী হ'বি, ঘৰৰ আটায়ে ভাল পাব। মনোৱাৰে জেৰিনাকে বিয়া কৰিলে। মফচলৰ এই সৰু চহৰখনৰ নতুন কলেজখনৰ চাকৰিটো পাই ইয়ালৈ গুচি আহিল। ইতিমধ্যে তাৰ মাক ঢুকাল। গতিকে মনোৱাৰে গ্ৰাহ্য কৰিবলগীয়া কোনো বাধাকে নেদেখি ককায়েকহঁতক উপেক্ষা কৰি জেৰিনাক বিয়া কৰিলে। এইখন সংসাৰ কৰিলে। জোনৰ জন্ম হ'ল। সুখৰ আটাইবোৰ উপকৰণ সি হাতেৰে ঢুকি পোৱাতে পালে।

মনোৱাৰে প্ৰায়ে ভাবে, নিজকে অসুখী বুলি ভাবি সি বাৰু এটা মৰ্বিদ আনন্দ পায় নেকি? সি এখন অভাৱ হীন, দুখ-হীন সংসাৰৰ মানুহ বাবে তাৰ অবচেতন মনত সদায় দুখৰ প্ৰতি, অভাৱৰ প্ৰতি দুৰ্বাৰ আকৰ্ষণ আছিল নে? আৰু এইবোৰৰ কোনো এটাও যদি নহয় তেন্তে নিজে পাতি লোৱা সংসাৰখনৰ জেওঁবোৰত লাগি থকাৰ বাবে সি বিৰক্ত হৈছে কিয়? সিদিনা সিহঁতৰ কমনৰুমত তাৰ এই বিৰক্ত বিৰক্ত, বিধ্বস্ত বিধ্বস্ত চেহেৰা সহকৰ্মী সকলৰ আলোচনাৰ বিষয়বস্তু হৈছিল। ইতিহাসৰ বয়সস্থ অধ্যাপক গোস্বামীয়ে তাক কৈছিল, আলি, ডেকা মানুহ হৈ এনে বেজাৰ কৰি থাকে কিয়হে? বজাৰত সৰু মাছ ওলাইছে, টাটকা চাই অলপ কিনি লৈ যাব, শ্ৰীমতিক কব ভালকৈ টেঙা দি ৰান্ধিব। উগাৰ মৰাকৈ খাই পৰীক্ষাৰ বহী চাই শুই থাকিব। এতিয়াই যদি এই বিধ্বস্ত 'পালভেঙে যে নাবিক হাৰায়াছে দিশা' অবস্থা হয় তেন্তে আমাৰ দৰে বয়সত কি কৰিব? টিউশ্যনীকে চম্ভালিব নে মূৰৰ ক্ৰমবিলুপ্ত চুলিবোৰেকে চম্ভালিব নে সংসাৰ চম্ভালিব?

সঁচাকৈয়ে গোস্বামীহঁতৰ বয়সত মোৰ বাৰু কি অবস্থা হ'ব, মনোৱাৰে কেতিয়াবা ভাবে। নিজে বিচাৰি লোৱা, নিজে সাজি লোৱা এই সৰু সংসাৰখনৰ সমস্যাবোৰেই মোক ব্যতিব্যস্ত কৰিছে, সংসাৰৰ আউল যেতিয়া বাঢ়িব, মোৰ যেতিয়া আৰু বয়স হ'ব, তেতিয়া কি কৰিম? জেৰিনাক লৈ যেতিয়া সেই কলেজৰ কাষৰ সৰু ঘৰখনত সোমাইছিলহি সেইদিনা তাৰ নিজকে বহুত যুদ্ধ কৰি বন্দিনী ৰাজকন্যাক উদ্ধাৰ কৰা ৰাজকোঁৱৰৰ দৰে লাগিছিল। তাৰ লগত আগৰে পৰা থকা ৰছিদ নামৰ অকণমান ভাত-ৰান্ধনী ল'ৰাটো লৈ জেৰিনাই যেতিয়া পাক ঘৰটো চিজিল কৰিবলৈ লাগি গৈছিল, মাজে মাজে তাৰ কাষলৈ আহি যেতিয়া আপুনি এই লেতেৰা ডেক্‌টোতে ৰন্ধা ভাত খাই আছিল বুলি তাক মৃদু ভৎৰ্সনা কৰিছিল, কেতিয়াবা ঘামিজামি ভিতৰৰ পৰা বাওঁহাতৰে পিঠিখনৰ চুলিবোৰ থিক কৰা চেষ্টা কৰি উস্ ইম্মান

লেতেৰা কৰি থৈছে গোটেইখন বুলি ধপ্‌কৈ চকীখনতে বহি পৰিছিল তেতিয়া মনোৱাৰৰ মনলৈ এই বিশ্বাস ঘুৰি আহিছিল যে হেজাৰ অভাৱ সত্বেও তাৰ এই সৰু সংসাৰখন শান্তিৰ নীৰ হৈ ৰ'ব। সেইদিনা ৰাতি সিহঁতে ভাতৰ লগত বিশেষ একো খোৱা নাছিল। কাম বনবোৰ কৰি অতাওঁতে দহমান বাজিছিল। সেইবাবে জেৰিনাই দুটা কণীৰে অমলেট কৰি ডাইলৰ লগত খাবলৈ দিছিল। সেই ঘৰটোত ইলেক্‌ট্ৰিচিটি নাছিল। কোঠালিৰ সৰু লেম্পটো নুমুৱাই জেৰিনাক কাষত লৈ শুই মনোৱাৰে বহু ৰাতিলৈকে কথা পাতিছিল। তাইক হঁহুৱাবৰ বাবে সি কৈছিল, আজি মোৰ মনত কেনেকুৱা লাগিছে জানা? মেট্ৰিক পাচ কৰাৰ খবৰ অহা টেলিগ্ৰামখন যেন মই হাতত লৈ আছো এনে লাগিছে। কপট অভিমান কৰি জেৰিনাই কৈছিল অ' তাৰ মানে মই এতিয়া এখন টেলিগ্ৰাম হ'লো। তাইক দুহাতেৰে সাবটি ধৰি বহুত চুমাৰে ব্যতিব্যস্ত কৰি মনোৱাৰে কৈছিল মেট্ৰিক পাচ কৰা সেই টেলিগ্ৰামখন মই আনবোৰ ল'ৰাৰ দৰে সকলোকে দেখুৱাবলৈ ব্যস্ত হৈ পৰা নাছিলো। কিন্তু আজি সকলো মানুহকে মোৰ ক'বৰ মন গৈছে, চাওক ৰাইজ! এই ভদ্ৰ মহিলা মোৰ অৰ্দ্ধাঙ্গিনী, এখেতৰ ওপৰত সবস্বত্ব মোৰ দ্বাৰা সযতনে সংৰক্ষিত।

তেনেকুৱা লঘু মুহূৰ্ত মনোৱাৰ জেৰিনাৰ যুগ্ম জীৱনলৈ সঘনাই নহা হ'ল। দুশ পঁয়ত্ৰিশ টকাৰে সংসাৰ চলোৱা প্ৰায় দূৰূহ কাম। আৰু সি এখন কলেজৰ অধ্যাপক! পঁয়ষষ্ঠী টকাৰ সৰু ঘৰটোত সি পৰিবাৰক লৈ থকাটো শোভনীয় নহয়, তাৰ সহকৰ্মীসকলে ক'লে। সি তাৰ অসুবিধাৰ কথা কোৱাত গোস্বামীয়ে দুটা টিউশ্যন যোগাৰ কৰি দিলে। সেইবোৰ ভেম গুলি মাৰক আলি। ল'ৰা কেইটা আপোনাৰ ঘৰলৈ যাব এঘণ্টা ডেৰঘণ্টা সময় চাই দিব, হান্দ্ৰেড এণ্ড টুৱেণ্টী ৰূপীজ পাব, কি বেয়া কওক? কি বেয়া সি ক'ব নোৱাৰিলে। আৰু সেই বাবে বছৰ ঘূৰাৰ লগে লগে তাৰ ঘৰত পঢ়িবলৈ অহা ল'ৰাৰ সংখ্যাবাঢ়ি ছটা হ'ল। পুৱা দুটা, গধূলী চাৰিটা। প্ৰথমে বৰ কষ্ট কৰি অতি আন্তৰিকতাৰে সি পঢ়াইছিল। মূৰৰ কামোৰণি বাঢ়িল, ল'ৰাৰ জ্ঞান নাবাঢ়িল। গোস্বামীয়ে পৰামৰ্শ দিলে, চুলি কেইডাল সৰা নাই বাবে ফুটনি হৈছে নেকি? এনেকৈ কষ্ট কৰি আপুনি গাধা পিটি ঘোঁৰা বনাব পাৰিব বুলি ভাবিছে নেকি? এইবোৰ বাদ দিয়ক। নোটচ বনাওক ভালকৈ। বছৰি বছৰি কামত আহিব। যোৰহাটৰ পাব্লিচাৰ এজনৰ লগত মোৰ ভাল আছে, মান্তি হ'লে কিতাপ হিচাপে পাবলিছ কৰি দিব। মোৰ মানত হ'লে ভাই পইচাটোহে মেইন কথা।

লাহে লাহে মনোৱাৰে দেখিলে পইচা সঁচাকৈয়ে মুখ্য কথা। বাকীবোৰ আপোনা-আপুনি গৌণ হৈ যায়। সিবাৰ জোন জন্ম হ'বৰ সময়ত তাৰ আঢ়ৈশ টকাৰ প্ৰয়োজন হৈছিল। প্ৰিন্সিপেলক দুশ টকা এডভান্স বিচাৰোতে তেখেতে ক'লে,

গভৰ্ণিংবডীৰ চেংশ্যন নহ'লে মই এডভাঞ্চ দিয়াত অসুবিধা আছে। গভৰ্ণিং বডীৰ চেংশ্যনৰ বাবে জোনৰ আগমন স্থগিত ৰাখিব নোৱাৰি। মনোৱাৰে পুনৰ গোস্বামীৰ শৰণাপন্ন হ'ব লগীয়া হৈছিল। জোন আহিল। জেৰিনাৰ স্বাস্থ্য ভাগিল। জোনেও ইটো-সিটো অসুখত ভুগী থাকিবলৈ ধৰিলে। ৰছিদক দৰমহাৰ টকা বিশটা দিবলৈও ভাবিব লগা হ'ল।

জেৰিনাই মোক মানসিক সাহচৰ্য্য দিব পৰা নাই নেকি, মনোৱাৰে কেতিয়াবা নিজৰ মনটোকে সুধি চায়। কলেজত এজাক ব'ৰিং সহকৰ্মী, বিকৃত প্ৰিন্সিপেলৰ লগত কাম কৰি আৰু ভেৰাৰ পালৰ দৰে নিৰ্বোধ ছাত্ৰ-ছাত্ৰী এসোপাৰ সন্মুখত বক্তৃতা দি সি যেতিয়া অতীষ্ঠ হৈ ঘৰলৈ সোৱা তেতিয়া জেৰিনাই তাক গাই শুনায়—জোনৰ ফেৰেক্স শেষ হ'ল, ৰছিদে ডেকাৰ দোকানত অথনি চাউল নাপালে, গাখীৰ দিয়া ল'ৰাটোক ধমকি দিব লাগে। কাৰণ, গাখীৰ আজিও ফাটিছে, মনোৱাৰে এতিয়া ফিকা চাহ খাব লাগিব। আগতে যেনেতেন, জোন ওপজাৰ পিচৰে পৰা জেৰিনাৰ মনলৈ এইবোৰ চিন্তাৰ বাহিৰে অন্য কথা নহা হ'ল দেখোন। তাক এইবোৰ কথাই অসুখী কৰিছে নেকি? বিবাহিত জীৱনৰ বিষয়ে কোনো ধৰণৰ অবাস্তৱ ৰোমান্তিক কল্পনা তাৰ মনত নাছিল দেখোন। অজিত আৰু তাৰ ঢেৰ বন্ধু-বান্ধবৰ বৈবাহিকজীৱনৰ নমুনা সি বহুত দিনৰে পৰা দেখিছে। তাক সিহঁতে বহুবাৰ শুনাইছে সংসাৰ চলোৱাৰ বিনিময়ত সিহঁতে দিবলগীয়া হোৱা মূল্যৰ কাহিনী। তাৰ মোহভঙ্গ হ'বৰ কোনো কাৰণ সেই বাবে থাকিব নালাগে। তেনেহ'লে জেৰিনাৰ দোষ ক'ত? জেৰিনাই যদি কিবা ভুল কৰিছে, সি শুধৰাই দিলেই হ'ল। সি দেখোন বিয়াৰ আগতে মনতে থিক কৰি লৈছিল, জেৰিনাক সি তাৰ সহকৰ্মীৰ মৰ্যাদা দিব। সিহঁতে ইটোলে সিটোৰ সুখ আৰু দুখ পাৰ্যমানে ভগাই ল'ব। ভাগ বটোৱাৰ সেই কল্পনা সি জানো পাহৰি যোৱা নাই। জেৰিনাক দোষ দিয়া তাৰ উচিত জানো হ'ব।

ব্ৰাচদালত টুথ্-পেষ্ট অকনমান লৈ আয়নাখনত মুখখন এবাৰ চাওঁ নেচাওঁকৈ চাই লৈ মনোৱাৰে পিচফালৰ বাৰান্দাত থিয় হ'ল। জেৰিনাই বাথৰুমৰ পৰা জোনক ধুৱাই আনি বাৰান্দাতে থিয় কৰাই টাৱেলেখনেৰে তাইৰ গাটো মচিবলৈ ধৰিলে। এইজনীৰ পেটটো আকৌ বেয়া হ'ল। পায়খানাবোৰ ইমান গোন্ধাইছে। জেৰিনাই তাক উদ্দেশ্য কৰি ক'লে যদিও মনোৱাৰে নুশুনাৰ ভাও ধৰি থাকিল। সি লাহে লাহে দাঁত কেইটা মাজিব আৰম্ভ কৰি দিলে। বাৰান্দাৰ তাঁৰডালত মেলি দিয়া তাৰ পায়জামাটো এনেয়ে চুই চালে। জেৰিনাই ক'লে, ক'ত শুকাব? ৰাতি যিজাক বৰষুণ গ'ল। আজি সেইটোৱে জুই জ্বলাবই নোৱাৰিলে ফুৱাই ফুৱাই।? কেৰাচিন তেল চেচ্ কৰিলে কিজানি। মনোৱাৰে মুখৰ ভিতৰৰ ফালৰ পৰা দাঁত মজাৰ চেষ্টা কৰি

জেৰিনাৰ আলোচনাত যোগ নিদিয়াকৈ থাকিল। জোনক লৈ জেৰিনা ভিতৰ সোমাই গ'ল।

সংসাৰখনক যে কেতিয়াবা তাৰ বন্ধন যেন লাগে সেয়া কিজানি বেয়া কথা। কিন্তু সেই বুলি এই শ্বাসৰুদ্ধকাৰী পৰিবেশক ঘৃণা কৰি সি একো ভুল কৰা নাই। মনোবাৰেতো এনে এটা দিনৰ কথা কল্পনা কৰা নাছিল যিদিনা কেবল নিজৰ ঘৰখনৰ নিজৰ সংসাৰখনৰ সৰু সৰু অভাববোৰ দূৰ কৰাৰ চেষ্টাটোই সি তাৰ গোটেই শক্তি, গোটেইবোৰ কল্পনা বাকি দিবলগীয়া হ'ব। সি ভাবিছিল তাৰ সামান্য শক্তিৰে সি সামান্য ভাবে হ'লেও আনৰ উপকাৰত আহিব। নতুন এটা যুগৰ আগমনৰ পথ সুচল কৰিবৰ বাবে তাৰ সহযোগিতা আগ বঢ়াব কিন্তু তাৰ সেইবোৰ সংকল্প ক'ত গ'ল? পাঁচ কিলো চাউলৰ বাবে, তাৰ অকনমান ছোৱালীজনীৰ এটিন বেবী ফুডৰ বাবে, এশটা টকাৰ বাবে সি আজি পদে পদে সন্ধি কৰিব লগীয়া হৈছে। দুৰ্নীতিৰ স'তে, ভণ্ডামীৰ স'তে, অসতৰ স'তে সন্ধি। সেই দিনাখন ৰাতি সি সপোন দেখিছিল হঠাতে তাৰ ভৰিৰ তলৰ পৰা মাটি নাইকীয়া হৈ গৈছে, সি কাষত যিহকে পায় তাতে খামুচি ধৰি ৰ'বৰ চেষ্টা কৰিছে। একো অবলম্বন পোৱা নাই, কোঁকোঁৱাই সি কৰবাৰ অতল তলিলৈ গৈ আছে। সপোনটো সঁচা হ'ব নেকি বাৰু? ৰছিদে আনি দিয়া বদনাটোৰ পৰা পানী লৈ মনোবাৰে মুখখন ধোৱাত লাগি গ'ল। সেই দিনাখন দেখা সপোনটোৰ আমেজ তাৰ মগজুৰ মাজত ৰৈ গ'ল। বদনাৰ পানীৰে ধুই তাক গুচাব নোৱাৰি।

# [এক]

আজি-কালি যে সৰু ল'ৰা-ছোৱালীক ইমান গুৰুত্ব দিয়া হয় আমাৰ দিনত তেনে প্ৰথাৰ প্ৰচলন নাছিল। চাৰিটাতকৈ কম সন্তানৰ মাতৃক মহিলা সমাজত হেয়জ্ঞান কৰা হৈছিল। বিয়া-বাৰু আৰু আন সামাজিক অনুষ্ঠান বা এনেয়ে ইঘৰ-সিঘৰলৈ ফুৰিবৰ সময়ত পোৱালি থকা মাইকী কুকুৰৰ দৰে এজাক ল'ৰা-ছোৱালীৰে বেষ্টিত হৈ সামাজিক দায়িত্ব পালন কৰা মাতৃ সকলৰ কথা ভাবিলে মোৰ আজিও মনটো সেমেকি উঠে। গৰমৰ বন্ধত নাইবা বছৰেকীয়া পৰীক্ষা শেষ হোৱাৰ পিচত নাইবা কিবা সামাজিক সকামত পয়ত্ৰিছ মাইল নিলগতে থকা মামাহঁতৰ ঘৰলৈ যোৱা আৰু তাৰপৰা উভতি অহাৰদৰে এটি অতি সামান্য ঘটনাত তেতিয়া আছিল সঁচাসঁচিকৈয়ে ৰোমাঞ্চকৰ, ঘটনাবহুল আৰু উল্লেখনীয়। আমাৰ ঘৰতে থকা ৰাঙলী বাই আৰু পুৰণিপটিৰ লালমাই জেঠাইৰ সহায়ত মাৰ পিঠা উৎপাদন প্ৰক্ৰিয়া মোৰ বাবে আছিল অতি[illegible]য় উপাদেয় অভিজ্ঞতা। তেওঁৰ বৃকোদৰ প্ৰকৃতিৰ দুৰ্বৃত্তসম সন্তানসকলৰ আক্ৰমণৰপৰা ৰন্ধনশালত উৎপাদিত সামগ্ৰীসমূহ ৰক্ষা কৰাৰ অভিপ্ৰায়ে মাতৃদেবীয়ে মাতৃগৃহ অভিমুখে যাত্ৰা কৰাৰ আগৰ নিশা আমি নিদ্ৰা যোৱাৰ পিচতহে তেওঁৰ ৰন্ধন প্ৰক্ৰিয়া আৰম্ভ কৰিছিল। আমাতকৈ সৰুকেইটাই অনিচ্ছা সত্বেও টোপনি গৈছিল, মই সাৰে থাকিছিলোঁ। উপযুক্ত সময়ত বিচনাৰ পৰা নামি ৰন্ধনশালত উপস্থিত হৈ মাতৃ-হৃদয় জয় কৰি তেওঁৰ প্ৰস্তুত সামগ্ৰীৰ স্বাদ গ্ৰহণৰ সুবিধা লৈছিলো। মাতুলালয়ৰ পিনে মাতৃৰ সৈতে আমাৰ যাত্ৰা আছিল যথাৰ্থতে বাহুল্য, ৰাজকীয় আৰু উপভোগ্য। মাতৃৰ পিঠা-প্ৰস্তুত প্ৰক্ৰিয়া সেই বাহুল্যতাৰ এক অংশ মাত্ৰ।

যাত্ৰাৰম্ভৰ প্ৰথম পৰ্বত আমাক অৰ্থাৎ ল'ৰা-ছোৱালী বিলাকক সাজু কৰাৰ প্ৰয়াস মা আৰু ৰাঙলী বাইৰ বাবে কিমান শ্ৰম-সাধ্য আছিল তাক এতিয়াহে অনুমান কৰিব পাৰিছোঁ। সাতোটাকৈ অঘাইতং ল'ৰা-ছোৱালীক ভদ্ৰ সমাজত আগবঢ়াই দিব পৰাকৈ সজাই-পৰাই উলিওৱা মুঠেই সহজ কাম নহয়। তাৰ পিচত সকলো মিলি ঘোঁৰাবাগীত উঠি ষ্টেচন অভিমুখে কৰা যাত্ৰাৰ অভিজ্ঞতা মই জীৱনত পাহৰিব নোৱাৰোঁ। পৰিয়ালৰ বাকীবোৰ বাগীৰ ভিতৰত ঠেলা-হেঁচাকৈ বহি লোৱাৰ পিচত মতি বাগীৱালাই তেওঁৰ চালকৰ আসনত মোক কাষতে বহুৱাই লৈছিল। তেওঁৰ হাতৰ চাবুকদাল মোৰ

হাতত দিয়াৰ সন্মানো কেতিয়াবা মই লভিছিলো। দীঘল আৰু মিহি চামৰাৰ একোছা ৰচি মুঠা কৰি তৈয়াৰ কৰা সেই চাবুকডালৰ স্পৰ্শৰ অনুভূতি মোৰ হাতত যেন এতিয়াও লাগি আছে। বাগীৰ পাচফালে বাহিৰত যাত্ৰীৰ সেৱক বহিবৰ বাবে থকা কাঠৰ আসনত বাটৰ কাষৰ উতনুৱা ল'ৰা-ছোৱালীয়ে জপিয়াই উঠিছিল আৰু সিহঁতৰ উৎপাত মতিৰ বাবে অসহনীয় হলে তেওঁ চাবুকডালেৰে সিহঁতক নিৰস্ত কৰিবলৈ চেষ্টা কৰিছিল। সেই সময়ত ৰেলৰ অহা-যোৱাও আছিল অনিশ্চিত। ৰেলৰ আগমনৰ বাবে বহুত সময় ষ্টেচনতে কটাবলগীয়া হোৱাটো মা-দেউতাৰ বাবে বিৰক্তিকৰ হলেও আমাৰ বাবে আছিল বৰ আনন্দদায়ক। বিভিন্ন ফেৰীৱালাৰ খাদ্য-সামগ্ৰীৰ পোহাৰৰ আকৰ্ষণ আমাৰ বাবে আছিল অপ্ৰতিৰোধ্য। অন্য সময়ত বাহিৰৰ খোৱা বস্তুৰ প্ৰতি থকা আমাৰ প্ৰলোভনক অতিশয় নিষ্ঠুৰতাৰে নিয়ন্ত্ৰণ কৰা দেউতাও সেই সময়ত হৈ পৰিছিল সহৃদয় প্ৰশ্ৰয়কাৰী। সাধাৰণ অপাংক্তেয় মুৰিও বিহাৰী ফেৰীৱালাৰ হাতত মিঠাতেল, গুৰি জলকীয়া, অজ্ঞাত মচলা, কুশলতা আৰু আমাৰ আগ্ৰহৰ সংমিশ্ৰণত এক উপাদেয় মুখৰোচক বস্তুত পৰিণত হয় তাক আজিৰ এই উন্মাসিক সময়ত বুজাব নোৱাৰি। দেউতাই হুইলাৰৰ দোকানত ইংৰাজী ৰহস্য উপন্যাসৰ পাত লুটিয়াবৰ সময়ত মই ষ্টেচনৰ প্লেটফৰ্মত আঁৰি থোৱা এনামেলৰ ডাঙৰ ডাঙৰ বিজ্ঞাপন পোষ্টাৰবোৰ পঢ়িবলৈ চেষ্টা কৰিছিলো। মেলেৰিয়াত ভুগি পেটটো ঢোল যেন হোৱা দণ্ডিৰামক সদাশিৱই কৈলাসৰ পৰা নামি অহা বৰ স্বৰূপে প্ৰদান কৰা কুইনাইন বড়িৰ সেই বিখ্যাত পোষ্টাৰখনে মোক আকৰ্ষিত কৰিছিল। বিভিন্ন ধৰ্মাৱলম্বী চাৰিজন মানুহে পৰম তৃপ্তিৰে খাই থকা চাহৰ গুণাগুণ বৰ্ণাই লিখা সেই পদ্যফাঁকি— 'নাথাকে যিহত মুঠে মাদকতা দোষ, চাহ খালে পায় কিন্তু মনত সন্তোষ' মই জানো পাহৰিম। উৎকৃষ্ট চাহপানী তৈয়াৰ কৰাৰ প্ৰণালী ঘৰলৈ মাক আহি বৰ্ণাওঁতে তেওঁৰ পৰা শুনা ভেকাহি আজিও কাণত বাজি আছে।

দুই-আঢ়ৈ ঘণ্টাৰ সেই ৰেল-ভ্ৰমণক ভ্ৰমণ আখ্যা দিয়া সমীচীন নহলেও আমাৰ বাবে সি আছিল সঁচাকৈয়ে ৰোমাঞ্চকৰ। শিমলুগুৰি জংশ্যনত ইখন ৰেলৰ বাবে বাট চাবলগীয়া সময়খিনি আমি বৰ উপভোগ কৰিছিলোঁ। প্লেটফৰ্মত ৰৈ থাকোতে জীৱনত কাহানিও লগ নোপোৱা কিছুমান মানুহক প্ৰথমবাৰৰ বাবে লগ পাইছিলো। আন এনে কিছুমান মানুহকো লগ পাইছিলোঁ যিসকলক পিচৰ জীৱনত আৰু কাহানিও লগ পোৱা নাই। আজি নানা কাৰণত মানুহৰ প্ৰতি মোৰ কৌতুহল আৰু আগ্ৰহ ক্ৰমশঃ কমি আহিছে যেন অনুভৱ কৰিছোঁ। নতুন মানুহৰ লগত চিনাকি হোৱাৰ আগ্ৰহৰ কথা বাদেই আগৰ পৰিচিত, ঘনিষ্ঠ আৰু আত্মীয়মানুহৰ প্ৰতিও মোৰ আকৰ্ষণ কমি আহিছে। কিন্তু সেই সময়ত মানুহৰ বিষয়ে জানিবলৈ মোৰ

আগ্ৰহ আছিল দুৰ্বাৰ। সেয়ে প্লেটফৰ্মত মা আৰু দেউতাৰ লগত যেতিয়া মোৰ অপৰিচিত মানুহবোৰে কথা পাতিছিল তেতিয়া তেওঁলোকৰ কথা শুনিবলৈ কাষ চাপি গৈ কেতিয়াবা পাইছিলো প্ৰশ্ৰয় আৰু কেতিয়াবা ধমক। এযোৰ চিৰিৰপৰা অন্যযোৰলৈ যাবলৈ সুবিধা কৰি দিয়া শ্বাণ্টিং প্ৰক্ৰিয়া মোৰ বাবে বৰ কৌতূহল উদ্দীপক আছিল। বিভিন্ন ৰঙৰ ইউনিফৰ্ম পৰিহিত বাংলা আৰু হিন্দীভাষী পইণ্টমেনৰ কাষে কাষে গৈ সেইবোৰ প্ৰক্ৰিয়া আগ্ৰহেৰে লক্ষ্য কৰিছিলো। আমি যাবলগীয়া ৰেলৰ আগমনৰ ঘণ্টা-ধ্বনি আৰু ৰেলখন আহি প্লেটফৰ্ম পোৱাৰ ঘোষণাস্বৰূপ উকিয়ে মোৰ মনত কি এক ৰোমাঞ্চকৰ সৃষ্টি কৰিছিল, তাকনো বাৰু মই কেনেকৈ বুজাম? দ্বিতীয় শ্ৰেণীৰ ডবাৰ কোমল আসনত বহি তৃপ্তিৰ যি হাঁহি মোৰ মুখত লাগিছিল তাৰ বেশ বহু সময়লৈকে ৰৈ গৈছিল। খিৰিকীৰ কাষত বহা লৈ সৰুকেইটাৰ লগত হোৱা যুদ্ধত জয়ী হৈ ছাট-ছটিকৈ পাচলৈ গতি কৰা প্ৰাকৃতিক দৃশ্যাৱলীৰ বেকপ্ৰজেক্সন মোৰ মানস-পটত এতিয়াও ভুমুকিয়ায়।

গন্তব্য ষ্টেচনৰপৰা মামাহঁতৰ ঘৰলৈ প্ৰায় সাত মাইল। ডাঙৰ মামাই গাৰোৱান দুখীক দেউতাৰ চিঠি পাই গৰু গাড়ীখনেৰে ৰেল অহাৰ বহুতো আগেয়েই পোৱাকৈ পঠিয়াই দিয়ে। ষ্টেচনৰ বাহিৰৰ বটজোপাৰ তলতে গাড়ীখনৰপৰা গৰুহাল আঁতৰাই বান্ধি গাড়ীতে ঘৰৰপৰা অনা খেৰ খাবলৈ দি দুখীয়া প্লেটফৰ্মত বিড়ি টানি টানি আমাৰ ৰেলৰ অপেক্ষাত বহি থাকে। এসময়ত ৰেল আহে। দেউতাই প্ৰথমতে ৰেলৰপৰা নামি বস্তু-বেহানিবোৰ আৰু আমিবোৰক গণ্টি কৰি কৰি ৰেলৰ পৰা নমায়। দেউতাক দেখি দুখীয়ে খৰধৰকৈ আহি চালাম জনায়! দেউতাই দুখীৰ পিঠিত থপৰিয়াই হাঁহি সকলোৰে কুশল বতৰা লয়, দুখীৰ সাম্প্ৰতিক সন্তানটি কোন নম্বৰৰ সুধি তাক বিব্ৰত কৰে, গধুলি গৰম পানীটোপা নিয়মিত চলাই আছে নে নাই জানিবলৈ বিচাৰে। দুখীৰ মণিপুৰী বলধে টনা চৈ দিয়া গাড়ীত উঠি মহা আড়ম্বৰেৰে আমাৰ মাতুল-গৃহ যাত্ৰাৰ অন্তিম পৰ্ব আৰম্ভ হয়। ষ্টেচন এৰি অলপ দূৰ অহাৰ পিচতে সাঁজ লাগে। গাড়ী মটৰৰ গমনাগমত বন্ধ হোৱা প্ৰায় নিৰ্জন আলিবাটৰ ওপৰত দুখীৰ গাড়ীৰ চকাৰ ঘৰ্ষণৰ শব্দ, আলিৰ কাষৰ প্ৰকাণ্ড প্ৰকাণ্ড গছবোৰৰপৰা বিবিধ চৰাইৰ কাকলি আৰু পোকৰ মাতে পৰিবেশক এক অজাগতিক ৰহণ সানি দিয়ে। এন্ধাৰ হোৱাৰ লগে লগে আমাৰ সৰুকেইটাৰ মাত কমি আহে, দুই-এটাই জুলুকিয়াবলৈ ধৰে। সেই সময়তে দেউতাৰ হেঁচুকনিত দুখীয়ে তাৰ নিজস্ব সুৰ আৰু ভঙ্গিমাত উৰীয়া ভজন আৰম্ভ কৰে। ভজনৰ কথাবোৰ আজি মনত নাই। মাত্ৰ দুটামান শব্দ 'প্ৰভু হে বংশীধাৰী' আৰু তাৰ সুৰৰ কঁপনি অন্তৰৰ কৰবাত এতিয়াও ৰৈ গৈছে যেন লাগে। দুখীৰ সঙ্গীত শেষ হলে দেউতাই অন্য কথা উলিয়ায়। মাজে

মাজে তেখেতৰ ছয় বেটেৰী লগা টৰ্চটোৰে গাড়ীৰ আগৰ বহুদূৰলৈকে পোহৰ পেলাই চায়, দুই-এবাৰ পাচলৈকো চায়। আমি অনুভৱ কৰোঁ—আমাৰ কাকো জানিবলৈ নিদিলেও দেউতা সন্ত্ৰস্ট হৈছে। দুই-তিনিখন চাহ বাগিচাৰ মাজেৰে যোৱা পথছোৱাত বাঘ থাকে বুলি মাই কোৱা মনত আছে। কথাষাৰ মনত পৰি কব নোৱাৰাকৈয়ে মই মাৰ হাতত আশ্ৰয়ৰ খোপনি বিচাৰোঁ। মামাহঁতৰ ঘৰ পোৱাৰ আগে আগেহে মই সাৰ পাই উঠোঁ।

মামাহঁতৰ তাত আমাক থৈ দুদিনমানৰ পিচতে দেউতা ঘৰলৈ ওভতে। দেউতা যোৱাৰ লগে লগে আমি স্বাধীনতা ঘোষণা কৰোঁ। চহৰৰ বন্ধ পৰিবেশৰপৰা মুকলি মামাহঁতৰ তাৰ উন্মুক্ত পৰিবেশত আমিবোৰ হৈ পৰো বন্য, বন্ধাহীন। মামাহঁতৰ বিশাল বাৰীৰ ফল-মূলবোৰ বোধকৰো আমাৰ হাততে ধ্বংশ হবলৈ প্ৰস্তুত হৈ থাকে। পিচৰ জীৱনত অসমৰ বিভিন্ন ঠাইৰ আৰু অসমৰ বাহিৰৰ অনেক ধৰণৰ সুস্বাদু ফলৰ সোৱাদ লোৱাৰ সৌভাগ্য হৈছে। কিন্তু বৰ্ণিত সময়ৰ মামাহঁতৰ বাৰীৰ ফলবোৰৰ সোৱাদ যে মুখত এতিয়াও লাগি আছে। আগলৈকে চাব নোৱাৰা প্ৰকাণ্ড গছজোপাৰ টিলিকী আমবোৰৰ সোৱাদনো কেনেকৈ পাহৰোঁ? পুখুৰীৰ পাৰৰ আমগছজোপাৰ প্ৰকাণ্ড আম চকল চকলকৈ কাটি কলপাতত লৈ নিমখ জলকীয়া সানি খাই বৰশীত মাছ ধৰাৰ বৃথা চেষ্টাৰ কথাও পাঁহৰা নাযায়। বহঁত, বন-পিঠা আদি ফলবোৰ বাৰু আজি কলৈ গ'ল চিলট চাফা কৰিবৰ বাবে বহঁতৰ ফুলবোৰ ভণ্টিহঁতে ঘৰলৈ লৈ আনে, স্কুল খোলাৰ আগেয়ে সেইবোৰ গেলি যায়। খোৱা-বোৱাৰ উপৰিও মামাহঁতৰ তাত আমাৰ বাবে আছিল অনেক আকৰ্ষণ। মামাহঁতৰ পৰিয়ালৰ এজনৰদৰে হৈ যোৱা ধনববা মামাৰ লগত মাছ মাৰিবলৈ যোৱা, সৰু মামাৰ লগত চৰাই চিকাৰ কৰিবলৈ যোৱা, পাঁচ মাইল নিলগৰ সোণাতলি বাগিচাৰ খেল পথাৰত ফুটবল খেলা চাবলৈ যোৱা, বাগিচাৰ সকলো কৰ্মচাৰী আৰু ওচৰৰ অধিবাসী সকলে মিলি অনুষ্ঠিত কৰা পূজাৰ নাটকৰ প্ৰস্তুতিৰ সৈতে জড়িত হোৱাৰ অভিজ্ঞতা—এই সকলোবোৰে মিলি আমাৰ মামাহঁতৰ তাত থকা দিনবোৰ ইমান বৈচিত্ৰময় আৰু ঘটনাবহুল কৰিছিল যে তাৰপৰা ঘৰলৈ উভতি অহাৰ পিচত বহুতদিনলৈকে নিজৰ ঘৰখনৰ লগতে খাপ খুৱাবলৈ অন্ততঃ মোৰ কষ্ট হৈছিল।

সৰু খুৰা আৰু মাজু মামা আৰু সৰু মামাৰ বিয়াত অংশ গ্ৰহণ যিমান মনোৰম আছিল মণি পেহীৰ আৰু তাৰ পিচৰ ঘটনাসমূহ সিমান বেদনাদায়ক আছিল। প্ৰতিখন বিয়াই আৰম্ভণিৰপৰা শেষলৈকে সময় লৈছিল সাত দিনৰপৰা দহদিন। ওচৰৰ আৰু নিলগৰ আত্মীয়স্বজনেৰে ঘৰ ভৰি পৰিছিল। বৰযাত্ৰী হৈ কইনাঘৰলৈ গৈ তাত পোৱা ভি আই পি সাদৰৰ কথা আজি ভাবিলে হাঁহি উঠে। দৰাৰ ডাঙৰ ভতিজা

নাইবা ভাগিন বুলি মই বিশেষ মনোযোগ পাইছিলো। অলপ ডাঙৰ হোৱাৰ পিচত দৰাৰ বন্ধুসকলৰ বাবে আয়োজিত বিশেষ ভোজনত মোকো অংশ গ্ৰহণ কৰিবলৈ দিয়া হৈছিল। সেই বিলাসী দৰা-খানাৰ তালিকাত থকা খাদ্য-সম্ভাৰৰ আকৰ্ষণ প্ৰায় অপ্ৰতিৰোধ্য আছিল যদিও সেই খানাৰ সময় বেছিভাগ সময়তে ইমান অনিয়মিত হয় যে ইচ্ছা থাকিলেও সেই বাহুল্য খাদ্য-সামগ্ৰীৰ সদ্ব্যৱহাৰ অসম্ভৱ হয়। দৰা আৰু তেওঁৰ লগৰীয়াসকলক আছুতীয়াকৈ আপ্যায়ন কৰিবৰ বাবে এদনীয়া হৈ লবলৈ অন্যান্য বৰযাত্ৰীসকলক খুৱাই-বুৱাই আজৰি হৈহে দৰাৰ প্ৰতি দৃষ্টি দিয়া হয়। সেয়ে যিসময়ত দুপৰীয়াৰ ভাতসাঁজ খাব লাগে সেই সময়ত দৰা আৰু তেওঁৰ লগৰ অতি গুৰুত্বপূৰ্ণ ব্যক্তিসকলক পৰিবেশন কৰা হয় চাহনাস্তা! সেয়ে দৰা-খানাৰ মেইন-ক'ৰ্চৰ ওচৰ পাওঁতে সাঁজ লাগে। খোৱা বোৱা হৈ যোৱাৰ পিচতো অনুষ্ঠানৰ বাকী থাকে। কইনাঘৰীয়া মানুহে সকলোতকৈ শেষত খাবলৈ লয়। ইতিমধ্যে দৰাঘৰীয়া মাহিলা আৰু  বয়সস্থসকলক আৰু দৰা আৰু তেওঁৰ লগত খাবলৈ বহাসকলক এপিয়লা চাহ দিয়া হয়। সকলো আজৰি হোৱাৰ পিচত দৰাই তামোল-পাণ দি কইনাৰ সম্বন্ধীয়াসকলক মান ধৰে। থিয়েটাৰ ভাওনাত ৰজাৰ অভিনয় কৰা অভিনেতাই ব্যৱহাৰ কৰা সাজৰ দৰে পোছাকেৰে সজ্জিত দৰাই যেতিয়া উঠি উঠি বয়োবৃদ্ধসকলক তছলিম কৰে তেতিয়া দৰাৰ অৱস্থা পুতৌ লগা হয়।

দৰাঘৰীয়া হৈ আনৰ ঘৰলৈ গৈ পোৱা খাতিৰৰ মূল্য সূতে-মূলে শুজিব লাগে যেতিয়া আমাৰ অৱস্থান সলনি হয়। কইনাঘৰীয়া হোৱাৰ বিড়ম্বনাৰ উপলব্ধি মোৰ বহুত পলমকৈহে হৈছিল। ক্লাছ এইট মানলৈ নুঠালৈকে কোনো ধৰণৰ দায়িত্ব মোৰ কান্ধত পৰা নাছিল। সেই সময়লৈকে ঘৰত পুৱা শুই উঠাৰে পৰা নিশা ভাগৰত টোপনি নোযোৱালৈকে নিৰৱচ্ছিন্ন আনন্দ আৰু স্ফুৰ্ত্তিৰ মাজত বুৰ গৈ থকা। ইটো-সিটো লাগনি-পাচনিৰ কামত খটুৱাব পৰা বয়স হোৱাৰ লৰেগ লগে আমাৰ আনন্দ-স্ফুৰ্তিৰ দিনৰ অন্ত পৰে। ভোজ-ভাত খোৱাৰ আগেয়ে আলহীক হাতমুখ ধুউৱাৰ কামটো বাৰু যেনেতেন, কিন্তু ভোজনৰ অন্তত আলহীক মজিয়াত বহি থকা ঠাইতে চৰিয়া-বদ্‌নাৰে হাত-মুখ ধুৱাই পুণ্য অৰ্জাৰ সমস্ত দায়িত্ব আমাৰ বয়সৰ ল'ৰাবোৰকে দিয়া প্ৰথাৰ বিৰুদ্ধে জনমত সংগ্ৰহ কৰিবলৈ মই সেই বয়সতে চেষ্টা কৰিছিলো। কিন্তু আমাৰ দুৰ্ভাগ্য, প্ৰত্যেক পৰিয়ালতে দপদপাই থকা একো একোজন ডিক্টেটৰৰ ৰঙা চকুৰ সম্মুখত থিয় হ'বলৈ আমাৰ আমাৰ সাহস নাছিল। সেই বয়সত আমাক যিবোৰ কাম কৰিবলৈ দিয়া হৈছিল সেইবোৰত আনন্দতকৈ বিৰক্তি আৰু বিড়ম্বনাৰ অংশ আছিল সৰহ। কিন্তু এতিয়া চিন্তা কৰিলে উপলব্ধি কৰোঁ যে 'ডাঙৰ হোৱাৰ' ক্ষেত্ৰত ইয়াৰ বৰঙণি তেনেই কম নাছিল। টকাৰ ব্যৱহাৰ আৰু শক্তি আৰু তাক

উপাৰ্জন কৰাৰ উপায়ো আমি সেই বয়সত তেনেকৈয়ে শিকিছিলো। মোটামুটি প্ৰাচুৰ্যৰ মাজত ডাঙৰ হৈছিলো, অন্ততঃ অভাৱৰ শীতল বতাহে আমাৰ গা কঁপাব পৰা নাছিল। অন্ততঃ প্ৰয়োজনৰ বিষয়ে কাৰণ দৰ্শাই পতিয়ন নিয়াব পাৰিলে বিচৰা বস্তু নোপোৱাকৈ থকা নাছিলো। কিন্তু কৈশোৰ আৰু যৌৱনত এনে কিছুমান বস্তুৰ প্ৰয়োজন হয় যিবোৰৰ সপক্ষে গুৰুজনক মুখ খুলি কব নোৱাৰি। আৰু সেইবোৰ বস্তুৰ বাবে পইচাৰ প্ৰয়োজন হয়। পইচাৰ বাবে সদায় ডাঙৰ সকলৰ ওচৰত হাত পাতিব লাগিছিল। জন্মদিনৰ উৎসৱৰ প্ৰচলন আমাৰ দিনত নাছিল বুলিলেই হয়। সেয়ে ঈদ-বক্ৰীদ আৰু ঘৰলৈ অহা দৰদী আত্মীয়ই দিয়া পইচা নাপালে আমাৰ নগদ প্ৰাপ্তি নাছিল বুলিব পাৰি। কিছুদিন সৎ ভাৱে শিক্ষা-নবিচী কৰাৰ পিচত বৰদেউতাৰ লৰা আজাদকাৰ পৰামৰ্শ মতে বস্তু কিনিবলৈ দিয়া পইচাৰপৰা চান কাঢ়িবলৈ শিকিছিলো। এই শিক্ষা যে কিমান সুদূৰপ্ৰসাৰী আছিল সেয়া পিচতহে বুজি পাইছিলো।

শিক্ষা, জ্ঞান আৰু পৰিপক্কতা আমাৰ জীৱনলৈ কিমান বিচিত্ৰ, অদৃশ্য অথচ নিশ্চিত পথৰে আহিছিল সেই কথা ভাবিলে শৰীৰ এতিয়াও ৰোমাঞ্চিত হয়। নিজৰ শৰীৰৰ বিষয়ে, আনৰ শৰীৰৰ বিষয়ে আৰু ঘাইকৈ নাৰীৰ শৰীৰৰ বিষয়ে সজাগতা কিমান পলমকৈ আহিছিল ভাবিলে আচৰিত লাগে। এই সজাগতা আৰু জ্ঞান আহৰণৰ প্ৰক্ৰিয়া কত বাৰু আৰম্ভ হৈছিল? ডাঙৰ জেঠাইৰ লৰা আকবৰকাই আমাৰ ঘৰৰপৰা অলপ দূৰৈত থকা বদৰ উকীলৰ জীয়েক ৰেহেনাবাৰপৰা জ্যামিতিৰ কিতাপ বিচাৰি মোৰ হাতত দিয়া সেউজীয়া পেডৰ চিঠি আৰু কিতাপৰ ভিতৰতে ৰেহেনাবাই দি পঠিওৱা সুগন্ধি উত্তৰ অনা-নিয়া কৰাৰ সময়ত পুৰুষ আৰু প্ৰকৃতিৰ মাজৰ সম্পৰ্কৰ বিষয়ে মোৰ বিশেষ ধাৰণা নাছিল। আকবৰকা আৰু ৰেহেনাই এই চিঠি-পত্ৰৰ আদান-প্ৰদানৰ বিষয়ত অৱলম্বন কৰা গোপনীয়তাত কিবা বিধি-নিষিদ্ধ কাৰ্যত অংশগ্ৰহণ কৰাৰ পাতল গোন্ধ এটা নাকত লাগিছিল। কিন্তু কাৰবাৰটোনো আচলতে কি সেই কথা খোলোচা হোৱা নাছিল। সেই সময়তে কিতাপ পঢ়াৰ ধাউতিৰ জন্ম হৈছিল। যি কোনো ধৰণৰ কিতাপ, যি কোনো ভাষাৰ কিতাপ। অৱশ্যে বেছি ভাষা নহয়, অসমীয়া, ইংৰাজী, বাংলা, হিন্দী আৰু অলপ-অচৰপ উৰ্দু। অৱশ্যে হিন্দি আৰু উৰ্দু ভাষাৰ ক্ষেত্ৰত সংখ্যাই উজুটি খুৱাইছিল। ১৮৫৭ চনটো যে আচলতে সেইটোৱেই নিশ্চিত হবলৈ নেওঁতা-কিতাপৰ শৰণাপন্ন হবলগীয়া হৈছিল। এই কিতাপ পঢ়াৰ অভিযানতে আকবৰকাৰ পঢ়াৰ মেজৰপৰা মনে মনে আনি "প্ৰীতি উপহাৰ", "জীৱন নৈৰ জাঁজি", "প্ৰতিমাৰ পালা জানো প্ৰাণ", "ইলা ভনীটিলৈ মুকলি চিঠি" আদি কিতাপবোৰ একো বুজাব চেষ্টা নকৰাকৈ গিলি দিছিলো। যৌন বিজ্ঞানৰ ওপৰত

আবুল হাচানতে লিখা গ্ৰন্থ নাইবা স্বাস্থ্য আৰু আৰু যৌন বিজ্ঞানৰ বাংলা আলোচনী “নৰ নাৰী” মই কলেজত গৈহে পঢ়িবলৈ সুবিধা পাইছিলো।

বাছ-বিচাৰ নোহোৱাকৈ, কোনো প্ৰণালী নোহোৱাকৈ কিতাপ পঢ়াৰ বাবে বিভিন্ন বিষয়ৰ ওপৰত মোৰ জ্ঞান হৈছিল বিক্ষিপ্ত, উপৰুৱা আৰু অগভীৰ। অন্য কিবা লাভ নহলেও ইংৰাজীত যাক “গ্ৰয়িং আপ” বোলে সেই ক্ষেত্ৰত নিশ্চয় সহায়ক হৈছিল যেন লাগে। ঘৰৰ মানুহে যিবোৰ বিষয় আলোচনা নকৰিছিল সেইবোৰ মোৰ অজানিতে বোধকৰো জনা হৈ গৈছিল।

## [দুই]

আনৰ ঘৰত গৈ উঠিবলৈ মনোৱাৰৰ অকণো ইচ্ছা নাছিল; কোনোবা হোটেলত দুদিনমান থাকি পিচত ভালকৈ সোধ-পোচ কৰি মেছ এটাত থাকিবলৈ লব বুলি সি ভাবি থৈছিল। কিন্তু তাৰ কথা নৰজিল। দেউতাকৰ বন্ধু জেমিৰুদ্দিন আহমেদলৈ মনোৱাৰৰ চাকৰি হোৱাৰ কথা আৰু তেওঁলোকৰ চহৰতে নিযুক্তি পোৱাৰ কথা জনাই চিঠি লিখা হল। যদি তেওঁলোকৰ অসুবিধা নহয় তেন্তে বিকল্প ব্যৱস্থা নোহোৱালৈকে কিছুদিন মনোৱাৰ তেওঁৰ তাতে থাকিব পাৰিবনেকি সুধি পঠিওৱা হল। উত্তৰত জেমিবুদ্দিন আহমদ চাহাবৰপৰা এখন দীঘলীয়া চিঠি আহিল। অন্তৰঙ্গ পুৰণি বন্ধুৰ ঘৰত নিজৰ লৰা দুদিনমান ৰখাৰ বিষয়ে অনুমতি বিচৰাৰ বাবে তেখেতে ক্ষুণ্ণতা প্ৰকাশ কৰিলে। দুদিনমান কিয় মনোৱাৰৰ পষ্টিং সেই চহৰত যিমানদিন হয় সিমানদিন তেওঁৰ ঘৰতে থাকিব লাগিব বুলি তেখেতে দাবী কৰিলে। চিঠিখন মনোৱাৰৰ দেউতাকে গৰ্বেৰে সিহঁতৰ সকলোকে দেখুৱালে আৰু তাক বন্ধুৰ ঘৰতে উঠিবলৈ সম্মতি আদায় কৰি ললে। নাই-নুই কৰিবলৈ মনোৱাৰৰ কোনো সুযোগেই নাপালে। তাৰ দেউতাকে চিঠি দি ক্ষান্ত নাথাকি সি যোৱাৰ দুদিনৰ আগেয়ে বন্ধুলৈ এখন টেলিগ্ৰামো কৰিলে। প্ৰাপ্তবয়স্ক সমৰ্থ ডেকা মানুহ এটা অসমৰ ভিতৰতে এখন ঠাইলৈ যোৱাৰ কথাত তাৰ দেউতাক ইমান ব্যস্ত হোৱাৰ বাবে মনোৱাৰ বিব্ৰত হৈছিল যদিও দেউতাকৰ উৎকণ্ঠাৰ প্ৰতি সন্মান জনাই সি মনে মনে থকিল।

প্ৰথম চাকৰিত যোগ দিবলৈ যোৱাৰ প্ৰস্তুতিত পৰিয়ালৰ সকলো মানুহ জড়িত হৈ গল; প্ৰাইমেৰী স্কুলৰপৰা কলেজলৈকে মনোৱাৰে নিজৰ ঠাইতে শিক্ষা সম্পাত কৰিছিল। গতিকে প্ৰয়োজনীয় সৰু-সুৰা দুই-এটা বস্তুৰ বাহিৰে আছুতীয়াকৈ ব্যক্তিগত সম্পত্তি তাৰ নাছিলেই। সেয়ে নতুন চাকৰিত যোগ দিবলৈ বুলি দেউতাকহঁতে

তাৰ বাবে হ'ল্ডল, বিচনা-পত্ৰ, চুটকেছ-ট্ৰাংক আদি কিনাত লাগি গল। বকতাৰ ফিৰোজা জেঠাই আহি জোকাবলৈয়ে লাগি গ'ল— বোৱাৰী, তোমোলোক দেখোন ছোৱালী উলিয়াই দিয়াৰ দৰে যোগাৰত লাগিলা। এইখিনিৰ উপৰিও পৰিয়ালৰ যিয়েই খবৰ কৰিবলৈ আহিল সিয়েই হাতত কিবা এটা লৈ আহিল। কোনোবাই আনিলে ঘৰৰ তাঁত-শালত বৈ উলিওৱা স্লিপিং খুটৰ কাপোৰ, গামোচা, ঘৰত বনোৱা পিঠা, কেক, আচাৰ। দ'লবাগানৰ ফৰিদা মাহীটিয়ে জহা-বৰা কণী চাউলৰ উপৰিও আনিলে দুবছৰৰ পুৰণি কুজিঠেকেৰা। পেটৰ অসুখ কৰিলে দুপাহমান পানীত তিয়াই কেনেকৈ খাব লাগে মনোৱাৰক বুজাই গল। মহকুমাতে 'গেজেট' বুলি জনাজাত ৰাবিয়া বুঢ়ীয়ে চুপাৰী-কটা চৰতাৰেও কাটিব নোৱাৰা অথচ উপাদেয় লাৰু দহোটামান তাৰ হাতত দি মনোৱাৰৰ মাকক চিঞৰিলে— সৰিয়হ এমুঠিমান আৰু শুকান জলকীয়া দুটামান দিয়াচোন, ববাটোৰ মুখ ভাঙি যাওঁ। ইমান দূৰলৈ যাব, বালা-মচিবত আল্লাই দূৰৈত ৰাখক। ঘৰৰ মানুহৰ নিৰ্দেশত মনোৱাৰে ওচৰৰ সকলো মানুহৰ ঘৰলৈ গৈ মাত লগাই আহিবলগীয়া হল। অসমৰ ভিতৰৰে এখন চহৰ নহয় যেনিবা সি বিদেশৰ কোনোবা অচিনাকি ঠাইলৈহে যাবলৈ ওলাইছে। গোটেইখনে মিলি এনেকুৱা এটা পৰিস্থিতিৰ সৃষ্টি কৰিলে যে ঘৰৰপৰা ওলাবৰ সময়ত ইচ্ছা নকৰাকৈয়ে তাৰ চকু সেমেকিল।

ষ্টেচনৰ পৰা জেমিৰুদ্দিনৰ ঘৰলৈ দূৰত্ব এমাইলতকৈও কম। সেই বাবে মনোৱাৰে ভাবিছিল ৰিক্সা এখন ভাৰা কৰি সি তেওঁলোকৰ ঘৰ ওলাবগৈ। মুটিয়া এটাৰ হাততে বস্তুবোৰ দি হেণ্ডবেগটো কান্ধত ওলোমাই সি ষ্টেচনৰ বাহিৰলৈ আহি লক্ষ্য কৰিলে অলপ নিলগৰ নিম গছজোপাৰ তলত এখন ফৰ্ডগাড়ী বৈ আছে। সেইখন গাড়ী তাকেই আনিবৰ বাবে জেহিৰ আহমদেহে পঠিয়াইছিল বুলি সি পিচতহে গম পাইছিল। ড্ৰাইভাৰৰ লগতে তাক আগবঢ়াই আনিবলৈ দায়িত্ব দি পঠিওৱা তেওঁলোকৰ ঘৰত বহুত দিনৰেপৰা কাম কৰা আব্দুলৰপৰা মনোৱাৰে জেহিৰ আহমেদৰ ঘৰৰ বিষয়ে কিছু প্ৰাথমিক তথ্য কিছুমান সংগ্ৰহ কৰিছিল। নিজৰ পাঁচোটা লৰা-ছোৱালীৰে সৈতে পৰিয়ালৰ বিধবা বায়েকৰ দুটি লৰা-ছোৱালী আৰু চাৰি-পাঁচোটা কাম কৰা মুনিহ-তিৰোতাৰে জেহিৰ আহমেদৰ সংসাৰ গমগমাই থাকে। কৃতী উকিল হিচাপে তেখেতৰ ইমানেই সুনাম যে বহুতো মক্কেল তেওঁ ঘূৰাই পঠিয়াবলৈ বাধ্য হয়। ডাঙৰ লৰাজনে বৃটিছ মালিকানাৰ উজনি অসমৰ ডাঙৰ বাগিচা এখনত সহকাৰী পৰিচালক, মাজুজন গোৱালপাৰাত বান-নিয়ন্ত্ৰণ বিভাগৰ সহকাৰী অভিযন্তা, তৃতীয়জন লৰাই এইবাৰ এম বি বি এছ পাছ কৰি ডিব্ৰুগড় অসম মেডিকেল কলেজত হাউছমেনশ্বিপ কৰি আছে, সিহঁতৰ পিচৰ লৰা-ছোৱালী হালে

স্থানীয় কলেজত পঢ়ি আছে। ওকালতিৰ উপৰিও বিশাল পৈতৃিক সম্পত্তিৰপৰা তেওঁলোকৰ প্ৰচুৰ উপাৰ্জন হয়। জেহিৰ আহমেদৰ মাজু ভায়েকৰ চহৰৰ একমাত্ৰ চিনেমাহলৰ উপৰিও এখন ডাঙৰ দোকান আৰু এটা ধানকল আছে। সৰু ভায়েক চেণ্ট্ৰেল এক্সাইজত ইন্সপেক্টৰ চাকৰি কৰি শিলচৰত থাকে। বায়েকৰ নগাঁৱৰ এজন উকীলৰ লগত বিয়া হৈছিল। এহাল লৰা-ছোৱালীৰ জন্মৰ পিচত গুৱাহাটীলৈ অহাৰ পথত উকীলৰ মটৰ দুৰ্ঘটনা হৈ তিনি বছৰৰ আগেয়ে মৃত্যু হয়। বায়েক শহুৰেকৰ ঘৰত একো অসুবিধা নাছিল, তেওঁলোকে ৰাখিবলৈ বৰ জোৰো কৰিছিল। কিন্তু জেহিৰ চাহেব মান্তি নহল। লৰা-ছোৱালী হালৰ সৈতে বায়েকক নিজৰ ঘৰলৈ লৈ আহিল। অৱশ্যে দুয়োখন ঘৰৰ মাজত সম্পৰ্ক এতিয়া সহজ আৰু মধুৰ। আব্দুলে মনোৱাৰক আশ্বস্ত কৰিলে—মেমচাহেব মানুহ নহয়, মানে মানুহ হয়, কিন্তু ফিৰিস্তাৰ লগৰ মানুহ। গহীন, কথা কম কয়, পিছে অন্তৰখন মাখনৰ দৰে কোমল।

প্ৰথমতে মনোৱাৰে ঘৰখনত সহজ হব পৰা নাছিল। সিহঁতৰ ঘৰৰ পৰিবেশ সুকীয়া, মন মাৰি থাকিবলৈ নাইবা নিজৰ কথা ভাবি অন্যমনস্ক হ'বলৈ তাত সুৰুঙাই নাই। আচলতে সেইখন ঘৰত অকলৈ থাকিবলৈকো কাকো সুবিধা দিয়া নাই। প্ৰতি মুহূৰ্ততে হৈ হাল্লা, চিঞৰ-বাখৰ। দেউতাক থাকিলে অলপ শান্ত হয় পৰিবেশ। তেওঁ ওলাই যোৱাৰ লগে লগে পুনৰ হুলস্থূল। ইয়াত আকৌ তাৰ সম্পূৰ্ণ বিপৰীত। প্ৰয়োজন [illegible]হলে ইয়াত কথা কোৱা নহয় নেকি! সি যেতিয়া গাড়ীৰ পৰা নামি ঘৰ সোমায় তেতিয়াতো তাৰ ভাব হৈছিল ঘৰত মানুহ নাই নেকি। ইমান নিজম, স্তব্ধ। জেহিৰুদ্দিন আহমদ অৱশ্যে তেতিয়া কাছাৰীত আছিল। আব্দুলে মনোৱাৰৰ বস্তু নি তাৰ বাবে নিৰ্দিষ্ট কৰি থোৱা কোঠালিত থালেহি। লগতে লাগি থকা বাথৰুমত হাত-মুখ ধোৱাৰ পিচত সি যেতিয়া বিচনাত কাটি হৈ ষ্টেচনতে কিনা আলোচনী এখন পঢ়ি আছিল তেতিয়া বনকৰা ছোৱালী এজনীৰ হতুৱাই চাহ-জলপান লৈ জেহিৰ আহমদৰ পৰিবাৰ সোমাই আহিল। মনোৱাৰ ধৰমৰাই বিচনাৰপৰা উঠিল আৰু থিয় হৈ সম্ভাষণৰ কোনো ভঙ্গিমা বিচাৰি নাপাই বুৰ্বকৰ হাঁহি এটা মুখত ওলোমাই ললে। আনৰ ঠাইত, অন্য পৰিবেশত, অন্য মানুহ হোৱা হলে সি অতি সপ্ৰতিভ হৈ সি হাঁহি হাঁহি কলেহেতেন,—মই মনো, মনোৱাৰ আলী। কিন্তু মানুহ গৰাকীৰ ব্যাক্তিত্বৰ সম্মুখত সি অলপ দিশহাৰা অনুভৱ কৰিলে। পঞ্চাছৰ ওচৰৰ বয়সৰ অতি সুন্দৰ চেহেৰাৰ মহিলাৰ স্নিগ্ধ ব্যক্তিত্বই মনোৱাৰক বিচলিত কৰিলে। বিচনাৰ কাষৰ সৰু মেজখনত চাহ-নাস্তাখিনি থৈ লাহে লাহে মনোৱাৰৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। তাৰ কাষৰে চকীখনতে বহি মানুহগৰাকীয়ে অতি মৃদু ভাষাৰে কথা পাতি তেখেতে মনোৱাৰৰ ঘৰত কোনো কোনো আছে, কোনে কি কৰে, খোৱা-বোৱাৰ

বিষয়ত তাৰ কিবা বাছ-বিচাৰ আছে নেকি, ৰাতিপুৱা সি বেড-টি লয় নে নলয় আদি তথ্যবোৰ লৈ তাক জিৰাবলৈ কৈ কোঠাৰপৰা ওলাই গল। মনোৱাৰে বুজিলে— এইখন ঘৰত থাকিবলৈ হলে হয় সি তাৰ আচৰণবিধি সলাবই লাগিব।

জেহিৰ আহমদৰ পৰিয়ালৰ সকলো মানুহ অতিশয় ভদ্র আৰু মৃদুভাষী। মনোৱাৰে ভাবিছিল তেখেতৰ ব্যৱসায়ী ভায়েকজন অলপ ব্যতিক্রম হব। কিন্তু তেখেতক লগ পোৱাৰ পিচত সি আচৰিত হৈ আৱিস্কাৰ কৰিলে যে পৰিয়ালৰ গোটেইখন মানুহৰ ভিতৰত তেখেতেই বোধকৰো আটাইতকৈ বেছি মৃদুভাষী। নিজৰ মন্তব্য ব্যক্ত কৰিবলৈ গৈ এনে আচৰণ দেখুৱায় যেন তেওঁ কিবা অপৰাধহে কৰিবলৈ লৈছে। মনোৱাৰ যিমান দিন তেওঁলোকৰ ঘৰত আছিল সিমানদিন কাৰো মুখত চিঞৰি কথা কোৱাহে নালাগে ডাঙৰকৈ কোনোবাই মতাও তাৰ কাণত পৰা নাছিল। ঘড়ীৰ কাটাৰ দৰে সময়মতে, নিয়মমতে সকলোৱে নিজৰ নিজৰ কাম কৰি গৈছিল। পুৱা শুই উঠাৰ পৰা নিশা বিচনালৈ যোৱালৈকে মনোৱাৰে তাৰ প্রয়োজনৰ কোনো কথাকেই মুখ খুলি কবলগীয়া হোৱা নাছিল। তেওঁলোকৰ তাত সকালো কথা ইমান প্রণালীবদ্ধ আৰু সময়নিষ্ঠ আছিল তাৰ লগত খাপ খুৱাবলৈ মনোৱাৰে অলপ কষ্ট কৰিবলগীয়া হৈছিল। পৰিয়ালৰ সকলো মানুহেই তাক ঘৰৰ এজনৰ দৰে ব্যৱহাৰ কৰিছিল যদিও তাৰ ভাৱ হৈছিল যেন সেই সম্পৰ্কত দূৰত্ব ৰৈ গৈছিল। খুব বেছি অন্তৰঙ্গকৈ সহজ হবপৰা বোধকৰো তেওঁলোকৰ স্বভাৱতে নাছিল। মনোৱাৰে নিজে তেনে পৰিৱেশৰ সৈতে অভ্যস্ত নোহোৱাৰ বাবে তাৰ অসুবিধা হৈছিল। খোৱা-বোৱাত কোনো ধৰণৰ কষ্ট নাই, থকা-মেলাত কোনো অসুবিধা নাই, আনকি অফিচলৈ যাওঁতেও প্ৰায়ে জেহিৰ আহমেদে তেওঁৰ গাড়ীতে লৈ যায়, তথাপি মনোৱাৰৰ ভাল লগা নাছিল। তেওঁলোকৰ ঘৰত থকা-শোৱাৰ বাবে কিবা টকা-পইচা দিয়াৰ কথা কবলৈ সাহে নুকুলায়। তাৰ দেইতাকে এবাৰ চিঠিত সেইকথা উল্লেখ কৰোঁতে নিশা একেলগে ভাত খাওঁতে জেহিৰ আহ্‌মদে কথাৰ মাজতে এদিন কলে, 'তোমাৰ এমাহৰ যিখিনি টোটেল পে' তাতকৈ বেছি পইচা মই এদিনতে ইনকাম কৰোঁ। আৰু ইহঁত বুবুল-ৰছিদহঁতেওতো মোক থকা-খোৱাৰ বাবে পইচা নিদিয়ে।' বুবুল তেখেতৰ সৰু পুতেক আৰু ৰছিদ ভাগিয়েক। পাচদিনা মনোৱে চিঠি লিখি দেউতাকক সেইবোৰ কথা উল্লেখ নকৰিবলৈ সকিয়াই দিবলগীয়া হ'ল। সি কিন্তু মনে মনে সিদ্ধান্ত লৈ থৈছিল যে প্রথম সুবিধাতে সি এটা ভাল মেছলৈ যাবগৈ।

ইতিমধ্যে এটা কাণ্ড হল। জেহিৰ আহ্‌মদৰ তেজপুৰত থকা জেঠেৰীয়েকৰ ডাঙৰ জীয়েক পেহীয়েকৰ ঘৰত কলেজৰ গৰমৰ বন্ধ কটাবলৈ আহিল। সৰুৰে পৰা ইংৰাজী মাধ্যমৰ স্কুল-কলেজত পঢ়া চোকা ছোৱালী, দেখিবলৈ ধুনীয়া আৰু বৰ

সপ্ৰতিভ। প্ৰয়োজন হলে গুৰুজনৰ কথাৰ প্ৰতিবাদ কৰিবলৈ, হাঁহি উঠিলে ডাঙৰকৈ হাঁহিবলৈ কুণ্ঠাবোধ নকৰে। তাৰ লগত প্ৰথম চিনাকি হোৱাৰ মুহূৰ্ততে মনোৱাৰে কৰবাত বিপদৰ ঘণ্টাধ্বনি শুনিবলৈ পাইছিল। জেচ্‌মিনৰ, ছোৱালীজনীৰ নাম, শৰীৰৰ চৌকাষে এটা এলেকা সি অনুভৱ কৰিলে যিটোৱে যুগপৎ আকৰ্ষণ আৰু বিকৰ্ষণ কৰে। জেচ্‌মিনক লগ পোৱাৰ পিচৰেপৰা মনোৱে যিমান পাৰে সিমান তাইৰপৰা নিলগত থাকিবলৈ চেষ্টা কৰিলে। কিন্তু ঘৰৰ বাহিৰত থাকোতে বেলেগ কথা, ঘৰত থকা সময়খিনি সি তাইৰ কথা নভবাকৈ থাকিব নোৱাৰা হল। জেচ্‌মিনে তাৰ মনোভাব অনুমান কৰিব পাৰিছিল নে তাৰ বুজাৰ উপায় নাছিল। তাই কিন্তু আগৰ দৰে সহজভাবে আৰু খোলাখুলিকৈ তাৰ কোঠালৈ আহি তাৰ লগত কথা-বতৰা পাতিছিল আৰু হাঁহি-তামাচা কৰিছিল। আচলতে মনোৱাৰ বিপদৰ আশংকা কৰাত যুক্তি নথকাও নহয়। জেচ্‌মিন ঘৰখনলৈ অহাৰপৰা পৰিবেশটোৱেই সলনি হবলৈ ধৰিছিল। মনোৱাৰৰ কোঠাত প্ৰায়ে আড্ডা বহিবলৈ ধৰিলে। কেতিয়াবা মেমচুৰি তাচৰ আড্ডা, কেতিয়াবা পুৰণি চে'নলা গ্ৰামোফনত কুমাৰ শচীনদবে বৰ্মণ, তালাত মাহমুদৰ গান শুনা, কেতিয়াবা এনেয়ে কথাৰ মহলা আদি চলিল। বুবুল, ৰছিদ, বুবুলৰ ভনীয়েক ৰুকেয়া আৰু ৰছিদৰ ভনীয়েক মামণিয়েও সেইবোৰ আড্ডাত ভাগ ললে। জেহিৰ আহ্‌মদৰ পৰিয়ালত লাহে লাহে কিন্তু নিশ্চিতভাবে পৰিবৰ্ত্তনৰ বতাহ লাগিছিল আৰু ইয়াৰ প্ৰতিক্ৰিয়া কেনে ধৰণৰ হব পাৰে ভাবি মনোৱাৰে ভয় খালে। মাজে মাজে যে খুৰীটি অৰ্থাৎ জেহিৰ চাহেবৰ পৰিবাৰে আহি সিহঁতৰ কাষত বহে সেয়া যে কেৱল সিহঁতৰ আড্ডাৰ সোৱাদ লবলৈ নহয় সেইকথা মনোৱে জানে। তেওঁলোকৰ পৰিচিত বৃত্ত ভঙাৰ দোষত তাকে অপৰাধী কৰে নেকি তেখেতৰ চকুত মাজে সময়ে সন্তৰ্পণে বিচাৰি চায়।

কিন্তু সেই গল্পৰ এচকুৱা হৰিণাৰ দৰে কাৰবাৰটো হল। সি ভয় কৰিছিল জেচ্‌মিনলৈ। কিন্তু বিপদ আহিল অন্য ঠাইৰপৰা। ৰুকেয়াৰপৰা। জেচমিন অহাৰ আগলৈকে মনোৱাৰে তাইক তেনেকৈয়ে লক্ষ্য কৰাই নাছিল। খোৱাৰ মেজত লগ পোৱাৰ বাহিৰে তাহাঁতক সি সিমান লগ নাপাইছিল। পালেও তেনেকৈ কথা-বতৰা হোৱা নাছিল। দুই-এষাৰ সাধাৰণ কুশল-বাৰ্ত্তাৰ বেছি কথোপকথন হোৱা নাছিল। অৱশ্যে কেতিয়াবা কলেজৰ ইংৰাজী পাঠ্য-পুস্তকৰ কিবা বুজবলৈ ৰুকেয়া-মামণি একেলগে নহলে অকলেও আহিছিল। তেতিয়া মনোৱাৰে তাইৰ আচৰণত কোনো পৰিবৰ্ত্তন লক্ষ্য কৰা নাছিল। কিন্তু জেচ্‌মিন অহাৰ এমাহমানৰ পিচতে ঘটনাটো ঘটিল। ইংৰাজী পাঠ এটিৰ ব্যাখ্যা লিখি দিবলৈ ৰুকেয়াই দুদিনমানৰ আগেয়ে কিতাপখন আৰু বহীখন তাৰ মেজত থৈ গৈছিল। এদিন পুৱা কামটো কৰিবলৈ

কিতাপখন মেলি লৈ সি অবাক হৈ থাকিল, তাৰ মাজত এখন চিঠি। ৰুকেয়াই তাক প্ৰেম-নিবেদন কৰি চিঠি লিখিছে। চিঠিখন পঢ়াৰ আগেয়েই তাৰ সৰ্বশৰীৰ আশংকাত কঁপি উঠিছিল। ৰুকেয়াৰ এই পদক্ষেপত তাইৰ পৰিয়ালত কেনে প্ৰতিক্ৰিয়া হ'ব পাৰে তাৰ ধাৰণা মনোৱাৰৰ আছিল। মনোৱাৰে প্ৰথমতে এয়া তাইৰ বয়সৰ দোষ, যৌৱনৰ চাঞ্চল্যৰ বহিঃপ্ৰকাশ বুলি ভাবিব খুজিছিল। কিন্তু চিঠিখন লিখাৰ পিচতো ৰুকেয়াই কেৱল ভাৱে-ভঙ্গিৰেই নহয়, মুখ খুলি তাৰ প্ৰতি থকা তাইৰ দুৰ্বলতা যেতিয়া প্ৰকাশ কৰিলে তেতিয়া সি সন্ত্ৰস্ত হ'ল। ৰুকেয়াৰ প্ৰতি তাৰ মনোভাবৰ বিষয়ে আনে ক'ব নোৱাৰিলেও সি নিজে জানে। কিন্তু তাৰ মনৰ কথা জেহিৰ অহ্মদৰ পৰিয়ালৰ মানুহে ভুলকৈ বুজিব পাৰে। এনেকুৱা পৰিস্থিতিত নিজৰ সন্তানতকৈ আনক দোষ দিয়াৰ প্ৰবণতা স্বাভাৱিক। এতিয়া যদি ৰুকেয়াৰ কথাটো সিহঁতৰ পৰিয়ালৰ মানুহে গম পায় আৰু তাৰ বাবে মনোৱাৰক অপৰাধী কৰিবলৈ সিদ্ধান্ত লয় তেন্তে সি বিশ্বাসভঙ্গৰ দোষতো পৰিব পাৰে। গতিকে জেহিৰ আহ্মদৰ ঘৰত সাতমাহ অতিবাহিত কৰাৰ পিচত মনোৱাৰে নিশ্চিত সিদ্ধান্ত লবলৈ বাধ্য হ'ল যে সি আৰু তেখেতৰ ঘৰত নাথাকে।

## [তিনি]

এখন অতি সৰু মফচলীয় চহৰ। পঁচিছ-ত্ৰিছ হেজাৰমান লোকৰ বসবাস। পুখুৰীৰ বন্ধ পানীৰ দৰে নিস্তৰঙ্গ তেওঁলোকৰ জীৱনপ্ৰবাহ। ব্যৱসায়ৰ সংক্ৰান্তত বাহিৰৰপৰা কেইটামান পৰিয়ালৰ বাহিৰে সৰহভাগ মানুহ স্থানীয় অধিবাসী। বহিৰ্জগতৰ সৈতে সম্পৰ্ক ইমানেই ক্ষীণ যে ইয়াৰপৰা ত্ৰিছ-চল্লিছ মাইল নিলগৰ উপযুক্ত লৰালৈ ছোৱালী দিবলৈও মাক-দেউতাকে দহবাৰ গুণা-গথা কৰে, হোঁহকা-পিছলা কৰে। ইমান দূৰলৈ ছোৱালী উলিয়াই দিয়া ভাল হ'ব জানো? চৰকাৰী হাইস্কুলৰ শিক্ষক নাইবা কাৰ্যালয়ৰ কোনোবা বিষয়া-কৰ্মচাৰী বদলি হৈ আহি গধূলি বজাৰ কৰিবলৈ ওলাই গলে পিচদিনা ডেকা-বুঢ়াৰ আড্ডাত আলোচনা হয়—কালি গধূলি থানা চাৰিআলিত পাতল লিকলিকীয়া বগা-চগা লৰা এটা দেখিলোঁ। কোননো গম পাইছা নেকি? পুত্ৰ-কন্যা লৈ ক'ৰবালৈ মিতিৰ খাবলৈ যোৱা গৃহস্থই পিচদিনা বিভিন্ন ঠাইত কৈফিয়ৎ দিবলগীয়া হয়। তিনিখন ৰিক্সাৰে গোটেই প্ৰেটুন লৈ কালি ফাঁই-ফাঁইকৈ ক'ত গৈছিলাহে? ফেমিলি লগত থাকিলে সোঁৱে-বাঁৱে চাব নাপায় নেকি?

সেই সৰু চহৰখনলৈ ই-এ-চি অৰ্থাৎ আজিকালিৰ পৰিভাষাত যাক কোৱা

হয় অতিৰিক্ত সহকাৰী আয়ুক্তৰ চাকৰি লৈ আহিল নলিনী বৰুৱা। মহাৰাষ্ট্ৰীয় ব্ৰাহ্মণ আই-এ-এছ মহকুমাধিপতি অশোক ৰানাডেই তাক সেইখন মহকুমাত কাম কৰাৰ কায়দা-কানুনৰ বিষয়ে প্ৰাথমিক শিক্ষা দিওঁতে কৈছিল, মিঃ বৰুৱা, ইয়াত কাম কৰাত সিমান ঝামেলা নাই। সাধাৰণ নাগৰিকসকল আইন-প্ৰশাসনক সন্মান কৰা মানুহ। পলিটিকেল এক্টিভেটী অলমোষ্ট নিল। শ্বিলঙৰ উৰ্দ্ধতন মাহলৰ লগত যিখিনি মানুহৰ দহৰম-মহৰম আছে তেওঁলোকক গুড হিউমৰত ৰাখিলে আপুনি টেক্টফুল আৰু এফিচিয়েণ্ট অফিচাৰ বুলি চাৰ্টিফিকেট পাব। মই পোনতে অলপ বেসুৰা গাবলৈ চেষ্টা কৰিছিলো, কোনো ফায়দা নাই। আপুনিও তেনেকৈ চলিব। কাইলৈতো শনিবাৰ, আপুনি ডাকবঙলাতে গধূলি ছয় বজামানত ওলাই থাকিব। মই আপোনাক মোৰ গাড়ীতে লৈ টাউনৰ ইম্পৰ্টেণ্ট মানুহখিনিৰ লগত চিনাকি কৰি দিম। আপোনাৰ আপত্তি আছে নেকি? মানুহখিনিৰ লগত ঘৰলৈ গৈ চিনাকি হবলৈ আপত্তি থাকিলেও এছ-ডি-অ' চাহাবৰ মুখৰ আগত না কৰিবলৈও নলিনীৰ আপত্তি আছিল। একে দিনাই অৱশ্যে আটাইখিনি মানুহৰ লগত চিনাকি হোৱা সম্ভৱ নাছিল। কামত যোগ দিয়াৰ প্ৰথম পযেকতে চহৰৰ যিখিনি মানুহৰ লগত চিনাকি হোৱা উচিত বুলি ৰানাডে চাহেবে তাক কৈছিল সেইখিনি মানুহেই অতি সাধাৰণ, জ্ঞানৰ গভীৰতা কম, তথাপি চব জান্তাৰ অভিনয় কৰে। চহৰখনৰ উন্নতিৰ প্ৰতি সকলোৱেই আগ্ৰহী বুলি কয়, অথচ পৰিবৰ্ত্তনৰ পোহৰক আদৰিবলৈ প্ৰস্তুত নহয়। মুঠতে স্থিতাৱস্থা বাহাল ৰখাৰ পক্ষপাতী, কাৰণ তেতিয়া তেওঁলোকৰ আধিপত্যত আচোঁৰ নপৰে। তেওঁলোকৰ মাজৰ দুই-চাৰিজনৰ শিক্ষা-দীক্ষা একেবাৰে নোহোৱা নহয়। কিন্তু জ্যেষ্ঠ, অভিজ্ঞ শ্ৰমবিমুখ অধ্যাপকে আওপুৰণি আৰু ব্যৱহাৰ মলিন টোকা-বহীকে সাৰোগত কৰাৰ দৰে এওঁলোকে ডেকা বয়সতে আহৰণ কৰা জ্ঞান আৰু তথ্যৰ পোহাৰক লৈ ঢোল বজাই থাকে।

নলিনীয়ে টেনিছ খেলে, অভিনয় কৰে, অলপ অচৰপ সাহিত্য চৰ্চাও কৰে। চহৰখনৰ এইবোৰ ক্ষেত্ৰৰ মানুহখিনিৰ লগত চিনাকি হৈ সি তাৰ অৱসৰ সময় কটোৱাৰ চেষ্টা কৰিছিলে। অশোক ৰানাডেই টেনিছ ভাল খেলে আৰু স্থানীয় টেনিছ ক্লাবৰ সভাপতি। টাউন মৌজাৰ মৌজাদাৰ চন্দ্ৰকান্ত শইকীয়াৰ মাজু পুতেক সেই ক্লাবৰ সোতৰ বছৰ ধৰি সম্পাদক। চহৰখনৰ একমাত্ৰ নাট্য মঞ্চটি ৰাজহুৱা যদিও তাৰ পৰিচালনাৰ কৰ্তৃত্ব অৰুণজ্যোতি নাট্য সমাজৰ ওপৰত ন্যস্ত। এই সমাজৰ কাৰ্যকৰী সমিতিৰ নিৰ্বাচন বিগত বাৰ বছৰত হোনো হোৱাই নাই। নাট্য সমাজৰ ভাবনা-চিন্তাও আধুনিক নহয়। আধুনিক টেকনিকত নাটক মঞ্চস্থ কৰাৰ কথাকে ভাবিব নোৱাৰে। ঐতিহাসিক নাইবা আবেগসৰ্বস্ব ৰোমান্তিক নাটক কৰিয়েই সমাজৰ

কৰ্মকৰ্ত্তাসকলে নিজৰ কৰ্ত্তব্য পালন কৰা হল বুলি ভাবে। সাহিত্যৰ বিষয়ে চিন্তা-চৰ্চাৰ যিখন স্থানীয় সভা আছে সেইখন বছৰৰ এঘাৰ মাহমান শুই থাকি কেন্দ্ৰীয় সমিতিৰ বাৰ্ষিক অধিবেশনৰ আগে আগে সাৰ পাই উঠে। ইয়াৰ সভাবোৰত সাহিত্যৰ বাহিৰে আন সকলো কথাৰ আলোচনা কৰা হয়। মাজে-সময়ে কোনোবা সভ্যৰ বাসগৃহলৈ বৈঠক আমন্ত্ৰণ কৰা হয় যত গৃহস্থৰ পৰিবাৰে বৰগীতেৰে অনুষ্ঠানৰ সূচনা কৰে, গুৱাহাটীত এম-এ পঢ়া জীয়েকে স্ব-ৰচিত কবিতা পাঠ কৰে, মৌজাদাৰৰ বোৱাৰীয়েকে নিজৰ গল্প পঢ়ে। এই সাহিত্য সৃষ্টিবোৰৰ বিষয়ে কোনো সমালোচনা কৰা নহয়। গৃহস্থৰ লুচি-তৰকাৰী, পায়স খোৱাৰ পিচত তেওঁৰ পৰিয়ালৰ সৃষ্ট সাহিত্যৰ বিৰূপ সমালোচনা কৰাক শিষ্টাচাৰ বিৰোধী বিবেচনা কৰা হৈছিল। এইবোৰ ভাল নাপালেও নলিনীয়ে সহ্য কৰিবলগীয়া হৈছিল।

টাউন কমিটিৰ উপসভাপতি নজমল হুছেইনৰ পৰিয়াল চহৰখনৰ আঢ্যৱন্ত পৰিয়ালৰ মাজৰ অন্যতম। আহোম ৰজাৰ দিনতে হাজৰিকাৰ বাব পোৱা তেখেতৰ আজোককাকৰ দিনৰ ঐতিহ্য পুৰুষানুক্ৰমে চলি আহিছে। চহৰৰপৰা পাঁচ মাইলমান নিলগৰ হাজৰিকাখাটত থকা পামৰ পৰা পৰিয়ালটোৰ চাউল-দাইলৰ পৰা আৰম্ভ কৰি, গাখীৰ-কণী, মাছ-মুৰগী সকলো নিয়মিত যোগান হয়। টাউনৰ প্ৰথম চিনেমা হলটোও তেওঁলোকৰে। ৰাজ্যিক পৰিবহনৰ ব্যৱস্থা হোৱাৰ আগেয়েও নজমল হুছেইনৰ খুৰাকৰ বাছত মানুহ ডিব্ৰুগড়লৈ অহা-যোৱা কৰিছিল। আগেয়ে শিক্ষা-দীক্ষাৰ চৰ্চা পৰিয়ালত নাথাকিলেও নজমল হুছেইন কলিকতাৰ ছেণ্ট-জেভিয়াৰ্ছ কলেজত পঢ়িবলৈ গৈছিল। পিছে টেনিছ থিয়েটাৰ আদি কেৰিকুলাম বহিৰ্ভূত কথাত লাগি থাকোতে তিনিবাৰকৈ আই-এ বেয়া কৰি ঘৰৰ লৰা ঘৰলৈ ঘূৰি আহিল। তেওঁৰ ভায়েক দুজনে অৱশ্যে পঢ়া-শুনা নিয়মিতভাবে শেষ কৰিলে। মাজু ভায়েক ধুবুৰীত ছাপ্লাই ছুপাৰিণ্টেণ্ডেণ্ট, সৰুজন ডাক্তৰ চহৰতে প্ৰাইভেট প্ৰেক্টিচ কৰে, বজাৰৰ নিজৰ মাটিত ফাৰ্মেচী আৰু চেম্বাৰ। নজমল হুছেইনেও সেই মাটিতে দুমহলীয়া ভাৰা-ঘৰ সাজিছে। তলৰ মহলাতে কেবাখনো দোকান, ওপৰ মহলাত তিনিটা চৰকাৰী কাৰ্য্যালয়ে ভাৰা লৈছে। নজমল হুছেইনৰ পচোঁটা লৰা-ছোৱালী। ডাঙৰ দুজনী ছোৱালীৰ ভাল পৰিয়ালতে প্ৰতিষ্ঠিত লৰাৰ সৈতে বিয়া হৈছে। ডাঙৰ লৰায়ো ব্যৱসায় কৰে যোৱা বিয়া কৰিছে। একেবাৰে সৰু লৰাটোৱে গুৱাহাটীত ইঞ্জিনীয়াৰিং পঢ়ি আছে। তাৰ তলৰ ছোৱালীজনীয়ে স্থানীয় কলেজত বি-এ পঢ়ি আছে। নাম জেনিফাৰ।

চহৰৰ বিশিষ্ট লোক সকলক নলিনীয়ে প্ৰায় সামাজিক ভাবে লগ পোৱাৰ দৰে নজমল হুছেইনৰ পৰিয়ালৰ লগতো পৰিচয় আছিল। দুই তিনি মাহৰ মূৰত তেখেতৰ ঘৰলৈ তাৰ যাবলগীয়া হৈছিল। তাৰ উপৰিও জেনিফাৰে ভাল গান গায়

আৰু অভিনয়ো কৰে। সেই সংক্ৰান্তত নলিনীয়ে তাইক লগ পাইছিল। গান নাইবা অভিনয়তকৈ ছোৱালীজনীৰ যি কোনো বিষয়ৰ ওপৰতে থকা স্বচ্ছ আৰু স্পষ্ট ধাৰণা, নিজস্ব মতবাদৰ প্ৰতি অটুট বিশ্বাস আৰু সেই বিশ্বাসৰ বাবে যি কোনো শক্তিৰ বিৰুদ্ধে যুঁজ কৰাৰ সাহসে নালিনীক আকৃষ্ট কৰিছিল। নৈষ্ঠিক পৰিয়ালত জন্ম হলেও তাহাঁতৰ নিজৰ ঘৰৰ পৰিবেশ মোটামুটি সহজেই আছিল। সি অৱশ্যে শুনিছিল যে সিহঁতৰ ঘৰতো 'আন' মানুহে খাবৰ বাবে কাপ-প্লেট বেলেগে ৰখা হৈছিল, প্ৰয়োজনৰ সময়ত ধুই-পখালি আলহীৰ আগত দিয়া হৈছিল, ব্যৱহাৰৰ পিচত কাম কৰা মানুহৰ হতুৱাই তেনেকৈয়ে বাহিৰৰ বাৰাণ্ডাৰ নিৰ্দিষ্ট ঠাইত থৈ দিয়া হৈছিল, পুনৰ তেনে আলহী নহালৈকে সেইবোৰ স্পৰ্শ কৰা নহৈছিল। নলিনীহঁতৰ দিনত সেই পৰিস্থিতিৰ বহুখিনি সলনি হৈছিল। তাৰ লগত একেলগে পঢ়া ৰমেশ দাস, লিয়াকত আলীহঁতে সিহঁতৰ নতুনকৈ সজা পাকঘৰৰ বাৰাণ্ডাৰ খোৱা মেজত বহুত দিন ভাত খাই গৈছে। অৱশ্যে এতিয়াও তাৰ বৰমাক আৰু মাকে মুৰগীৰ আঞ্জাখন ভিতৰৰ চৌকাত ৰান্ধিবলৈ অনুমতি দিয়া নাই, বেলেগে ষ্টোভত ৰান্ধিলে আপত্তি নকৰে। সেইবাবে নজমল হুছেইনৰ পৰিয়ালৰ লগত সি সহজ ভাবেই মিলামিছা কৰিব পাৰিছিল।

সিহঁতৰ পৰিয়ালৰ লগত হোৱা ঘনিষ্ঠতাৰ পিচত নলিনী আৰু জেনিফাৰ বেছিকৈ ওচৰ চাপি গল। নলিনীয়ে নিজে অৱশ্যে পৰিকল্পিত ভাবে প্ৰেমত পৰা নাছিল। কিন্তু চহৰখনত চাকৰি কৰা দুটা বছৰৰ ভিতৰত নাট্য সমাজৰ মঞ্চত সি সাতখনমান নাটকত অভিনয় কৰিবলগীয়া হৈছিল আৰু তাৰ লগত অভিনয় কৰিছিল। ছোৱালীজনীয়ে প্ৰত্যেকটো চৰিত্ৰতে প্ৰাণ ঢালি অভিনয় কৰিছিল আৰু জেনিফাৰৰ সান্নিধ্যত নলিনীয়েও যেন চাৰিত্ৰৰ সৈতে বিলীন হৈ যাবলৈ উৎসাহিত বোধ কৰিছিল। মঞ্চৰ সেই কাল্পনিক জগতখনৰ সান্নিধ্যৰ পৰাই প্ৰকৃত পৃথিবীতো সিহঁত দুয়োটা ওচৰচাপি গল। নলিনীয়ে জানিছিল সেয়া ভাল হোৱা নাই। ইয়াৰ পৰা অসুবিধাৰ বাহিৰে আন একো নহয়। নতুনকৈ অহা এছ ডি অ শৰৎ কুমাৰ গগৈয়ে এদিন তেওঁৰ বঙলালৈ মাতি নি তাক এই সম্পৰ্কে আৰু আগবঢ়াৰ পৰা নিৰস্ত হবলৈ সকিয়াই দিলে। এই ধৰণৰ ব্যক্তিগত কথাত মূৰ সুমুওৱা ভাল হোৱা নাই বুলি গগৈক কলেও নলিনীয়ে গম পাইছিল—তাৰ আৰু জেনিফাৰৰ সম্পৰ্ক চহৰখনৰ মানুহৰ মুখৰোচক আলোচনাৰ বিষয় হৈ পৰিছে। অৱশ্যে মানুহৰ কথালৈ সি সিমান ভ্ৰূক্ষেপ কৰা বিধৰ নহয়। কিন্তু মোটমুটি সংৰক্ষণশীল পৰিয়ালৰ ছোৱালী এজনী হিচাপে জেনিফাৰ কিমান ধৰণৰ বাধাৰ সম্মুখীন হবলগীয়া হব ভাবি নলিনী উৎকণ্ঠিত হৈছিল। সেইবাবে সি জেনিফাৰক সিহঁতৰ সম্পৰ্কৰ তাতে ইতি পেলাবলৈ পৰামৰ্শ দিছিল। কিন্তু

জেনিফাৰে তাক স্পষ্টকৈ কৈছিল, আমাৰ সম্পৰ্ক যদি আপুনি নিজে ভাঙিব খুজিছে তেন্তে কওক মোৰ প্ৰতি থকা আপোনাৰ আকৰ্ষণ যদি কমিছে তেনেহলে কওঁক। কিন্তু মানুহৰ বাবে, আনৰ কথাত আমাৰ সম্পৰ্ক শেষ কৰিবলৈ মই প্ৰস্তুত নহওঁ। মা-বাবাৰ অনুমতি লৈ নাইবা এই চহৰৰ মানুহক সুধি মই আপোনাক ভাল পোৱা নাছিলো। আমাৰ সম্পৰ্ক মানে আপোনাৰ আৰু মোৰ সম্পৰ্ক ইয়াত আকৌ তৃতীয় এজনৰ মাত মতাৰ কি অধিকাৰ আছে? অৱশ্যে এই সম্পৰ্ক চলাই থকাত আপোনাৰ মনত অকণমানো যদি ইতস্ততা আছে তেন্তে কওঁক। আনৰ কথা মোক নকব।

তাৰ পিচত নলিনীয়ে সিদ্ধান্ত লোৱাত পলম কৰা নাছিল। ঘৰলৈ সকলো কথা জনাই সি চিঠি দিছিল। তাৰ চিঠি পায়েই ডাঙৰ দাদাক তাৰ ওচৰ পাইছিলহি। জেনিফাৰৰ লগত সম্পৰ্ক তৎক্ষণাত শেষ কৰিবলৈ তেওঁ নলিনীক আদেশ দিছিল। নহলে পৰিয়ালৰ সৈতে সকলো সম্বন্ধ শেষ যাব বুলি তেখেতে সাবধানবাণী শুনাই গল। তাৰ পৰাই শ্বিলঙলৈ গৈ নলিনীৰ কাছাৰলৈ বদলৰি আদেশ উলিয়াবলৈও তেওঁ দ্বিধাবোধ নকৰিলে। দাদাকৰ সাৱধানবাণী আৰু চৰকাৰৰ বদলিৰ আদেশে তাক সিদ্ধান্ত লোৱাত সহায় কৰিলে। এছ ডি অ গগৈয়েও বোধকৰো নজমল হুচেইনৰ পৰিয়ালৰ তৎপৰতাত চৰকাৰৰ আদেশ পোৱাৰ পিচদিনাই নলিনীক ৰিলীজ কৰি দিলে। জেনিফাৰৰ ওপৰতো বাধা আৰোপ কৰা হল। কলেজলৈ যাবলৈ বাধা দিয়া হল। কিন্তু সকলো বাধা-বিঘিনি নেওচি নলিনী আৰু জেনিফাৰে তেজপুৰলৈ গৈ ৰেজিষ্টাৰী বিয়া কৰিলে।

বিয়াৰ পিচত নলিনী আৰু জেনিফাৰ শ্বিলঙলৈ গুচি যোৱাত দুখন ঘৰৰ বাহিৰে বাকীবোৰ মানুহ কিছুদিন বুৰবুৰাই লাহে লাহে শান্ত হল। সিহঁত যোৱাৰ পিচত নাট্য সমাজৰ ব্ৰীজ খেলাত কথাটো ওলাল। শৰৎ গগৈয়ে নজমল হুছেইনক অকলে পাই সান্ত্বনা দিবলৈ চেষ্টা কৰিলে। হুছেইনে কলে, গগৈ চাহেব, মই কম্যুনেল এংগলৰ পৰা কথাটো বিচাৰ কৰিছো বুলি নেভাবিব। সিহঁত দুয়োটাৰে বয়স কম, আবেগৰ জোৰত সিহঁতে কামটো কৰিলে। কিন্তু ইয়াৰ পিচত সি বাস্তৱতাৰ সম্মুখীন হব লাগিব। আমাৰ পৰিয়ালৰ মানুহে সিহঁতৰ বিয়াখন মানি লব নোৱাৰে। নলিনীৰ ঘৰততো তাক ত্যাজ্য পুত্ৰ কৰিব বুলি শুনিছো। সিহঁত দুয়োটাই অকলে কাৰ কাৰ বিৰুদ্ধে যুঁজ কৰিব, গগৈ চাহেব? এছ ডি অই কলে, আপোনাৰ যুক্তি মই মানিছো মিঃ হুছেইন। কিন্তু কথাবোৰৰ দিশ বহুতো আছে, সেইবোৰ আমি বিচাৰকৰিব লাগিব। আমি দেউতাক, মাক অভিভাৱকসকলে আমাৰ লৰা-ছোৱালীবোৰক ইমান বেছি ৰক্ষা কৰি ৰাখো যে পৃথিৱীৰ বাস্তৱতাৰ বিৰুদ্ধে যুঁজিবলৈ সিহঁতে শক্তি সংগ্ৰহ কৰিবলৈ সুবিধাকে নেপায়। এতিয়া আপোনাৰ ছোৱালী আপোনাৰ ৰক্ষা কবচৰ পৰা বঞ্চিত

হৈছে। নলিনীৰ পৰিয়ালেও আৰু তাক বিপদত সহায় কৰিবলৈ আগবাঢ়ি নাহে। এতিয়া নিজৰ জীৱন যুদ্ধত সিহঁতে অকলেই যুঁজিব লাগিব। যুদ্ধৰ কৌশল নিজেই উলিয়াব লাগিব। যুঁজখনো নিজৰ শক্তিৰে জিকিবৰ চেষ্টা কৰিব লাগিব। আৰু এনেকৈয়ে সিহঁত শক্তিশালী হব, যুদ্ধ জয় কৰিব। আপোনালোকে মনত দুখ পাইছে, নলিনী!ৰ ঘৰতো বেজাৰ পাইছে, আমিও ভাল পোৱা নাই। কিন্তু মই ভাবো এইটো বোধকৰো সিহঁত দুয়োটাৰে ভালৰ বাবেই হৈছে। আমি সিহঁতৰ কাৰ্য সমৰ্থন নকৰিব পাৰো, কিন্তু ঘটনাটো যেতিয়া ঘটিয়েই গল এতিয়া আমি সিহঁতৰ সাফল্যৰ বাবে মনে মনে শুভেচ্ছা জনাবলৈ সৎসাহ গোটাব লাগে হুছেইন চাহেব। সিহঁত সুখী হওঁকচোন।

## [চাৰি]

চহৰৰ পৰা আধা মাইলমান নিলগত যিখন দলং পাভজান নৈৰ ওপৰত সেইখন বৃটিছৰ দিনতে সজা। তাৰ সিপাৰে মৰিশালি। মৰিশালি পাৰ হৈয়ে যিখন বস্তি তাত নেপালী মানুহ কেইঘৰমান, দহঘৰমান প্ৰাক্তন চাহ বনুৱা। তাৰ পিচত কিছুদূৰ মানুহৰ বসতি নাই। পৰিত্যক্ত এটা ইটাৰ ভাতী, এৰাবাৰী এখনৰ পিচতে ৰজাদিনীয়া এটা পুখুৰী। পুখুৰীৰ পৰা দহ গজমান যোৱাৰ পিচতে এটা মছজিদ। তাৰেপৰাই হজৰাপুৰ গাওঁ আৰম্ভ হৈছে। প্ৰথমতে সৰ্বমুঠ চৈধ্যঘৰ মানুহৰে আৰম্ভ হোৱা হজৰাপুৰ গাৱঁৰ বৰ্তমান বাসিন্দা আঢ়ৈশ ঘৰৰ ওপৰ হব। অৱশ্যে সকলোৱেই সেই মূল চৈধ্যঘৰৰে ঠাল-ঠেঙুলি। তাৰ ভিতৰৰে অৱশ্যে সেই এৰাবাৰীৰ মালিকৰ পৰিয়াল চহৰলৈ উঠি গল। সেই পৰিয়ালটোকে হেনো এসময়ত হেজাৰপুৰৰ পৰিয়াল বুলি কোৱা হৈছিল। যাৰ পৰাই গাঁওখনৰ নাম হেজাৰপুৰ হল বুলি কোনো কোনোৱে কয়। তেওঁলাকৰ মাটিতে মছজিদ সজোৱা হৈছিল। হজৰাপুৰ গাৱঁৰ নামৰ উৎপত্তিৰ বিষয়ে পিচত অৱশ্যে এচাম মানুহে বেলেগ এটা মতবাদ উলিয়াইছিল। তেওঁলোকৰ মতে হজৰতপুৰৰ পৰাই অপভ্ৰংশ হৈ হজৰাপুৰ নাম হৈছিল। গাৱঁৰ নামৰ উৎপত্তি যিয়েই নহওক নাইবা আগেয়ে হজৰাপুৰৰ অৱস্থা যেনেকুৱাই নাছিল কিয় আজিৰ হজৰাপুৰ এখন উন্নলি যোৱা গাওঁ। ন-দহঘৰমান মানুহৰ বাহিৰে বাকীবোৰৰ অৱস্থা অতিশয় নিঃকিন। পাভজানৰ দক্ষিণপাৰৰ ঔগুৰিচুকৰ পৰা সিফালে দক্ষিণ-পুৱৰ চাউল কৰা গাৱঁলৈকে এই বিস্তীৰ্ণ অঞ্চলৰ খেতিপথাৰৰ মালিক আছিল হজৰাপুৰৰ সেই মূল চৈধ্যটা পৰিয়াল। এহেজাৰ পূৰা মাটিৰ মালিক বাবেই হেনো সেইটো

পৰিয়াল হেজাৰপুৰ নামৰে জনাজাত হৈছিল। পৰিয়ালৰ মানুহৰ সংখ্যা বৃদ্ধি আৰু যৌথ পৰিবাৰ ব্যৱস্থাৰ দ্ৰুততৰ ভাঙোনৰ ফলত আৰু মাটিৰ মালিকানাৰ খণ্ডনৰ ফলত খেতিয়কৰ ভাগত মাটি কম পৰিবলৈ ধৰিলে। পিচৰ প্ৰজন্মৰ মানুহখিনিৰ শ্ৰমবিমুখতা আৰু মাটিৰ প্ৰতি থকা মৰমৰ ভাটাৰ বাবে আৰু ঘাইকৈ নগদ প্ৰাপ্তিৰ মোহত মাটিৰ বিক্ৰী আৰম্ভ হৈ গল। এতিয়াতো গাৱঁৰ কেইঘৰমানৰ ভেটিৰ মাটিখিনিৰ বাহিৰে মাটিয়েই নাই।

যুগ যুগ ধৰি সংযুক্ত হৈ থকা কৃষি বৃত্তিৰ পৰা বিচ্ছিন্ন হৈ পৰা এই মানুহখিনিৰ এটা চামে কাষৰে চহৰলৈ অহা শিল্প উদ্যোগৰ প্ৰসাৰৰ লগত নিজকে খাপ খুৱাই লবলৈ চেষ্টা কৰিলে। চহৰৰ নতুন নতুন কল-কাৰখানাত সৃষ্টি হোৱা সৰু-সুৰা অলপ দক্ষ আৰু অদক্ষ চাকৰিত সোমাই গল। অৱশ্যে সেইখিনি মানুহ আছিল সৰ্বমুঠ মানুহৰ এটা সৰু অংশ। সৰহভাগেই কিন্তু পৰিবৰ্তিত সময় আৰু পৰিবেশৰ সৈতে নিজকে খাপ খুৱাই লবলৈ সমৰ্থ নহল। শিক্ষা-দীক্ষা নথকা অথচ কায়িক পৰিশ্ৰমৰ প্ৰতিও বিমুখ সৰহখিনি মানুহ হৈ পৰিল নিষ্কৰ্মা, অলস আৰু কলহপ্ৰিয়। ডেকালৰাবোৰে কাম-কাজ নকৰি চাহ দোকানৰ সন্মুখত চুৰট হুপি হুপি কথাছবিৰ নায়ক-নায়িকাৰ বিষয়ে মুখৰোচক আলোচনা কৰিয়েই জীৱন ধন্য মনাকে সাৰোগত কৰিলে। চিনেমা চাবলৈ পইচা যোগাৰ কৰিব নোৱাৰি ডেকালৰাহঁতে প্ৰথমতে নিজৰ ঘৰৰ পৰা আৰু পিচলৈ গাৱঁৰ আন মানুহৰ বাৰীৰ তামোল-পাণ আৰু ফল-মূল, শাক-পাচলি চুৰ কৰি চহৰৰ বজাৰত বিক্ৰী কৰে। ডাঙৰ সকলে উপাৰ্জনৰ বাট বিচাৰি নাপাই নানা ধৰণৰ অসামাজিক কামত ইচ্ছা নথকাকৈয়ে লিপ্ত হৈ পৰে। মহিলাক ঘৰৰ বাহিৰ হবলৈ বাধা দিয়া এইখন সমাজতে ব্যাপকভাবে নহলেও দেহাৰ ব্যৱসায় লাহে লাহে আৰম্ভ হয়। নিবনুৱা যুৱকসকলৰ দুই-এজনে চোৰাং মদৰ ব্যৱসায়ৰ জৰিয়তে নিজৰ ভাগ্যৰ পৰিবৰ্তন সাদিবলৈ যত্ন কৰে। সেইবোৰ কামৰ পৰাই হওক নাইবা অন্য সৎ উপায়ে দুপইচা উপাৰ্জন কৰিবলৈ সক্ষম হোৱাৰ লগে লগেই ডেকাহঁতৰ বাবে বিয়া কৰাৰ প্ৰয়োজন অতি প্ৰয়োজনীয় হৈ পৰে। বিয়াৰ পিচত ডেকা বেলেগ হৈ যায়, নতুন পৰিয়াল, নতুন সমস্যাৰ জন্ম হয়।

ঘাইকৈ আৰ্থিক কাৰণতে আৰু অভিভাৱকসকলৰ অমনোযোগিতা আৰু লৰা-ছোৱালীৰ পৰিশ্ৰম-বিমুখতাৰ বাবেই গাৱঁৰ লৰাৰ সৰহভাগেই ক্লাছ ছেভেন-এইটৰ পৰাই স্কুল এৰে। ছোৱালীখিনিৰ প্ৰায়োবোৰেই হাইস্কুল নাপায়েই। বেমাৰী খিংখিঙীয়া স্বভাৱৰ মাকহঁতক ঘৰুৱা কাম-কাজত সহায় কৰা আৰু বছৰে বছৰে জন্ম পাই থকা ভায়েক-ভনীয়েকহঁতৰ চোৱাচিতা কৰা আদি কামত লাগি থাকোতেই ছোৱালীবোৰ বয়সতকৈ আগতেই ডাঙৰ হৈ যায়। যিবোৰক বাপেক-মাকহঁতে দস্তুৰমতে বিয়া দি

উলিয়াই দিব পাৰে, দিয়ে। বাকীখিনিৰ মাজৰ যিকেজনী দেখাই-শুনাই ভাল সেইকেইজনীক হয় গাৱঁৰে নহলে গাৱঁৰ কাষৰ উৎসাহী ডেকাই পৰিয়ালৰ অজ্ঞাতে আৰু কেতিয়াবা তেওঁলোকৰ নীৰৱ অনুমোদনেৰে লৈ গৈ বিয়া কৰে। টাউনৰ মাৰোৱাৰীৰ গোলাৰ সন্মুখৰ বাৰাণ্ডাত গাৱঁৰে কেইজনমানে তক্তাপোচ আৰু চিলাইকল লৈ কাপোৰ চিলাই কৰি সংসাৰ চলোৱাৰ চেষ্টা কৰে। দুজনমানে বিভিন্ন ঠাইলৈ চাইকেল মাৰি গৈ দমকল বহুওৱাৰ কাম কৰে। কেইজনমানে কাঠৰ মিস্ত্রি আৰু পকা মিস্ত্রিৰ কাম কৰে। ডেকালৰাহঁতৰ বহুতে তেওঁলোকৰ তলত শিক্ষানবিচী কৰে। যিবোৰ ডেকালৰাই সজ উপায়ে নিজক কায়িক শ্রমৰ বিনিময়ত জীৱিকা নির্বাহৰ চেষ্টা কৰে সিহঁতৰ উপস্থিতিৰ বিষয়ে গাৱঁৰ বাহিৰত কথাই নাই গাৱঁৰ ভিতৰতো মানুহে উমানকে নাপায়। সিহঁতে ঘৰত দুই এটা কাম কৰে, বাহিৰত নিজৰ বৃত্তিৰে উপাৰ্জন কৰে, নিতৌ নহলেও শুকুৰবাৰে গাৱঁতে হওক কর্মস্থলিতে হওক জুম্মাৰ নামাজ পঢ়ে। সিহঁতে নিজে ঠগ খায়, কিন্তু আনক কেতিয়াও নঠগে। ইহঁতে কাৰো দৃষ্টি আকর্ষণ নকৰে। কিন্তু চিনেমা হলৰ টিকটৰ বাবে আনৰ বাৰীৰ বস্তু-বেহানি চুৰ কৰা, চিনেমা হলত টিকেটৰ কলা বজাৰ কৰা, চোৰাং চুলাই মদৰ বেপাৰত সহায় কৰা, কেইটামান লৰাৰ বাবেই গাওঁখন গোটেইখনতে কুখ্যাত। কাছাৰীৰ আগৰ চাইকেল চুৰি হলে পুলিচে আন ঠাইৰ লগতে গাৱঁৰ হাফিজা চাইকেল মার্টত খানাতালাচী নকৰাকৈ নেৰে।

ব্যতিক্রমো ঘটে। ধনবাপ আলীৰ চিলাই কামৰ হাত-যশ গোটেই চহৰখনতে জনাজাত আছিল। বিশেষকৈ গৰম কাপোৰ চিলাই কৰাৰ কামত বহুত বছৰলৈকে ধনবাপৰ সুখ্যাতি আছিল। কিন্তু দুটা কাৰণত গ্ৰাহকে তেওঁৰ ওচৰলৈ আহিবলৈ সংকোচবোধ কৰিছিল। প্রথমটো— সন্ধিয়া এটা সময়ৰ পিচত ধনবাপৰ সুৰাসক্তি। দ্বিতীয়টো হৈছে সময়মতে কাম কৰি দিব নোৱাৰাৰ বদনাম। প্রথমটোৱে গ্ৰাহকক বিশেষ অসুবিধা নকৰিলেও দ্বিতীয়টোৰ বাবে পিচলৈ ধনবাপৰ গ্ৰাহকৰ লগত দুর্ঘোৰ কাজিয়া হৈছিল। আগৰ বছৰ অর্ডাৰ দিয়া গৰম কাপোৰৰ চুট কাটি-মেলি ভালকৈ বান্ধি-কুন্ধি পিছৰ বছৰত চিলাবলৈ লোৱা ধনবাপৰ বাবে অস্বাভাৱিক নাছিল। আগৰ চাম গ্রাহকে ধনবাপৰ কর্মকুশলতাৰ সন্মান জনাই তেওঁৰ এই দোষক প্রশ্রয় দিছিল যদিও পিচৰ চামে ক্রমাৎ তেওঁক পৃষ্ঠপোষকতা কৰিবলৈ এৰি দিছিল। ইতিমধ্যে ধনবাপৰ ব্যক্তিগত জীৱনত উপৰ্য্যুপৰি কেইটামান দুর্যোগ আহি পৰে। পাঁচোটা সন্তানৰ মাতৃ তেওঁৰ পত্নীৰ দীর্ঘদিনৰ অসুখৰ পিচত মৃত্যু হয়। ধনবাপৰ ডাঙৰ লৰাই স্থানীয় ব্যৱসায়ী এজনৰ ট্ৰাক চলাইছিল। তিনিচুকীয়াৰ পৰা গুৱাহাটীলৈ মাল কঢ়িয়াই নিয়া ট্রাকখন জাগীৰোডৰ কাষত দুর্ঘটনাত পৰে আৰু তাতে ধনবাপৰ

লৰাজনৰ মৃত্যু হয়। লৰা-ছোৱালীকেইটাক লৈ তেওঁৰ অসুবিধা হ'ব বুলি গাৱঁৰ মানুহে জোৰ কৰাত ধনবাপ আলী দ্বিতীয়বাৰৰ বাবে বিবাহপাশত আৱদ্ধ হয়। ইয়াৰ পৰা ধনবাপৰ জীৱনলৈ দুৰ্যোগ আহিলে তাত আচৰিত হবলগীয়া একো নাই। দ্বিতীয় বিবাহৰ পিচৰ ছটা বছৰত ধনবাপৰ দ্বিতীয় পত্নীয়ে অনেক সমস্যাৰ লগতে আৰু চাৰিটা লৰা-ছোৱালী তেওঁক উপহাৰ দিয়ে। ইমানখিনি মানুহৰ আহাৰৰ উপৰিও তেওঁৰ মদৰ দৈনিক কোটা যোগাৰ কৰাত ধনবাপে অসুবিধা পাবলৈ ধৰিলে। তেওঁৰ গ্ৰাহকৰ সংখ্যাও লাহে লাহে কমি আহিবলৈ ধৰিলে।

তেওঁৰ সজাগ আৰু সুস্থ অৱস্থাত ধনবাপ আলীয়ে তেওঁৰ ঘৰত মৰিয়মৰ নিচিনা এজনী ছোৱালীৰ জন্ম দিয়াৰ বাবে দোষ দিয়ে। নিজৰ পৰিয়ালৰ কথাই নাই গাৱঁৰ অন্য লৰা-ছোৱালীতকৈ বেলেগ স্বভাৱৰ মৰিয়মে নানান অসুবিধাৰ মাজতো নিজৰ পঢ়া-শুনাক কেতিয়াও অৱহেলা নকৰিছিল। গাৱঁৰ যিখন প্ৰাইমাৰী স্কুলৰ পৰা তাইৰ আগেয়ে প্ৰায় সাত-আঠ বছৰ বৃত্তি পৰীক্ষালৈ কোনো লৰা-ছোৱালী পঠিওৱা নাছিল সেইখনৰ পৰাই মৰিয়মে অকল বৃত্তি পোৱাই নহয়, জিলাখনৰ ভিতৰতে চতুৰ্থ হৈছিল। অথচ তাইক লিখা পঢ়া, চোৱাচিতা কৰিবলৈ নাইবা দিহা-পৰামৰ্শ দিবলৈ গাৱঁত কোনো নাছিল। স্কুলতে শিক্ষকে যিখিনি পঢ়ুৱায় তাৰ ওপৰত ভিত্তি কৰি তাই পৰীক্ষা দিয়ে। বৃত্তি পৰীক্ষাৰ পিচতে তাইৰ মাক ঢুকাইছিল। আৰু অলপ দিনৰ পিচতে বাপেকে পুনৰ বিয়া পাতিছিল। মাহীমাকে একো কোৱা নাছিল যদিও আত্মীয়-স্বজন আৰু গাৱঁৰ মানুহে তাইক হাইস্কুললৈ পঠিয়াবলৈ বাধা দিছিল। হেৰ' ধনবাপ, আমাৰ ছোৱালী আৰু পঢ়ি-শুনি জজ-মনচুপ হব নালাগে দে। অসমীয়াখিনি পঢ়িব লিখিব পৰা হল, কুৰান-শ্বৰীফ তোৰ ছোৱালীয়ে পঢ়িব পাৰে বুলি তই কৈছই, এতিয়া তাইক টাউনৰ হাইস্কুললৈ পঠিয়ালে পিচত চম্ভালিবলৈ টান পাবি। ধনবাপৰ চিন্তাত খেলি-মেলি লাগিছিল। পঢ়াৰ বাবে জীয়েকৰ অদম্য হেঁপাহৰ টেটু চেপিবলৈ তাৰ মন যোৱা নাছিল। কিন্তু গাৱঁৰ মানুহৰ পৰামৰ্শ উলাই কৰিবলৈও তাৰ সাহ হোৱা নাছিল। কিন্তু মৰিয়মৰ স্কুলৰ হেড পণ্ডিতে আহি ধনবাপক বুজালে, ইমান ভালকৈ পাছ কৰা ছোৱালীজনীক তুমি নপঢ়াবা কেলৈ? ডাঙৰ মানুহৰ লৰা-ছোৱালীয়ে ৰিজাল্ট বেয়া কৰিও হাইস্কুল কলেজত পঢ়ে। তোমাৰ ছোৱালীক আল্লাই বেলেগ মগজ দিছে, অকণমান যত্ন কৰিলেই তাই খুব ভাল কৰিব। তাইক তুমি পঢ়াবই লাগিব। ঘাইকৈ তেখেতৰ সকিয়নি আৰু মৰিয়মৰ অদম্য ইচ্ছাৰ বাবেই ধনবাপে তাইক টাউনৰ হাইস্কুলত নাম লগাই দিলে।

ঘৰতো আৰু বাহিৰতো ভীষণ প্ৰতিকূল পৰিবেশৰ মাজতো মৰিয়মে নিষ্ঠা সহকাৰে পঢ়া-শুনা কৰি গল। স্কুললৈ অহা-যোৱাৰ বাবে নতুবা স্কুলৰ পঢ়া-শুনাৰ

বাবে ঘৰত সময় কটাই ঘৰুৱা দায়িত্ব অৱহেলা কৰা বুলি মাহী মাক বা আন কোনোবাই অপবাদ দিয়ে বুলি তাই ঘৰৰ কৰিবলগীয়া সকলো কাম শেষ কৰিহে স্কুলৰ কিতাপ পত্ৰত হাত দিছিল। তথাপি স্কুলৰ পৰীক্ষাবোৰত তাই ভাল ফল দেখুৱাব পাৰিছিল। স্কুলৰ দুই এগৰাকী শিক্ষক-শিক্ষয়িত্ৰীয়ে পঢ়াৰ প্ৰতি থকা তাইৰ ধাউতি দেখি তাইৰ প্ৰতি অলপ যত্ন লৈছিল। তেখেত সকলৰ সেই মনোযোগ আৰু প্ৰশ্ৰয়ৰ বাবে মৰিয়ম অভিভূত হৈছিল অনুপ্ৰাণিত হৈছিল। তাই বেছি পৰিশ্ৰম কৰিছিল। তাৰ ফল স্বৰূপে মেট্ৰিক পৰীক্ষাত তাই ভাল ফল দেখুৱাইছিল। ভূগোল আৰু গাৰ্হস্থ্য বিজ্ঞান আৰু গণিতত লেটাৰ লৈ তাই প্ৰথম বিভাগত উত্তীৰ্ণ হৈছিল। তাইৰ ৰিজাল্টৰ পিচত ধনবাপ আলীৰ ঘৰত আকৌ শুভাকাংক্ষীৰ আগমন হল। গাৱঁৰ বায়োজ্যেষ্ঠসকলে তাক বুজালে হেৰ, ধনবাপ আমাৰ কথা নুশুনি জীয়েৰক হাইস্কুল পাছ কৰালি। এতিয়া কিন্তু লেগাম ধৰ। তাই কলেজত পঢ়িবলৈ বিচাৰিব। তই ঢিলাই দিলে পিছে নচলিব। ছোৱালী হাইস্কুলত বাৰু যেনতেন! এতিয়া কলেজত পঢ়িবলৈ হলে বাৰেমিহলি লৰাৰে সৈতে একেলগে পঢ়িব লাগিব। আমাৰ টাউনৰ নিজাম ডাক্তৰৰ জীয়েকৰ কিচ্ছা শুনিছিলিয়েই বোধকৰো। সেইবোৰ ডাঙৰ মানুহৰ কথা, ছোৱালী ধৰি আনি মোমায়েকৰ তাত থৈ আন ঠাইত বিয়া দিলে, খতম। আমি জানো তেনে কৰিব পাৰিম। ছোৱালী মানুহ পৰ্দাৰ পৰা ওলালেই মানে পাখি গজিল বুলি ধৰ। ভালক বুলিহে কৈছো, তাইক আৰু নপঢ়াবি। মাজগাৱঁৰ সোনাই ঠিকাদাৰৰ লৰাৰ লৈ ছোৱালী বিচাৰিছে, আমাৰ এওঁ মৰিয়মৰ কথা কৈছিল। সিহঁতে হেনো ছোৱালী দেখিছেও। লৰাৰ পঢ়া-শুনা নাই কি হল? টাউনত গেলামালৰ ডাঙৰ দোকান আছে। তই যদি ৰাজী হৱ, মই কথা আগ বঢ়াব পাৰিম। কিন্তু মাষ্টৰে আকৌ ধৰিলে— মৰিয়মক কলেজত পঢ়াবই লাগিব। ধনবাপে পা-পইচাৰ অভাৱৰ কথা উলিওৱাত তেওঁ কলে, ঠিক আছে, কলেজত ভৰ্তি হবলৈ যি খৰচ লাগে মই দিম। মাহিলী ফিজটোও বাৰু মই দিম। আৰু কাপোৰ-কানি, খোৱা-বোৱাঁৰ খৰচটো তাই কলেজতে পঢ়ক বা ঘৰতে থাকক তুমি ভৰিবই লাগিব। তাৰ উপৰিও কলেজত পঢ়িবৰ বাবে জীয়েকৰ জেদৰ বাবে ধনবাপে তাইক কলেজত ভৰ্তি কৰিবলৈ বাধ্য হল।

কলেজতো মৰিয়মে ৰিজাল্ট ভালেই কৰিলে। সিহঁতৰ কলেজত তেতিয়া কোনো বিষয়তে অনাৰ্ছ খোলা নাই। তথাপি নিজৰ পৰিশ্ৰম আৰু কলেজৰ কেইজনমান শিক্ষকৰ সস্নেহ যত্নত মৰিয়মে বি-এ ত ডিষ্টিংশ্যান লৈ পাছ কৰি হজৰাপুৰত ইতিহাসৰ সৃষ্টি কৰিলে। গাৱঁৰ ভিতৰতে তায়েই প্ৰথম মেট্ৰিক পাছ কৰা ছোৱালী আছিল, এতিয়া প্ৰথম গ্ৰেজুৱেট হল—লৰা আৰু ছোৱালী সকলোৰে মাজত। ইপিনে ধনবাপৰ

সংসাৰলৈ দুৰ্যোগ আহিল। অত্যধিক মদ্যপান আৰু আৰ্থিক অনাটনত তাৰ স্বাস্থ্য ইমানেই বেয়া হল যে চহৰলৈ গৈ দৰ্জি কাম কৰিব নোৱাৰা হল। মাজু ছোৱালীজনীয়ে গাৱঁৰে ধিতিঙা লৰা এটাৰ লগত পলাই গৈ বিয়া পাতিলে। তিনি নম্বৰ লৰাটোৱে বাপেকৰ চিলাই কলটো লৈ বজাৰৰ দোকান এখনৰ বাৰাণ্ডাত দৰ্জিৰ দোকান খুলি সংসাৰত সহায় কৰিবলৈ চেষ্টা কৰিলে। মৰিয়মেও বি-এ পাছ কৰি স্থানীয় অফিচ এটাত এল-ডি এছিষ্টেণ্টৰ চাকৰিত সোমাল। তাত দুবছৰমান কাম কৰাৰ পিচতে মনোৱাৰ আলীৰ লগত তাইৰ চিনাকি হল। একেটা কাৰ্যালয়তে কাম কৰা এজন বিষয়া আৰু এগৰাকী কৰ্মচাৰীৰ মাজত সাধাৰণ সৌজন্যমূলক পৰিচয়ৰ বাহিৰে অন্য সম্পৰ্ক হোৱাৰ কথা নহয়। তদুপৰি মনোৱাৰ আৰু মৰিয়ম দুয়োটাই কম-বেছি পৰিমাণে অন্তৰ্মুখী। প্ৰয়োজনতকৈ বেছি কথা-বতৰা কোৱা নাইবা অফিচৰ বাহিৰলৈ গৈ মানুহৰ লগত হলিগলি কৰা দুয়োটাৰে স্বভাৱৰ বহিৰ্ভূত। তাৰ মাজতো এনে ধৰণৰ সম্পৰ্ক গঢ়ি উঠে। ফাইল লৈ তাৰ কোঠাত সোমাওঁতে অফিচৰ কথাৰ উপৰিও দুই এটা ব্যক্তিগত কথা সোধা আদিৰপৰাই গৈ গৈ সিহঁতৰ সম্পৰ্ক আৰু ওচৰ চাপে আৰু এটা সময়ত দুয়োটাই উপলব্ধি কৰে যে সিহঁতে দুয়োটাই ইটোৱে সিটোক জীৱন সংগী ৰূপে পাবলৈ বিচাৰে। কিন্তু বিচাৰিলেই সকলো পোৱা নেযায়। কিছুমান বস্তু পাবলৈ হলে আন কিছুমান বস্তু ত্যাগ কৰিব পাৰিব লাগিব।

মনোৱাৰ যেনেকুৱা পৰিয়ালৰ পৰা আহিছে তেনেকুৱা পৰিয়ালৰ লৰাই ধনবাপ আলীৰ দৰে পৰিয়ালৰ ছোৱালী সাধাৰণতে বিয়া নকৰে; অকল সামাজিক প্ৰতিষ্ঠা বা অৰ্থনৈতিক তাৰতম্যৰ কথাই মুখ্য নহয় আৰু বহুতো সমস্যা থাকে। এইবোৰ কথা মনোৰ পৰিয়ালৰ মানুহে তাক বুজাবলৈ চেষ্টা কৰিছিল। বিয়া-বাৰুৰ ক্ষেত্ৰত অন্য বহুতো কথাৰ লগতে ইংৰাজীত যাক কম্পেটিবিলিটী বুলি কয় সেইটোৰ প্ৰতিও মনোযোগ দিয়া বৰ প্ৰয়োজন। এটা লৰা বা এজনী ছোৱালীৰ সম্পূৰ্ণ ব্যক্তিত্ব, জীৱন সম্বন্ধে তাৰ বা তাইৰ দৰ্শন—এইবোৰ হঠাতে হৈ যোৱা বস্তু নহয়। তাৰ বা তাইৰ পৰিয়ালৰ ঐতিহ্য, পাৰিবাৰিক সামাজিক পৰিমণ্ডল—এইবোৰেও মানুহক প্ৰভআৱিত কৰে। বি-এ বা এম-এ পাছ কৰিলেই বুলিলেই মানুহ বেলেগ হৈ নেযায়, যাব নোৱাৰে। সেইদৰে মৰিয়মকো সিহঁতৰ সম্পৰ্কৰ পৰা হব পৰা খেলিমেলিৰ বিষয়ে তাইৰ শুভাকাংক্ষী সকলে তাইক সাৱধান কৰি দিছিল। এনেইতো বাৰু আমাৰ মাজত তফাৎ নাই। কিন্তু সেই বুলি মনোৱাৰ আলীৰদৰে চহকী, সম্ভ্ৰান্ত পৰিয়ালৰ সৈতে আমাৰ দৰে সাধাৰণ মানুহৰ মিলনো বাৰু কত আছে? আজি সি জোৱানীৰ জোখত পৰি তোক বিয়া কৰাম বুলি ওলাইছে হয়, কিন্তু তাৰ পৰিয়ালতো এই বিয়া মানি নলব। আৰু সিও যদি পিচত জোখ কমি গলে তোক আমনি পাবলৈ

ধৰে, তেতিয়া তই কত যাবি? তাৰোপৰি এই ঘৰখনৰ প্ৰতিওতো তোৰ দায়িত্ব আছে। এই বুঢ়া বেমাৰী বাপেৰটোৱে ইমান কষ্ট কৰি তোক পঢ়াই শুনাই মানুহ কৰিলে। এতিয়া তই যদি স্বাৰ্থপৰৰ দৰে সকলোকে এৰি গুচি যাৱ তেন্তে গুণাহৰ ভাগী নহবি জানো?

মুঠতে দুয়ো পক্ষৰেপৰা সিহঁতৰ বিয়াৰ প্ৰতি দুৰ্ঘোৰ আপত্তি আছিল। বিয়াৰ দৰে এটা শুভ কামত দুয়োটাৰে নিজৰ মানুহৰে ইমান আপত্তিৰ বাবে মৰিয়ম বিচলিত হৈছিল। দোৱাৰ সলনি বদদোৱা, আশীৰ্বাদৰ ঠাইত অভিশাপ লৈ আগবাঢ়িলে সিহঁতৰ যৌথ জীৱন সুখময় নহব পাৰে বুলি তাইৰ মনত আশংকাৰ সৃষ্টি হৈছিল। মনোৱে তাইক বুজাইছিল—দোৱা-বদদোৱা এইবিলাক মানুহে সৃষ্টি কৰি লোৱা সংস্কাৰ। এখন সংসাৰৰ মূল ভেটিটো হৈছে আৰ্থিক। থাকিবৰ বাবে মূৰৰ ওপৰত যদি এখন চাল থাকে, দুবেলা দুমুঠি ভালকৈ খাবৰ বাবে যদি আৰ্থিক সংগতি থাকে তেন্তে এহাল মানুহে জনবসতিবিহীন মৰুভূমিতো সুখত থাকিব পাৰিব। আৰু তোমাৰে মোৰে মাজত যদি প্ৰেম থাকে, আস্থা থাকে তেন্তে দুনিয়াৰ সমস্ত সমস্যাৰ বিৰুদ্ধে যুজিবলৈ আমি সমৰ্থ হম। প্ৰথমতে আমি নিশ্চয় অসুবিধা পাম, আমাৰ আপোন মানুহে কিছুদিন আমাক জুলুম দিব। কিন্তু মৰিয়ম তুমি চাবা, পিচলৈ মানুহবোৰৰ ভাগৰ লাগিব। চিন্তা কৰিবলৈ তেওঁলোকে নতুন বিষয় পাব, আমাক লাহে লাহে পাহৰি যাব। অকল সিমান দিনলৈকে নহয়, তাৰ বহুত পিচলৈকে আমাৰ মনোবল পিছে অটুট থাকিব লাগিব। আশংকাত মৰিয়মৰ শৰীৰ কঁপি উঠিছিল। তাৰ হাতত হাত থৈ তাই মনোৱাৰক সুধিছিল, মই পাৰিম জানো, হয়? লাহে লাহে তাইৰ হাতত থপৰিয়াই তাইক আশ্বস্ত কৰিবলৈ মনোৱে কৈছিল, পাৰিবাতোন, নিশ্চয় পাৰিবা। ইতিমধ্যে তুমি বহুতো সংগ্ৰামত জয়ী হৈ আহিছা বাবেহে মই জানো এইবাৰো তুমি জয়ী হবা।

অনেক আশংকা মনত লৈ সিহঁতে বিয়া পাতিছিল। মনোৱাৰে তাৰ আগেয়ে এটা চৰকাৰী ঘৰ পাইছিল। পৰিয়ালৰ সকলোৱেই সিহঁতৰ বিয়া বয়কট কৰিছিল। বাপেকেতো সিহঁত ঘৰলৈ যাওঁতে তাক মুখৰ আগতে কোৱাৰ উপৰিও চিঠিত লিখিতভাবে জনাই দিছিল—ঘৰৰ লগত সম্পৰ্ক নেৰাখিলে তেখেতে ভাল পাব। আনকি জেহিৰ আহমদেও পৰিবাৰক লৈ তাৰ ঘৰলৈ আহি তাক বিয়াখন নেপাতিবলৈ বুজাইছিল। গতিকে বিয়াত দাৱাত দিয়া সত্বেও তেওঁলোকৰ ঘৰৰ পৰা কোনো অহা নাছিল। মাত্ৰ বিয়াৰ দিনা পুৱা এটা উপহাৰ পঠিয়াই দিছিল, উপহাৰৰ লগত কোনো ধৰণৰ শুভেচ্ছা বাণী নাছিল। কিন্তু অফিচৰ মানুহখিনিয়ে আৰু টাউনৰ তাৰ লগত ইমান দিনে সদ্ভাৱ হোৱা মানুহখিনিয়ে দেহেকেহে খাটি দিছিল। আচলতে জেপৰ

পৰা পইচা উলিয়াই দিয়াৰ বাহিৰে মনোৱাৰে বিশেষ কষ্ট কৰিবলগীয়া হোৱা নাছিল। আবেলিৰ ভাগতে ছাব ৰেজিষ্ট্ৰাৰ ভাগৱতীক মাতি আনি ৰেজিষ্ট্ৰাৰীৰ বন্দোবস্ত কৰাৰ পৰা মগৰীবৰ পিচত বুঢ়া মছজিদৰ ইমাম চাহেবক মাতি আনি নিকাহৰ ব্যৱস্থা কৰা, প্ৰায় ডেৰশ দুশ অভ্যাগতৰ আপ্যায়নৰ যোগাৰ কৰা আদি সকলো কাম তেওঁলোকে স্বেচ্ছাই মূৰ পাতি লৈছিল। মৰিয়মে আগদিনাখনেই নিজৰ ঘৰৰ পৰা ওলাই আহিছিল। সিহঁতৰ অফিচৰে একাউণ্টেণ্ট শইকীয়াই তাইক তেওঁৰ ঘৰলৈ নি ৰাখিছিল। তেওঁৰ নিজৰে কলেজত পঢ়া দুজনী জীয়েক আছিল। অৱশ্যে ৰেজিষ্ট্ৰেশ্যনৰ আগেয়ে তাইক মনোৱাৰে ঘৰটোলৈকে অনা হৈছিল। সকলো কাম শেষ কৰি সকলো মানুহ যেতিয়া সিহঁত দুয়োকে অকলে কোঠাত এৰি গৈছিল তেতিয়া মৰিয়মৰ চকুপানী ওলাইছিলেই—আনকি মনোৱাৰৰ চকু দুটাও সেমেকি উঠিছিল। সি তাইক বুকুত সাৱটি ধৰি কৈছিল, চোৱা আমাক সহায় কৰা এই মানুহখিনিৰ মনৰ দোৱা আমাৰ ওপৰত নাই জানো? দুয়োখন হাতেৰে তাক জোৰেৰে ধৰি মৰিয়মে থোকাথুকি মতেৰে কৈছিল, সঁচা দুনিয়াত ইমান ভাল মানুহ আছে বুলি মই সপোনতো ভবা নাছিলো।

## [পাঁচ]

বিয়াখনৰ কথা-বতৰা দুবছৰমানৰ আগৰে পৰাই চলি আছিল। ৰমজানৰ বাপেক তেতিয়া বেমাৰত পৰা নাই। ৰমজানৰ বিয়াৰ বাবে চাৰি বছৰমানৰ আগৰে পৰাই খদমদম লগাই আছিল। পুলিচৰ এ-এছ আইৰ চাকৰিৰ বাবে দেৰগাৱঁলৈ ট্ৰেইনিং লবলৈ যাওঁতেই বুঢ়াই ঘৰত ঘোষণা কৰিছিল—ট্ৰেইনিং শেষ কৰাৰ পিচতে তাৰ নাকত জৰি লগাই দিব লাগিব। জোৱান লৰা, কত কাৰ বাৰীত সোমাই ঘাঁহ খাব, কোনে কব পাৰে। ৰমজানে মাক মোমায়েক ককায়েকহঁতক কাকুতি কৰি দুবছৰমান বাট চাবৰ বাবে বাপেকক সৈমান কৰাইছিল। দুবছৰৰ আগেয়ে ৰমজানে হাইলাকান্দিত চাকৰি কৰি থাকোঁতেই বাপেকে ডাঙৰ ককায়েকৰ হতুৱাই চিঠি লিখাই তাক জনাই দিছিল, ববাই তোৰ বাবে ছোৱালী চাইছে। কেবাঠাইৰো পৰা খবৰ পাইছে, এতিয়াও খাটাং ফয়চলা কতো হোৱা নাই। কৰবাত কিবা এটা হলেই তোক জনোৱা হব। তই ডেৰমাহ দুমাহমানৰ ছুটী লৈ আহিব লাগিব। পইচাৰ বাবে চিন্তা কৰিবলৈ ববাই মানা কৰিছে। আল্লাই কৰিলে চব যা-যোগাৰ হৈ যাব। তই মানুহটো ভালে কুশলে আহিলেই হব বুলিছে। সেইবোৰ চলি থাকোতেই বুঢ়া বেমাৰত পৰিল। ৰমজানৰ বিয়াৰ কথা

কিছু দিনলৈ তল পৰিল। তাৰ পিচত এমাহৰ ছুটী লৈ সি ঘৰলৈ আহিল হয়, কিন্তু বিয়াৰ বাবে নহয়। প্ৰায় তিনিমাহ অসুখত ভুগি, ওচৰৰ চহৰৰ আৰু ডিব্ৰুগড় মেডিকেলৰ চিকিৎসক সকলৰ চেষ্টা ব্যৰ্থ কৰি বুঢ়াৰ ইন্তেকাল হল। তালৈ টেলিগ্ৰাম কৰা হৈছিল যদিও সি নাপালেহি।

দেউতাকৰ বছৰেকীয়া ভোজৰ সময়ত সি ঘৰলৈ আহোঁতে ককায়েকহঁতে আকৌ তাৰ বিয়াৰ কথা উলিয়ালে। সি তেওঁলোকক কলে, তহঁতি যি ভাল দেখ কৰ। মোক খালি দুমাহমানৰ আগেয়ে খবৰ দিবি। নহলে ছুটী পাবলৈ মস্কিল হব। সেইমতে কাম হল। সিহঁতৰ গাৱঁৰ পৰা সাত মাইল দূৰৈৰ কৰ্দৈগুৰিৰ মৰহুম হাজী নচিৰুদ্দিনৰ পুতেক খবিৰুল্লাৰ সৰু জীয়েক মাইচেনা বেগমৰ লগত তাৰ বিয়াৰ বন্দোবস্ত হল। বিয়া খাটাং কৰাৰ আগেয়ে অৱশ্যে ছোৱালী চাই পছন্দ কৰি যাবলৈ ককায়েকে তালৈ লিখিছিল। ৰমজানে লিখি পঠিয়ালে ৰাজমাইৰ বজাৰত হালোৱা গৰু কিনাৰ নিচিনাকৈ ছোৱালী চাই পছন্দ-অপছন্দ কৰিবলৈ তাৰ সময় নাই, ইচ্ছাও নাই। তহঁত মূৰব্বীবোৰে চাই-চিতি যি ভাল দেখ কৰিবি। বিয়াৰ আগেয়ে ফুৰ্চুৰি কামত লাগি খৰচ কৰিবলৈ মোৰ ছুটীও নাই পা-পইচাও নাই। সেইমতেই বন্দোৱস্ত হল ছুটী লৈ গুৱাহাটীত ঘৰৰ মানুহৰ বাবে গুৱাহাটীতে ইটো-সিটো বজাৰ কৰি বিয়াৰ চাৰিদিনৰ আগেয়ে ৰমজান ঘৰ পালেহি। সিহঁতৰ ঘৰত ইতিমধ্যে খদমদম লাগি গৈছিল। ওপৰত টিনৰ চালৰ কেঁচা মজিয়াৰ ঘৰখন মাকৰ তত্বাৱধানত ৰমজানৰ দুয়োজনী বৌৱেকে চালে চকুৱোৱা কৰি থয়। এতিয়া বিয়া বুলি আৰু আটোমটোকাৰিকৈ ৰাখিছে। ইজন সিজনকৈ দূৰণিৰ আপোন মানুহবোৰেৰে ঘৰ ইতিমধ্যে ভৰি পৰিছে। কিছুমান মানুহে ৰমজানহঁতৰ দুয়োজন দদায়েকৰ ঘৰতো উঠিছে। সি আহি ঘৰ পোৱাৰ পাচ দিনাই ৰভা দিবলৈ গাৱৰ মানুহ আহিল। ভজা পিঠা আৰু চাহ খোৱাৰ পিচত ইমাম চাহেবে সন্মুখৰ চোতালতে এটা মোনাজাত কৰিলে। সকলো ৰাইজে হাত দাঙি আল্লাৰ ওচৰত খাটিলে—সিহঁতৰ ঘৰত হবলগীয়া সকলোবোৰ শুভ কাম যাতে কোনো বেমেজালি নোহোৱাকৈয়ে হৈ যায়। তাৰ পিচত ভালকৈ চুচি-মাজি থোৱা তামোলৰ খুটাটো ইমান চাহেবৰ হাতেৰে পোতাই দিয়া হল। ৰাইজে ৰবা দি থাকোঁতে চাহ-পানী-তামোলৰ যোগান চলি আছিল। তাৰ পিচৰেপৰা ৰমজানে ছোৱালী আনি ঘৰ সুমুৱাৰ পিচৰ দুসপ্তাহমানলৈকে সিহঁতৰ ঘৰত ওচৰ চুবুৰীয়াৰ আহ-যাহ চলিয়েই থাকিল। কইনাঘৰলৈ বেছি দূৰ নহয় বাবে ছোৱালীক আঁতৰ দিবলৈ যাবলৈ মহিলা সকলৰ মাজত হেতা-ওপৰা লাগিল। ৰমজানৰ মোমায়েকৰ অৱশ্যে সৰহ মানুহ পঠিয়াই কন্যাঘৰত অসুবিধা দিয়াৰ মান নাছিল। কিন্তু মাইকী মানুহখিনিৰ, বিশেষকৈ ছোৱালীমখাৰ উৎসাহ দেখি ৰমজানে নিজেই

আগভাগ লৈ মোমায়েকক মান্তি কৰাই আৰু এখন টেক্সী টাউনৰপৰা অনোৱাই গোটেইখিনিকে পঠিয়াই দিলে। তাৰ এদিনৰ আগেয়ে দিনৰ দহ্ বজাৰপৰা মিলাদ শ্বৰীফ আৰু তাৰ পিচত ভোজৰ আয়োজন কৰা হৈছিল।

ৰমজান আৰু মনোৱাৰ হাইস্কুলৰ দিনৰে বন্ধু। সিহঁতৰ চহৰখন যদিও সৰু আছিল তথাপি নগৰ জীৱনৰ প্ৰায়বোৰ অভিশাপে সেইখন চহৰকো চুই গৈছিল। গাড়ী-মটৰৰ হুলস্থূল, ধূলি-বালি, নগৰীয়া জীৱনৰ অহেতুক গতি আৰু উদ্বিগ্নতা আদিয়ে মনোৱাৰক আমনি দিলে সি প্ৰায়েই ৰমজানৰ লগত তাৰ গাৱঁৰ ঘৰলৈ গৈছিল। প্ৰথমবাৰ মেট্ৰিক ফেল কৰাৰ পিচৰেপৰা ৰমজানৰ লগত মনোৱাৰৰ সম্পৰ্ক শেষ নহলেও স্বাভাবিকতে কমি আহিছিল। পাচৰবাৰ ৰমজানে মেট্ৰিক পাছ্ কৰি কলেজত পঢ়িবলৈ চেষ্টা নকৰিলে। অলপ দিনৰ পিচতে পুলিচত চাকৰি পাই দেৰগাৱঁলৈ প্ৰশিক্ষণ লবলৈ গুচি গল। মনোৱাৰে তেতিয়াও চাকৰিত সোমোৱা নাই। তাৰ বিয়াৰ খবৰ ৰমজানে আগতীয়াকৈ মনোৱাৰক জনাই বিয়াত যেনেতেনে আহিবলৈ চিঠি লিখিছিল। মনোৱেও তিনিদিনৰ ছুটী লৈ বন্ধুৰ বিয়াত যোগ দিছিল। বিয়াৰ আগৰাতি ৰমজানৰ আৰু তাৰ পৰিয়ালৰ চেষ্টাত মনোৱাৰ সিহঁতৰ ঘৰত থাকিবলৈ বাধ্য হৈছিল। অৱশ্যে সি বেয়া পোৱা নাছিল। মাত্ৰ ইমানবোৰ আলহীৰ মাজত সংখ্যা বঢ়াই গৃহস্থক আমনি দিবলৈকে তাৰ বেয়া লাগিছিল। ৰমজানৰ মাকে কলে, তোমাকতো আমি আলহী বুলি নেভাবো বোপাই, তুমি ৰমজানৰ দোস্ত্ যেতিয়া ঘৰৰ লৰা। মাটিয়ে-পাটিয়ে বাগৰি ৰাতিটো কটাই গলে আমি ভাল পাম, কথা সিমানেই। মনোৱাৰ ৰৈ গৈছিল।

ৰাতি পাকঘৰৰ কাষৰ কোঠা এটাৰ মজিয়াতে পাটি পাৰি ভাত খাবলৈ দিয়া হৈছিল। ঘৰৰ বাকীবোৰ মানুহ আৰু আলহী সকলৰ বাবে দাইল, বন্ধা কবি আৰু ৰঙালাউ আলু ভজা হৈছিল। কিন্তু ৰমজান আৰু তাৰ লগৰ ডেকা কেইজনৰ বাবে সুকীয়া ব্যৱস্থা কৰা হৈছিল। ভাত খাবলৈ বহি সি সচৰাচৰ মন নকৰে। কিন্তু সিদিনা ৰমজানহঁতৰ ঘৰত সেইৰাতি খাই থাকোঁতে মনোৱাৰ সজাগ হবলৈ বাধ্য হৈছিল। মুৰগী মাংসৰ বহুত ধৰণৰ ৰন্ধন সি খাইছে। কিন্তু মিহি মিহিকৈ কটা কলডিলৰ লগত শুকানকৈ ভজা মুৰগীৰ মাংসখিনি সিদিনা মনোৱাৰৰ জিভাত ইমান ভাল লাগিছিল যে সি ৰমজানৰ মাকক মতাই আনি সুধিবলৈ বাধ্য হৈছিল ভজাখন কোনে ৰান্ধিছিল। ম'হখুটিলৈ বিয়া দিয়া ৰমজানৰ পেহীয়েকৰ ৰন্ধন-কুশলতাই তাক মুগ্ধ কৰিছিল। ভাত খোৱাৰ পিচত ঘৰ সন্মুখৰ চ'ৰাঘৰত ডেকা লৰাবোৰৰ গানৰ মজলিচ বহিছিল। মজলিচত গাৱঁৰ শিল্পীৰ উপৰিও সেই সময়ত গোটেই মহকুমাতে সংগীতৰ ঘৰুৱা শিক্ষক হিচাপে বিখ্যাত অন্ধ শিল্পী মুছলিম আহমদেও অংশ গ্ৰহণ কৰিছিল।

হাৰমণিয়ামটো গাৰ একাষৰীয়াকৈ লৈ মুছলিমে এফালৰ পৰা গাই গৈছিল—মোৰ সমাধিৰ দুবৰিতে বহি নু টুকিবা চকুপানী, বিলত তিৰেবিৰাই পদুমৰ পাহি ঐ, ফাগুন জাগিল মোৰ কুসুম বনত, এক দিলকে টুকৰে হাজাৰ হুই কেই য়ঁহা গিৰা, কোই ৱ'হা গিৰা, চৈয়াঁ বনকে আনাৰে আকে ফিৰনা জানা ৰে, নিশিথে যায়' ফুল-বনৰে ভোমোৰা আদি এটাৰ পিচত এটাকৈ অসমীয়া, হিন্দী আৰু বাংলা গান। বৈঠক ভাঙোতে নিশা দুই বাজি গৈছিল। পুৱা কাষৰ মছজিদৰ আজানৰ লগে লগে মূৰব্বীসকলে চিঞৰ-বাখৰ কৰি সকলোকে জগাই দিছিল। অতিশয় সুস্বাদু ভজা পিঠা, নাৰিকল দিয়া পিঠা, লাড়ুৰে পুৱাৰ চাহ খোৱা হৈছিল। কইনাঘৰলৈ যাত্ৰা কৰাৰ আগেয়ে মুখৰোচক কিৰিয়ানী পেট ভৰাই খাই লোৱাৰ পিচত সকলোৱে মিলি বিয়াৰ সকলো কাম সুকলমে সমাধা কৰি দিবৰ বাবে আল্লাৰ ওচৰত মোনাজাত কৰিছিল। পায়স পৰিবেশন কৰা হৈছিল। ৰমজানৰ মোমায়েকৰ বন্দুকৰ ফাকা আৱাজেৰে বৰযাত্ৰা আৰম্ভ কৰা হৈছিল।

ৰমজানৰ বিয়াখন যে কেৱল সিহঁতৰ পৰিয়ালৰ অনুষ্ঠান নহৈ গোটেই গাওঁখনৰে এটা সামূহিক হোৱাৰ মনোৱাৰে আগেয়েও পাইছিল। গোটেই গাৱঁৰে আশীৰ্বাদ লৈ ৰমজানহঁতৰ ঘৰৰপৰা বৰযাত্ৰা আৰম্ভ হোৱাৰ লগে লগে চুবুৰিয়ে চুবুৰিয়ে দৰাক আদাৰিবলৈ পদূলিমুখত সৰু সৰু মেজত চৰবৎ, ৰসগোল্লা আৰু আন আন মিঠাইৰে গৃহস্থ সাজু হৈ ৰৈছিল। দৰাধৰা হিচাপে মনোৱাৰৰ দায়িত্ব আছিল দৰাৰ বাবে  বিশেষ ভাবে যোগাৰ কৰি অনা পোছাকত চৰবত-মিঠাই আদি যাতে নপৰে তালৈ চকু দিয়া, ৰমজানক যাতে জোৰ কৰি মৰমতে বেছি খুৱাই অসুবিধাত পেলোৱা নহয় সেইপিনে লক্ষ্য ৰখা, কইনা ঘৰত দৰা আদৰা লৰা-ছোৱালীহঁতক দৰাই উপহাৰ দিওঁতে সহায় কৰি দিয়া আদি। নিজৰ পৰিয়াল আৰু আত্মীয়-স্বজনৰ বিয়াত বৰযাত্ৰী হৈ যোৱাৰ অভিজ্ঞতা মনোৱাৰৰ আগেয়েই হৈছিল যদিও এইধৰণৰ ভিন্নতাৰ পৰিবেশত দৰা ধৰা অভিজ্ঞতা তাৰ বাবে নতুন আছিল। প্ৰথমতে সেইবাবে সি অলপ বিব্ৰত অনুভৱ কৰিছিল। কিন্তু ৰমজানৰ পৰিয়াল আৰু কন্যাঘৰৰ মানুহৰ আন্তৰিকতা আৰু সৰলতাই তাক লাহে লাহে সহজ কৰি তুলিছিল। কইনাৰ গাওঁ সোমাওঁতেই এজাক লৰাই দীঘল বাঁহ এডাল বাটৰ মাজতে পাৰি বৰযাত্ৰীক আগচি ধৰি তেওঁলোকৰ যুৱক সংঘৰ বাবে চান্দাৰ দাবী কৰিছিল। কিন্তু তেওঁলোকৰ ব্যৱহাৰত দাবীতকৈ আবেদনৰ সুৰহে ধ্বনিত হৈছিল। চান্দা বিচৰাৰ আগেয়ে তেওঁলোকে ৰমজানৰ পৰা এনে কিছুমান প্ৰশ্নৰ উত্তৰ বিচাৰিছিল যিবোৰ ৰমজানৰ কথাই নাই মনোৱাৰৰ বাবেও সহজ নাছিল। কিন্তু সৌভাগ্যবশতঃ সিহঁতৰ পাচৰ অন্য গাড়ীত অহা বয়সস্থসকলৰ মাজৰ কেইজনমানে সেইবোৰ প্ৰশ্নৰ উত্তৰ জানিছিল আৰু

মনোৱাৰৰ যোগেদি সেইবোৰ উত্তৰ ৰমজানক যোগান ধৰি দৰাঘৰীয়াক অপ্ৰস্তুত হোৱাৰপৰা ৰক্ষা কৰিছিল। সামান্য পৰিমাণৰ চান্দাতে সন্তুষ্ট হোৱা ডেকাহঁতে ৰমজান আৰু তাৰ লগৰীয়াসকলক চৰবৎ আৰু মিঠাইৰে আপ্যায়িত কৰাৰ পিচতহে আগবাঢ়িবলৈ দিছিল।

কইনাঘৰৰ পদূলিমুখত দৰাৰ মটৰ ৰলহি। দীঘল ওৰণি লৈ কইনাঘৰৰ বয়স্থসকলে আগবাঢ়ি আহি বাছ-মটৰত থকা দৰাঘৰীয়া মহিলাসকলক আথে-বেথে নমাই লৈ গল। কইনাৰ দেউতাক, দদায়েক-মোমায়েক আদিয়ে পুৰুষ বয়স্থসকলক আদৰি নিলে। ৰমজানৰ লগত মনোৱাৰহঁতো গাড়ীত বহি থাকিবলগীয়া হল। অন্য গাড়ীত অহা ডেকাহঁতো দৰাৰ গাড়ীৰ কাষত ভিৰ কৰি ইটো-সিটো কথা কৈ ৰমজানক জোকাবলৈ ধৰিলে। কইনাৰ সৰু ককায়েকে এখন ট্ৰেত আঁতৰদানি, গোলাপজলৰ দানি, চৰবৎ আৰু ৰসগোল্লা লৈ আগে আগে আহিল। তেওঁৰ পাচে পাচে পাঁচ বছৰমান বয়সৰ পৰা বাৰ বছৰ বয়সৰ সাত-আঠোটামান লৰা-ছোৱালী হাতত কাগজৰ ফুলৰ মালা লৈ দৰা আদৰিবলৈ আহিল। ৰমজানৰ সিকাষে বহা ফজলুৰে মনোৱাৰক সাজু হবলৈ ইংগিত দিলে। তাৰ ভৰিৰ কাষতে থকা বেগটোৰপৰা উপহাৰৰ পেকেটবোৰ মনোৱাৰে ক্ৰম অনুসৰি জুকিয়াই হাতৰ কাষত থলে। কইনাৰ ডাঙৰ ভাগিনীয়ে কজনীয়ে প্ৰথমতে আগবাঢ়ি আহি ৰমজানৰ কপালত, বুকুত আতৰ ঘঁহি দিলে। তাৰ পিচত চামুচেৰে এটা ৰসগোল্লা ৰমজানক খুৱাই অলপ চৰবতো খুৱাই দিলে। তাৰ পিচত মনোৱাৰে তাৰ ফালে আগবঢ়াই দিয়া পেকেটটো ৰমজানে ছোৱালীজনীৰ হাতত গটাই দিলে। প্ৰত্যেকটো লৰা-ছোৱালীয়ে দৰাক আদৰাৰ পিচত মাইচেনা বেগমৰ ককায়েকে ৰামজানৰ হাতত ধৰি ৰভাতলীলৈ আগবঢ়াই নিলে। ৰভাতলীত সকলো অভ্যাগত বহাৰ পিচত সকলোকে চৰবৎ দিয়া হল। তাৰ পিচত ৰমজানহঁতৰ সন্মুখলৈ দুয়োপক্ষৰ মুৰব্বীসকল আগবাঢ়ি আহিল। এজন পকা দাড়িৰে সৌম্য চেহেৰাৰ ভদ্ৰলোক কইনাঘৰৰ মুখপাত্ৰ নিৰ্বাচিত হল। ৰমজানহঁতৰ ফালৰপৰা তাৰ মোমায়েকক আগবঢ়াই দিয়া হল। কইনাঘৰৰ মুখপাত্ৰজন গাৱঁৰে মুখিয়াল মানুহ, হাজী ফজৰ আলী চাহেব। কথা আৰম্ভ কৰাৰ আগেয়ে তেখেতে কলে, আজি আমাৰ গাৱঁলৈ গাড়ীয়ে-মটৰে ইমান অচিনাকি মানুহনো ক'ৰপৰা আহিল। কিনো কথা, কিনো বতৰা? ৰমজানৰ মোমায়েক সিমান সপ্ৰতিভ মানুহ নহয়। সেইবাবে তেওঁ গহীন সুৰত তেওঁলোকৰ আগমনৰ উদ্দেশ্য ব্যাখ্যা কৰিলে। দৰাঘৰৰপৰা এখন আৰু কইনাঘৰৰপৰা অন্য এখন তামোলৰ বটা আগবঢ়াই দিয়া হল। তাৰ পিচত আচল কথা-বতৰা আৰম্ভ হল।

মহৰাণাৰ পৰিমাণ দুয়োঘৰৰ মাজত আলোচনা কৰি আগেয়েই ঠিক কৰা

হৈছিল। জোৰোণৰ গহনা-পাতি আৰু কাপোৰ-কানি আদি দৰাঘৰীয়াই আগবঢ়াই দিলে। সেইখিনি মহৰণাৰ অংশ হিচাপে গণ্য হবনে ছোৱালীক উপহাৰ হিচাপে দিয়া হৈছে তাৰো ব্যাখ্যা বিচৰা হল। দুজনমানে গহণা-পাতি আদি লিৰিকি-বিদাৰি চাবলৈ ধৰোঁতে হাজী ফজৰ আলী চাহেবে কলে, হেৰ' ময়না তই সেইবোৰ চুই কি বুজিবি? মাইকী মানুহৰ বস্তু ভিতৰলৈ মাইকী মানুহৰ মাজলৈ পঠিয়াই দে। তাৰ পিচত নিকাহৰ বাবে এজন উকীল আৰু দুজন সাক্ষী নিৰ্বাচন কৰা হল। দৰাঘৰৰ কাপোৰ-কানি কইনাক পিন্ধোৱাৰ পিচত নিকাহৰ প্ৰক্ৰিয়া আৰম্ভ হল। উকীল আৰু সাক্ষীয়ে প্ৰথমতে দৰাৰ অনুমোদন আৰু তামোল-পাণ লৈ ভিতৰৰ ৰভালৈ আগবাঢ়িল। ইপিনে ৰমজানহঁতে লগত লৈ যোৱা গাৱঁৰ মছজিদৰ ইমাম চাহেবে খুৎবা পঢ়িবলৈ আৰম্ভ কৰিলে। ৰভাতলীৰ সকলো মানুহে তেখেতৰ মুখৰ কোৰাণ শ্বৰীফৰ সেই বাণী শ্ৰদ্ধা সহকাৰে নীৰৱে শুনি গল। অলপ পিচতে উকীলৰ জৰিয়তে মাইচেনা বেগমলৈ আগবঢ়োৱা ৰমজানৰ নিকাহৰ প্ৰস্তাৱ দুজন সাক্ষীৰ সাক্ষাতত গ্ৰহণ কৰাৰ বতৰা লৈ তিনিওজন ব্যক্তি ভিতৰৰ পৰা আহিল। ইমাম চাহেবে তেখেতৰ আবৃত্তি শেষ কৰি তেখেতসকলৰপৰা তথ্যটো ললে। এইবাৰ তেখেতসকলে ৰমজানৰ সন্মতি সংগ্ৰহ কৰিলে। তাৰপিচত ইমাম চাহেবে ইমাম চাহেবে ৰমজান আৰু মাইচেনাৰ বিবাহিত জীৱন মধুময় কৰিবৰ বাবে আল্লাৰ ওচৰত প্ৰাৰ্থনা জনাই মুনাজাক কৰিলে। সভাতলীৰ আৰু ভিতৰৰ ৰভাৰো সমূহ ৰাইজে হাত তুলি সেই প্ৰাৰ্থনাত যোগ দিলে। তাৰ পিচত ৰমজানহঁতে লৈ অহা বুন্দিয়াৰ লাৰু ৰাইজৰ মাজত বিলাই দিয়া হল। স্থানীয় ৰাইজৰ সৰহভাগেই ঘৰাঘৰি গলগৈ। কন্যাপক্ষই দৰাঘৰীয়া মানুহৰ আপ্যায়নত ব্যস্ত হল। প্ৰথমতে সৰু লৰা-ছোৱালী, তাৰ পিচত বয়সস্থ পুৰুষ আৰু মহিলাসকলক ভাত খাবলৈ নিয়া হল। একেবাৰে শেষত দৰা আৰু তেওঁৰ লগৰ প্ৰায় পঁচিশজন ডেকাক বিশেষভাবে আয়োজিত ঠাইত পৰিবেশন কৰা হল। খোৱা-বোৱা শেষ হওঁতে নিশা প্ৰায় চাৰে সাত বাজিল। ইতিমধ্যে, দৰাঘৰীয়া মানুহ উভতিবলৈ আৰম্ভ কৰিলে। ৰমজানৰ লগৰবোৰৰ সৰহভাগেই লৰা-লৰিকৈ ঘৰমুৱা হল। মনোৱাৰ ৰৈ যাবলৈ বাধ্য হল।

কইনা লৈ ৰমজান ঘৰ পাওঁতে সিহঁতৰ নিশা এঘাৰ বাজিল। দৰা-কইনা ঘৰ সোমোৱাৰ আগেয়ে ৰমজানৰ ডাঙৰ ভতিজা জীয়েকে ভৰি ধুৱাই দিলে। পানী অনা চৰিয়াটোতে মাইচেনাই এসোপা ভহা পইচা দি দিলে। সেইখিনিৰ ভাগ লবলৈ ছোৱালীমখাৰ মাজত চিএৱৰ-বাখৰ লাগিল। ৰমজানৰ ডাঙৰ নবৌৱেকে আথেবেথে ন-কইনাক আগবঢ়াই পাকঘৰলৈ লৈ গল আৰু ৰান্ধি থোৱা পাত্ৰৰ ঢাকোন দাঙি দাঙি দেখুৱালে। ন-কইনা ঘৰ সোমাওঁতে কৰিবলগীয়া আচাৰ-অনুষ্ঠান শেষ কৰোঁতে

বহুত নিশা হল। পাচদিনা পুৱা চাহ-তাহ খাই সকলোকে বিদায় দি মনোৱাৰ উভতি অহাৰ আগেয়ে মনোৱাৰক মাইচেনাই তামোল-পাণৰ লগতে গামোচা এখনৰ লগতে চাৰ্ট আৰু পেণ্টৰ কাপোৰ এডোখৰ তাক উপহাৰ দিলে। ৰমজানহঁতৰ গাৱঁৰ পৰা নিজৰ কৰ্মস্থলীলৈ বাছেৰে ঘূৰি আহোঁতে মনোৱাৰৰ মন ভাৱাক্ৰান্ত হৈ পৰিছিল। ৰমজানৰ বিয়াত অংশ গ্ৰহণ কৰা প্ৰত্যেকজন মানুহৰ আন্তৰিকতাই তাৰ অন্তৰ চুই গৈছিল। ৰমজান মাইচেনাৰ সুখী-যুগ্ম জীৱনৰ প্ৰতি শুভেচ্ছা সকলোৰে অন্তৰৰ পৰা আহিছিল। মানোৱাৰে বাছৰপৰাই মনে মনে সিহঁতলৈ শুভেচ্ছা জনালে।

## [ছয়]

বিয়াৰ পিচৰ সাতোটা বছৰত ইমানবোৰ ঘটনা ঘটি গল যে সেইবোৰৰ কথা ভাবিলেই মনোৱাৰৰ বিশ্বাস কৰিবলৈকে টান লাগে। দুয়োটা পৰিয়ালৰ বিৰোধিতাই মৰিময়ক দুৰ্বল কৰিবলৈ বিচাৰিলেও মনোৱাৰৰ সস্নেহ আশ্বাস আৰু চিনাকি অচিনাকি অনেক মানুহৰ সহায় আৰু সমবেদনাৰ বলত সকলো ধৰণৰ প্ৰতিকূলতাৰ সন্মুখীন হবলৈ তাইৰ অন্তৰত বল পাইছিল। বুবুল আৰু তুবুল নামৰ দুটা লৰা আৰু মুবিনা নামৰ এজনী ছোৱালীৰ জন্ম হল। বুবুল আৰু জন্ম দুবছৰৰ পিচত মুবিনাৰ জন্মত সিমান অসুবিধা নহলেও তাৰ ডেৰবছৰৰ পিচত তুবুলৰ জন্মৰ সময়ত মাৰিময়ৰ জীৱনলৈয়ে সঙ্কটৰ সৃষ্টি হৈছিল। আনহে নালাগে মেডিকেলৰ ডাক্তৰেও তাইৰ জীৱনৰ আশা এৰি দিছিল। সেই সময়ত তাৰ অফিচৰ মানুহে, বন্ধু বান্ধৱে আৰু পৰিচিতবৰ্গই সিহঁতক সকলো ধৰণে সহায় নকৰা হলে সেই বিপদ অতিক্ৰম কৰিবলৈ বৰ কষ্ট হলহেঁতেন। চিকিৎসাৰ বাবে প্ৰয়োজনীয় পইচা পাতিৰ অভাৱে মনোৱাৰক বিচলিত কৰিছিল তেতিয়া কোনে কৰপৰা কেনেকৈ যে তাৰ হাতত পইচা আনি দিছিল সি ততকে ধৰিব নোৱাৰিছিল। মৰিময়ক মেডিকেল কলেজলৈ নি প্ৰায় পঁচিছদিনমান ঘৰ এৰি থাকিবলগীয়া হৈছিল। সেইকেইদিন বুবুল থাকিল এঘৰত আৰু মুবিনাক ৰাখিলে আন এঘৰত। মাক হাস্পাতালৰ পৰা ঘূৰি অহাৰ পিচত শইকীয়াহঁতৰ ঘৰৰ পৰা তাইক আনিবলৈ জোৰ কৰিবলগীয়া হৈছিল। গোস্বামীৰ ভায়েকেতো মৰিয়মৰ বাবে প্ৰয়োজন হোৱা তেজ দান দিবলৈও স্বেচ্ছাই আগবাঢ়ি আহিছিল। সুখে দুখে এই চিনাকি-অচিনাকি মানুহবোৰৰ সহায় সহযোগিতাই মনোৱাৰৰ জীৱন যাপন সহজতৰ কৰি তুলিছিল।

এই সাতোটা বছৰৰ ভিতৰতে মৰিয়মৰ দেউতাকে প্ৰায় তিনি বছৰতকৈ বেছি সময় ৰোগত ভুগি মৃত্যুৰ মুখত পৰিছিল। প্ৰথম অৱস্থাত মনোৱাৰহঁতক খবৰ-বাতৰি

দিয়া নাছিল। মৰিয়মেও উপযাচি মনোৱাৰক খবৰ লবলৈ বাধা দিছিল। বিয়াৰ পিচত সিহঁত যেতিয়া প্ৰথম মৰিয়মহঁতৰ ঘৰলৈ বাপেক আৰু মাহীয়েকক তচলিম জনাবলৈ সিহঁতৰ ঘৰলৈ গৈছিল তেতিয়া তেওঁলোকে সিহঁতক দোৱা কৰাৰ সলনি অপমানহে কৰিছিল। তেওঁলোকৰ মনোকষ্টৰ কাৰণ বুজি মনোৱাৰে কথাটো পাতলাই মৰিয়মে সহ্য কৰিবপৰা নাছিল। সেই বাবে মৰিমহঁতৰ ঘৰৰ লগত সিহঁতৰ প্ৰত্যক্ষ যোগাযোগ প্ৰায় নাছিলেই। তথাপি অহুকাণে পহুকাণে বাপেকৰ অসুখ বাঢ়ি গৈ থকাৰ কথা মৰিয়মৰ কাণত পৰিছিলহি। তাইক নোকোৱাকৈ মনোৱাৰে মৰিয়মৰ দেউতাকলৈ মাজে সময়ে অলপ-অচৰপ টকা পঠিয়াই দিছিল। অলপ দিনৰ আগেয়ে ধনবাপ আলীৰ অসুখ বেছি হোৱাৰ খবৰ কাৰোবাৰ যোগেদি পাই মৰিয়ম আৰু লৰা-ছোৱালীকেইটাক টেক্সী ভাৰা কৰি লৈ গৈ চাই আহিছিল। পিচত তেখেত ঢুকুৱাৰ খবৰ পায়েই সিহঁত আটাইবোৰ লৰা-লৰিকৈ গৈছিল আৰু সি নিজে গধূলি ঘূৰি আহিলেও মৰিয়ম আৰু লৰা-ছোৱালীকেইটা চাৰিদিনৰ মূৰতহে উভতি আহিছিল। তিলনি, দহদিনীয়া আৰু চল্লিছ দিনৰ সকামৰ বাবে মনোৱাৰে যিমান পাৰে সহায় কৰিছিল। তাইৰ মাহীয়েকৰ ফালৰ সৰু ভায়েকটোকো সিহঁতে পঢ়াবৰ বাবে লগত লৈ আহিছিল। পিছে পঢ়া-শুনাৰ প্ৰতি তাৰ ঢাউতি নাছিল। সেইবাবে এবছৰ থাকি একেটা শ্ৰেণীত ফেল মৰাৰ পিচত এবাৰ ঘৰলৈ গৈ সি ঘূৰি নাহিল।

মনোৱাৰৰ নিজৰ পৰিয়ালতো বহুতো ওলট-পালট হৈ গৈছিল। তাৰ সৰু পেহীয়েকৰ বিয়াৰ এবছৰ নহওঁতেই তেতিয়াৰ সেই বিখ্যাত ৰেল দুৰ্ঘটনাত গিৰিয়েকৰ মৃত্যু হৈছিল। বিয়াৰ পিচত কিছুদিন পেহীয়েক শহুৰেকৰ ঘৰতে আছিল কিন্তু দেওৰেকৰ অসামাজিক আচৰণত অতীষ্ঠ হৈ নিজৰ চৰিত্ৰ সম্পৰ্কে শহুৰেকৰ ঘৰৰ মানুহৰ দুৰ্ণাম শিৰত লৈ জোৰ কৰি প্ৰায় একবস্ত্ৰে দেউতাকৰ ঘৰলৈ গুচি আহিছিল। ঘৰলৈ অহাৰ ছমাহৰ পিচতে এটি লৰাৰ জন্ম দিছিল। পেহীয়েকৰ সেই সন্তানৰ জন্মৰ ৰহস্য সম্পৰ্কে কোনো সংশয় নাথাকিলেও দুৰ্গন্ধ শুঙি ফুৰা আত্মীয় স্বজন আৰু পৰিছিত বৰ্গই লৰাটোৰ কপালত সন্দেহৰ তিলক আঁকি দিছিল। তাৰ পিচত মনোৱাৰৰ বিয়া। ইতিমধ্যে ইটো-সিটো দুৰ্যোগত সিহঁতৰ পৰিয়ালৰ আৰ্থিক ক্ষতি হৈছিল। চহৰখনত ইতিমধ্যে বহুতো নতুন ধনীৰ জন্ম হৈছিল। তেল আৰু প্ৰাকৃতিক গেছৰ সন্ধানে অঞ্চলটোৰ অৰ্থনৈতিক আৰু সামাজিক পৰিমণ্ডলত পৰিবৰ্ত্তনৰ বতাহ বোৱাইছিল। পোনপটীয়াকৈ চাকৰিত সোমোৱা মানুহবোৰে নগদপ্ৰাপ্তিৰ ফলত নতুন নতুন ঘৰ দুৱাৰ সজাইছিল। কিছুমানে ঠিকা-ঠুকলি, যোগানৰ আৰু অন্যান্য ব্যৱসায়ৰ জৰিয়তে কম সময়ৰ ভিতৰতে বৰ খৰকৈ ধনী হবলৈ ধৰিছিল। অন্য একো কৰিব নোৱাৰা সকলে ঘৰ-ভাৰাৰ যোগেদি উপাৰ্জন কৰিছিল। উপাৰ্জনৰ পোন বাট বিচাৰি

নোপোৱাসকলৰ কিছুমানে তেল-গেছৰ সন্ধানৰ কামত ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰপৰা চাকৰি কৰিবলৈ অহা লোকসকলক জোৰ-জুলুম কৰি দৈনিক খৰচৰ উপায় উলিয়াই লৈছিল। মনোৱাৰহঁতৰ দৰে পুৰণি আঢ্যৱন্ত পৰিয়ালৰ যি সকলে পৰিবৰ্ত্তিত সময়ৰ লগত নিজকে সলাবলৈ সমৰ্থ হোৱা নাছিল তেওঁলোকে নিজে কব নোৱাৰাকৈয়ে মঞ্চৰ পাচলৈ গুচি গৈছিল। ভূমিকাৰ এই পৰিবৰ্ত্তনত তেওঁলোক ক্ষুণ্ন হৈছিল আৰু নতুন চামৰ সৈতে বিৰোধৰ সন্মুখীন হবলগীয়া হৈছিল। সেই বিৰোধিতাত পৰাজিত হৈ তেওঁলোকৰ কাৰ্যকলাপ সীমিত হৈ গৈছিল।

এনে ধৰণৰ কাৰণতে মনোৱাৰৰ দেউতাকৰ স্বাস্থ্যৰ অৱনতি হৈছিল। তদুপৰি উচ্চ ৰক্তচাপ, ডায়েবেটিছ আদিয়েও তেখেতৰ শৰীৰ ভাঙি আনিছিল। মনোৱাৰে প্ৰায় অকলে আৰু মাজে সময়ে মৰিয়মহঁতকো লৈ তেখেতৰ খবৰ লবলৈ আহিছিল। পেহীয়েকৰ বাহিৰে ঘৰত আন মানুহে মনোৱাৰক সহ্য কৰিলেও মৰিয়মহঁতক ভাল ব্যৱহাৰ কৰা নাছিল। অপমানহে কৰিছিল। সেইবাবে মৰিয়মে মনোৱাৰহঁতৰ ঘৰলৈ যাবলৈ বৰ ইচ্ছা কৰা নাছিল। সিও তাইক জোৰ কৰা নাছিল। দেউতাকৰ অসুখৰ খবৰ পোৱাৰেপৰা সি নিজে কিন্তু নিয়মিত ভাৱে ঘৰলৈ অহা-যোৱা কৰি আছিল। যিবাৰ তেখেতৰ অসুখ বেছি হোৱাৰ টেলিগ্ৰাম সি পাইছিল সেইবাৰ সি এমাহৰ আৰ্নড লীভ লৈ ঘৰ ওলাইছিল। সেইবাৰ লৰা-ছোৱালী কেইটাক লৈ মৰিয়মেও উপযাচিয়েই তাৰ লগত ওলাইছিল। সিহঁত গৈ যেতিয়া ঘৰ পাইছিল তেতিয়া দেউতাকক গ্লুকজ ছেলাইনৰ উপৰিও অক্সিজেন দিবলগীয়া হৈছিল। মাত-কথা হেনো সিহঁত গৈ পোৱাৰ তিনিদিনৰ আগৰেপৰা বন্ধ হৈছিল। এসময়ৰ প্ৰতাপী পুৰুষ দেউতাকৰ সেই অৱস্থা দেখি মনোৱাৰৰ চকুত পানী ওলাইছিল। দূৰৈৰ অঙহী-বঙহীৰে ঘৰ ভৰি পৰিছিল দেউতাকৰ কাষত বাকীবোৰ আছিলেই, সি খবৰ লবলৈ অহা মানুহবোৰৰ সোধপোচ কৰাৰ দায়িত্ব লৈছিল। সি মানুহৰ লগত অলপ কথা আগবঢ়াওঁতেই ডাঙৰ ককায়েকে আহি তাক উদ্ধাৰ কৰিছিল। তেখেতে দেউতাকৰ অসুখৰ আৰম্ভণিৰপৰা সেই অৱস্থাৰ যাবতীয় বৰ্ণনা কতো অকণো আঁৰ নোহোৱাকৈ দিছিল। মনোৱাৰে ভিতৰলৈ গৈ চাহ-তামোলৰ ব্যৱস্থাত লাগিছিল। মৰিয়মে পাকঘৰৰ ভাতৰ চৰু পাতিবলৈ আহৰি উলিয়াই দিছিল। সিহঁত গৈ পোৱাৰ দুদিনৰ পিচত দেউতাকৰ মৃত্যু হৈছিল।

দেউতাকৰ মৃত্যুৰ পিচৰ উৰ্দ্ধদৈহিক কাম-কাজবোৰৰ বিষয়ে সিহঁতৰ মাজত আলোচনা হওঁতেই মনোৱাৰে গম পাইছিল সিহঁতৰ পৰিয়ালৰ আগৰ সেই একতাৰ ভেটিটো বাৰুকৈয়ে সোলোক ঢোলোক হৈছে। নিজৰ নিজৰ ব্যক্তিগত স্বাৰ্থৰ কথাই সামূহিক স্বাৰ্থক পাচ পেলাইছে। দেউতাকৰ মৃত্যুৰ তৃতীয় দিনা আৰু দশম দিনত

হোৱা পাৰলৌকিক অনুষ্ঠানৰ আয়োজন, নিমন্ত্রণ আদি সকলো কামতে লাগি তাৰ উপলব্ধি হল যে সিহঁতৰ সেই সৰু চহৰখনৰ সমাজখনৰ বান্ধোনো আগৰদৰে কটকটীয়া হৈ থকা নাই। চহৰৰ সকলো মানুহৰে কম-বেছি পৰিবৰ্ত্তন হৈছে হয়, পিছে সি যিখন সমাজৰ মানুহ সেইখন সমাজৰ অস্তিত্বই যেন বিপন্ন হৈছে, তাৰ এনে ভাব হল। তাৰ সহপাঠী আৰু বন্ধু স্থানীয় হাইস্কুল এখনৰ শিক্ষক তজমল আলীয়েও তাৰ সন্দেহ দৃঢ়িভুত কৰিলে। তজমলে কলে তই মনো জানই, তহঁতৰ পৰিয়ালৰদৰে দুই এঘৰ মানুহৰ বাহিৰে আমাৰ সমাজখনৰ মানুহৰ আগৰে পৰা কি আৰ্থিক, কি সামাজিক বা ৰাজনৈতিক প্ৰতিপত্তি কোনো দিনেই নাছিল। নিজৰ কৰিবলগীয়া কামখিনি কৰাৰ মাজতে ধৰ্ম চৰ্চা কৰি সংসাৰ বঢ়োৱাৰ বাহিৰে আমাৰ মানুহখিনিৰ জানো আৰু কিবা চিন্তা-চৰ্চা কেতিয়াবা আছিল? শিক্ষাৰ প্ৰসাৰনো আমাৰ মানুহখিনিৰ মাজত কি হল? স্বাধীনতাৰ আগত আমাৰ মুষ্টিমেয় নেতাই মানুহখিনিক পাকিস্তান নামৰ এখন কাল্পনিক বেহেস্তৰ স্বপ্নৰে মুহিত কৰিয়েই ৰাজনীতি কৰিলে। যি দুই এজনে জাতীয় ৰাজনীতিত বিশ্বাস কৰিছিল তেওঁলোকক বেফৰমানী কৰা বুলি এঘৰীয়া কৰি থোৱা হল। সাধাৰণ মানুহখিনি নীৰৱ দৰ্শক হৈ ৰল আৰু এচাম হল বিদেশী শাসকৰ পৃষ্ঠপোষক। স্বাধীনতাৰ পিচত পাকিস্তানৰ সপোন দেখাখিনি পৰ্দাৰ পাচলৈ গুচি গল। জাতীয় ৰাজনীতি কৰাখিনিয়ে বঞ্চিত অনুভৱ কৰিবলৈ ধৰিলে, কাৰণ স্বাধীনতাৰ ৰাজনীতিত তেওঁলোকৰ প্ৰয়োজন শাসক শ্ৰেণীয়ে অনুভৱ নকৰা হল। প্ৰগতিবাদী ভাৱধাৰা আমাৰ মানুহখিনিৰ মাজত তেনেকৈ সোমাবৰ সুযোগেই নাপালে। এতিয়াতো আমাৰ অৱস্থা সেই হিন্দীত কোৱাৰদৰে—না ঘৰকা না ঘাটকা!

মনোৱাৰে তজমলৰ কথা শুনি কলে, তই যি পৰিস্থিতিৰ কথা কৈছ সেয়া কম-বেছি পৰিমাণে আমাৰ গোটেই দেশখনৰে মানুহৰ অৱস্থা নহয় জানো? তুলনামূলক ভাবে আমাৰ মানুহখিনিৰ অৱস্থা বেছি বেয়া কাৰণে আৰু অন্য মানুহখিনিৰ সৈতে আমাৰ সম্পৰ্ক উপৰুৱা বাবে আমি আমাৰ সম্পৰ্ক উপৰুৱা বাবে আমি আমাৰ সমস্যাটো বেছি ডাঙৰকৈ দেখিছো। কিন্তু সকেলোৰে অৱস্থা একেই তজমল! কিন্তু আমাৰ আকাশ যিমানেই ডাৱৰীয়া নহওক কিয় আশাৰ সূৰুযে তাৰ মাজেদিয়েই ভুমুকি মাৰিব বুলি মোৰ দৃঢ় বিশ্বাস। তাৰ গাত থপৰিয়াই তজমলে হাঁহিমাৰি কলে আৰে সেই সূৰ্যকান্তৰ আশাতেতো চাৰিটা দশকতকৈ অধিক সময় আমি বাট চাই আছোঁ। কিন্তু থিয় হৈ ভৰি বিষাইছে মনো, আৰু কিমান দিন আশাৰ ৰুটি আমাক খুৱাবি।

## [সাত]

এইখন মোৰ অতি চিনাকি পৃথিবী। এইবোৰ মানুহ দেখোন মোৰ চকুৰ আগতে সদায় বিচৰণ কৰি থকা মানুহ। তথাপি এই মানুহবোৰৰ কত কথাই যে মোৰ জনা হোৱা নাই। দেউতাৰ দহদিনীয়া কামকাজ শেষ কৰি মই কৰ্মস্থানলৈ ঘূৰি আহি নলিনী বৰুৱাৰ হাতৰ চিঠিখন পালোঁ। সি আৰু জেনিফাৰে ইমানদিন নিজৰ নিজৰ মানুহখিনিৰ পৰা আঁতৰত এটা বিচ্ছিন্ন জীৱন যাপন কৰিছে। হয়, নতুন ঠাই ৰ আন মানুহৰ সৈতে সম্পৰ্ক স্থাপন কৰি সিহঁত দুয়োটাই মোটামুটি সুখী। কিন্তু তাৰ চিঠিৰপৰা মই গম পালোঁ, কামেকাজে ব্যস্ত থাকিলে নিজৰ মানুহৰ সান্নিধ্যৰ অভাৱ অনুভৱ নকৰিলেও জেনিফাৰে তাৰপৰা লুকুৱাই মনে মনে ঘৰৰ কথা মনত পেলাই চকুপানী টোকে। তেতিয়া হেনো তাৰ বৰ দুখ লাগে।

কিন্তু নলিনীয়ে তাৰ চিঠিত লিখিছে যে কুৰি দিনমানৰ আগেয়ে জেনিফাৰে ককায়েকৰপৰা এখন চিঠি পাইছে। তাত সিহঁতৰ মাকে নাতি নাতিনীয়েকহঁতক চাবৰ বাবে সিহঁতৰ ঘৰলৈ যোৱাৰ কথা লিখিছে। সি লগতে আৰু লিখিছে যে তাৰ ঘৰৰপৰাও ককায়েকে এখন চিঠি লিখি জনাইছে যে তাৰ মাকৰ অসুখ। তেওঁ হেনো এই যাত্ৰাত নাবাচিব বুলি ভাবি পুতেক বোৱাৰীয়েকক আৰু নাতি নাতিনীয়েকহঁতক এবাৰ চাবলৈ বিচাৰিছে। নলিনীয়ে মোলৈ লিখিছে, তই কি ভাব কব নোৱাৰো মনো, জেনিফাৰ হলে এতিয়ালৈকে জেনিফাৰ হৈয়ে আছে আৰু মাক সেৱা কৰিবলৈ যাবৰ সময়তো তাই জেনিফাৰ হৈয়ে থাকিব।

এইবোৰ ঘটনা মোৰ চকুৰ আগত চলচ্চিত্ৰৰ দৰে চলি আছে। কিছুমান ঘটনা আমি আশা কৰা মতে ঘটে, কিছুমান নঘটে। জীৱন নিজৰ নিয়মত নিজৰ গতিত চলি থাকে। বিচিত্ৰ মানুহৰ বিচিত্ৰ এই জীৱন-যাত্ৰাই মোক অবাক কৰি তোলে। ঘটনা ঘটে, জীৱনে গতি সলায়। কিন্তু জীৱন ৰৈ নাথাকে। মই দূৰৈৰপৰা অবাক বিস্ময়ত এই জীৱন-যাত্ৰা চাই থাকোঁ।

---